প্ৰকাশক ঃ লক্ষীমপুৰ জিলা সাহিত্য সভাৰহৈ শ্ৰীচন্দ্ৰ নাথ শইকীয়া
প্ৰকাশন সম্পাদক, লঃ জিঃ সাঃ সভা, ৰ দ্বাৰা প্ৰকাশিত।

প্ৰথম প্ৰকাশ :- ২৯।৫।৯১ ইং

পাচ্ছদ ঃ শ্ৰীপঙ্কজপদ চৌধুৰী

মূল্য :- ৪৫.০০ টকা

মুদ্ৰক ঃ



কস্তুৰী প্ৰিণ্টাৰ্চ,
নকাড়ী নগৰ
উত্তৰ লক্ষীমপুৰ
অসম ৭৮৭ ০০১

# ভূমিকা

শব্দৰ অৰ্থ বুজিবলৈ সাধাৰণতে শব্দৰ ব্যুৎপত্তি অৰ্থাৎ জাতিগুৰি বিচৰা হয়। শব্দটোৰ মূল প্ৰকৃতি কি, সেই প্ৰকৃতিৰ লগত কি অৰ্থত কি প্ৰত্যয় যোগ হৈছে এইখিনি জানিব পাৰিলে অৰ্থ বুজা সহজ হয়। সংস্কৃত ভাষাৰ প্ৰায় সকলোবোৰ শব্দৰে উৎপত্তি আৰু ব্যুৎপত্তি বিচাৰি উলিওৱা হৈছে: কিন্তু এনে কিছুমান শব্দও আছে যিবিলাকৰ জাতিগুৰি একো পাবলৈ নাই আৰু কিবা পালেও তাৰপৰা একো প্ৰকাশ নহয়। কিবা এটা নিৰ্দ্দিষ্ট অৰ্থ বুজাবলৈ এনে একোটা শব্দৰ চলন্তি দেখা যায়; এনে শব্দক বৈয়াকৰণিকে 'ৰুঢ়' নাম দিছে। আনহাতে আকৌ বিশ্লেষণত এনে কিছুমান প্ৰত্যয় পোৱা যায় যি বিলাক সাধাৰণ নিয়মৰ বাহিৰ। এনে প্ৰত্যয়ে 'উনাদি' নাম পাইছে। মুঠতে সকলো শব্দৰ অৰ্থ ব্যৱহাৰগত।

লক্ষ্য কৰিব লগীয়া যে সকলো শব্দ আকৌ সদায় ব্যুৎপত্তিগত অৰ্থত প্ৰযুক্ত নহয়। দেখা যায় শব্দৰ ব্যুৎপত্তিও সুকীয়া আৰু প্ৰয়োগো সুকীয়া। কোনো ক্ষেত্ৰত কোনো শব্দই ব্যুৎপত্তিৰ আভাস দিয়ে যদিও প্ৰকৃত অৰ্থত অন্য এক অৰ্থৰহে সংকেত দিয়ে। কিছুমানে আকৌ ব্যুৎপত্তিৰ কাষকে নাচাপে। প্ৰথম পৰ্য্যায়ৰ উদাহৰণ স্বৰূপে 'পঙ্কজ' আৰু দ্বিতীয় পৰ্য্যায়ৰ লেখত 'মণ্ডপ' শব্দ উল্লেখ কৰিব পাৰি। ব্যুৎপত্তিৰ ফালৰ পৰা মণ্ডপ শব্দৰ অৰ্থ মদ্যপৰ দৰেই হব লাগিছিল মণ্ড খাওঁতা। কিন্তু মণ্ডপ শব্দৰ অভিপ্ৰেত অৰ্থ হৈছে ৰ'দ নিবাৰক বৃহৎ আৱৰণ। সেইদৰে কুশল শব্দৰ ব্যুৎপত্তি কুশ কাটোঁতা প্ৰযুক্ত অৰ্থ পাৰ্গত, পাকৈত। পতিকে পঙ্কজ শব্দৰ ব্যুৎপত্তি বিচাৰি বোকাত জন্ম বা গজা এনে এটা অৰ্থৰ পৰা পদুম বুলি বুজিবলৈ বৰ টান নহয়; কিন্তু মণ্ডপ, কুশলৰ নিচিনা শব্দৰ পম খেদি গ'লে চিনাকি ঠাইত ওলাবহি নোৱাৰি।

ইয়াৰ উপৰি শব্দৰ অৰ্থ থাকে দুই প্ৰকাৰ—মুখ্যাৰ্থ অৰ্থাৎ

প্ৰধান আৰু গৌণাৰ্থ অপ্ৰধান বা দ্বিতীয় অৰ্থ। শব্দই নিজ শক্তিৰে মুখ্যাৰ্থ প্ৰকাশ কৰাই নিয়ম, মুখ্যাৰ্থ প্ৰকাশত বাধা হলেহে গৌণাৰ্থ প্ৰকাশ হয়।

শব্দৰ দৰেই শব্দ সমষ্টি বা বাক্য আৰু বাক্যাংশৰো শক্তি আছে। শব্দাৰ্থৰ আলোচক সকলে সেই শক্তিৰ তিনিটা নাম দিছে—(১) অভিধা (২) লক্ষণা আৰু (৩) ব্যঞ্জনা অৰ্থাৎ এই বিধ শক্তিৰে বাক্যাৰ্থ শক্তিমান্। পোনপটীয়া বা মুখ্য অৰ্থই হৈছে অভিধা, শব্দই যি অৰ্থ সাধাৰণতে প্ৰকাশ কৰে। এনে অৰ্থ অসম্ভব হলে লাক্ষণিক অৰ্থ হয়। যেনে—আঙুলিৰ আগত এশ হাতী আছে। নৈতে ঘৰ। কেতিয়াবা আকৌ গোটেই বাক্যটোৰ অভিপ্ৰায় শব্দাৱলীয়ে প্ৰকাশ কৰা অৰ্থৰ বিপৰীতহে হয়—তাকে ব্যঞ্জনা বোলে। যেনে—তুমি কিতাপখন হেৰুৱাই মোৰ যি উপকাৰ কৰিলা, মই নাপাহৰো।

এয়া হল বাক্যৰ অন্তৰ্গত শব্দৰ শক্তি তথা সামূহিক শক্তিৰ আভাস।

সংস্কৃত ভাষা একাৰ্থ বাচক বহুত শব্দ আছে, এইবোৰক পৰ্য্যায়-বাচী শব্দ বোলা হয়। বিশেষকৈ দেৱতাৰ নামবাচক শব্দৰ পৰ্যায় ব্যাপক। সূৰ্য্যৰ কমেও চল্লিশটা পৰ্যায়বাচী শব্দ আছে। ইয়াৰ উপৰি একে দেৱতাৰ বিভিন্ন ৰূপৰ বিভিন্ন নাম, যেনে—বিষ্ণু, কেশৱ, জনাৰ্দন, অচ্যুত, নাৰায়ণ ইত্যাদি। বিষ্ণুৰ অৱতাৰ কৃষ্ণৰ ক্ষেত্ৰতো এনে নামৰ প্ৰয়োগ হোৱা দেখা যায়। অন্যাকালে আকৌ একেটা শব্দৰে একাধিক অৰ্থ যেনে, ঈশ—বিষ্ণু, শিৱ; হৰি—বিষ্ণু, সিংহ; সৈন্ধৱ—লোণ, ঘোঁৰা ইত্যাদি।

এই সকলো বৈশিষ্ট্যৰে সৈতে সংস্কৃত শব্দই পুৰণি অসমীয়া সাহিত্যত প্ৰবেশ কৰিছে। পুৰণি অসমীয়া সাহিত্যৰ উৎপত্তি আৰু বিকাশ সংস্কৃত সাহিত্য অৰ্থাৎ ৰামায়ণ, মহাভাৰত, ভাগৱত, পুৰাণ আদি তথা সেই জাতীয় ধৰ্ম্ম সাহিত্যৰ আধাৰত।

গতিকে কথা-বস্তু প্ৰকাশ ভঙ্গীৰ উপৰিও মূলৰ শব্দ আৰু শব্দ সমষ্টিয়ে সহজে অসমীয়া সাহিত্যত প্ৰবেশ কৰিছে। এইদৰে অহা সৰহভাগ শব্দ অবিকল আছিছে, তাকে ভাষাতত্বত তৎসম বোলা হয়। (সং দেৱতা— অ-দেৱতা, সং নিশাচৰ অ-নিশাচৰ)। কিছুমান শব্দই আকৌ সাজ-পাৰ সলাইহে অসমীয়া সাহিত্যত সোমাইছে। সাজ-পাৰ বেলেগ হলেও মূল একে হৈয়ে আছে, অলপ মন কৰিলেই চিনিব পাৰি। এনে শব্দৰ পাৰিভাষিক নাম তদ্ভৱ অৰ্থাৎ সংস্কৃতৰ পৰা উদ্ভৱ হোৱা যেনে-সং আৰক্ত > অঃ আৰকত; সংধৈৰ্য্য 7 অঃধীৰজ ইত্যাদি। ইয়াৰ বাহিৰে অন্যান্য যিখিনি শব্দ পোৱা যায় সেইখিনিক বোলা হয় দেশজ বা স্থানীয় শব্দ।

খ্ৰীষ্টীয় ত্ৰয়োদশ শতকৰ পৰা অষ্টাদশ শতকলৈকে ছশ বছৰীয়া পুৰণি অসমীয়া সাহিত্যৰ শব্দৰ শ্ৰেণী বিভাগ দিছে ইমানতে শেষ নহয়। পুৰণি অসমীয়া সাহিত্যত বিশেষকৈ মহাপুৰুষ শঙ্কৰদেৱ-মাধৱদেৱ আৰু তেৰাসৱৰ পদাংক অনুসৰণকাৰী গোপালদেৱ, শ্ৰীৰাম আতা প্ৰভৃতি ভক্ত বৈষ্ণ গুৰু সকলৰ ৰচনাত এনে বহুত শব্দৰাজিয়ে ঠাই পাইছে যি বিলাকক উক্ত শ্ৰেণীৰ এটাতো পেলাব নোৱাৰি। বিশেষকৈ অঙ্কীয়া নাটৰ ব্ৰজবুলি আৰু বৰগীতৰ মৈথিলী আদি শব্দ সততে দৃষ্টিগোচৰ হয়। অপভ্ৰংশ সংমিশ্ৰণো দেখা যায়। এনে সকলো শব্দ সংস্কৃত কোষ বা অপভ্ৰংশ অভিধানত পোৱা নাযায়। নাইবা অসমীয়া অভি- ধানতো বিচাৰি উলিয়াব নোৱাৰি। কিয়নো বহুত ঠাইত শব্দবোৰ সমাসবদ্ধহে নাইবা সংস্কৃত শব্দ ব্ৰজবুলি আদিৰে যুক্তহৈ যুটীয়াৰূপত আছে। ছন্দোবদ্ধ প্ৰাচীন ৰচনাত আকৌ অক্ষৰ/মাত্ৰাৰ সমতা ৰক্ষা অন্ত্যাক্ষৰৰ মিলন আৰু বৰ্ণধ্বনিৰ সুষমাৰ বাবে কঠিন শব্দ কোমল কৰি অলপ ভিন্নৰূপত প্ৰকাশ কৰা হয়। ইয়াৰ উপৰি সৰ্বত্ৰ অৰ্থবোধৰ বাবে অনেক ঠাইত আভিধানিক অৰ্থ পৰ্যাপ্ত নহয় ব্যাখ্যামূলক অৰ্থও প্ৰয়োজন।

বাস্তৱ অভিজ্ঞতাৰে বৈষ্ণৱ সাহিত্যৰ এখন শব্দকোষৰ অভাৱ অনুভৱ কৰিলে প্ৰবীণ মুক্তিযোদ্ধা, সমাজসেৱক, ভক্তিৰস পিপাসু শ্ৰীলীলা ভূঞাদেৱে। তেখেতৰ নিজৰ উক্তিত, "বহুত সময়ত দেখা যায় একোটা শব্দৰ প্ৰকৃত অৰ্থ বুজিব নোৱাৰা হেতু মনে সজা একোটা অৰ্থ ধৰিলৈ শাস্ত্ৰৰ বিকৃত ব্যাখ্যা কৰা হয়। ............এই শাস্ত্ৰ সমূহত ব্যৱহাৰ কৰা অথচ অসমীয়া ভাষাত সচৰাচৰ ব্যৱহাৰ নোহোৱা কিছু কঠিন শব্দৰ এখন অৰ্থ পুথি যুগুত কৰি এই ............ সাধু সকলক শাস্ত্ৰ সমূহৰ অৰ্থ কৰাত যৎকিঞ্চিৎ হলেও সহায় কৰিব নোৱাৰিনে? নিজৰ এই প্ৰশ্নৰ উত্তৰ 'পাৰি' বুলি শ্ৰীভূঞাই "বৈষ্ণৱ সাহিত্যৰ শব্দ কোষেৰে"ই দিছে।

ঘাইকৈ "শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমন্ত মাধৱদেৱে ৰচনা কৰা কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, বৰগীত আদি শাস্ত্ৰ সমূহৰ পৰা আৰু প্ৰসঙ্গক্ৰমে গোপালদেৱ, শ্ৰীৰাম আতা আৰু অন্যান্য বৈষ্ণৱ গুৰুৰ ৰচনাৰ পৰা শব্দ চয়ন কৰি শ্ৰীভূঞাদেৱে অনুসন্ধিৎসা উপলব্ধি কৰি আৰু উদাৰ দৃষ্টিৰে "বৈষ্ণৱ সাহিত্যৰ শব্দকোষ" যুগুতাইছে। এইখন বৈষ্ণৱ সাহিত্যৰ সম্পূৰ্ণ অভিধান নহয়, আনকি মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ৰচনাৰ সকলো শব্দ ইয়াত সন্নিবিষ্ট হোৱা নাই। ভক্ত সমাজত সদায় পুৱ-গধূলি, সেৱাই-সবাহে, তিথিয়ে উৎসৱে, পাঠকৰা আৰু গোৱা ৰচনাৰ পৰাহে শব্দাৱলী আহৰণ কৰি অভিধান ৰূপত আগবঢ়োৱা হৈছে।

কোষ বা অভিধান কেবা প্ৰকাৰেও প্ৰণয়ন কৰা হয়। শব্দৰ মূল (etymology) অনুসাৰে অৰ্থ নিৰূপণ, পৰ্য্যায়বাচী শব্দ, উদাহৰণ, উদ্ধৃতি আদিৰে সাধাৰণতে কোষগ্ৰন্থ প্ৰণয়ন কৰা হয় যদিও বিষয় অনুসাৰে ব্যাখ্যাযুক্ত কোষো আছে। বৈষ্ণৱ সাহিত্যৰ শব্দকোষত তেনে কোনো এটা নীতি পদ্ধতি অৱলম্বন নকৰাকৈ সকলোৰে সুবিধা হোৱাকৈ শব্দৰ অৰ্থ আৰু ঠায়ে ঠায়ে ব্যাখ্যা দিয়া হৈছে; কোনো ঠাইত আকৌ একো একোটা বিষয়ৰ সংক্ষিপ্ত আখ্যান আৰু বিৱৰণো আছে। একোটা শব্দৰ

অৰ্থ দিওঁতে প্ৰতি শাদ্য এটা অৰ্থহে প্ৰাসঙ্গিক ৰূপে দিয়া হৈছে। যেনে— 'নীলবস্ত্ৰ—বলৰাম' প্ৰকৃততে নীলবস্ত্ৰ—'নীলাকাপোৰ' আৰু 'নীল বৰণীয়া কাপোৰ পিন্ধোতা' এই দুয়োটা অৰ্থই হয়।

উপনিষদৰ অৰ্থ বুজাবলৈ যেনে ব্ৰাহ্মণ, সংহিতা, মন্ত্ৰ, উপনিষদৰ বিষয়ে দিয়া পৰিচয়; 'তীৰ্থ'ৰ বিষয়ে আভাস দিবলৈ মানস, জঙ্গম আৰু স্থাৱৰ এই তিনি বিধ তীৰ্থৰ বিষয়ে দিয়া সংক্ষিপ্ত বিৱৰণ উদাহৰণ ৰূপে উল্লেখ কৰিব পাৰি। আকৌ নন্দগেল বাথানে গোৱাল গেল পাল।

সুৰভি চাৰিতে লাগে উঠৰে গোপাল ॥

উক্তিৰে 'বাথান'ৰ প্ৰয়োগ দেখুওৱা হৈছে। এনে উদাহৰণ বহুত আছে। সমাসবদ্ধ নোহোৱা বা একে পদ হৈ নথকা একাধিক শব্দ একেলগে দিয়া ('ভাৰতৰে'—ভাৰ কাৰণে, 'মধুৰ মধুপমধু ভোলে'—ভোমোৰাই ফুলৰ মৌ খাবলৈ পাহৰিলে) কোৰ ৰচনাৰ দৃষ্টিৰ পৰা অসঙ্গত যদিও বুজিবলৈ সুচল হোৱাৰ বাবেই দিয়া হৈছে।

অন্যান্য প্ৰাচীন সাহিত্যৰ দৰে অসমীয়া বৈষ্ণৱ সাহিত্যৰ শব্দ পঞ্জী, বিষয় পঞ্জী, স্থান আৰু ব্যক্তিৰ নাম পঞ্জী থকা হলে দুওজনেৰৰ পক্ষে শব্দাৱলী নিৰ্ব্বাচনৰ কাৰ্য্য সহজ হ'লহেঁতেন। দুঃখৰ বিষয় এনে সঙ্কলন এতিয়াও হোৱা নাই। গতিকে প্ৰত্যেকখন গ্ৰন্থ পঢ়ি যিটো শব্দ আৰু বাক্যাংশ কঠিন বুলি অনুভৱ কৰিছে, তাকে সঙ্কলকে এই কোষত ঠাই দিছে আৰু তাৰ অৰ্থব্যাখ্যাও দিছে। দেখা যায় সংকলকে নিৰ্দ্দিষ্ট পদ্ধতিৰ অনুসৰণ কৰাতকৈ প্ৰয়োজনীয়তাৰ ওপৰতহে অধিক গুৰুত্ব আৰোপ কৰিছে। সেইদেখি সৰু বৰ সকলো অপ্ৰচলিত শব্দ গ্ৰহণ কৰাটো বাঞ্চনীয় হৈছে।

বহুতদিন আগতে "ইন্দ্ৰ মথ ভঙ্গ" কথাষাৰৰ অৰ্থ "ইন্দ্ৰৰ মুখ ভঙ্গা" বুলি ব্যক্তি বিশেষে কোৱা মনত পৰিছে। গতিকে "বৈষ্ণৱ সাহিত্যৰ

শব্দ কোষে”যে অনেকক এনে ছুৰ্গতিৰ পৰা ৰক্ষা কৰিব তাত অকণো সন্দেহ নাই। ৰচনা কঠিন শব্দযুক্ত হোৱাটো ৰচকৰ দোষ নহয় বুলি এজন বৈষ্ণৱ কবিয়ে কৈছে, “পদ অৰ্থ গহনত নিন্দা সুধুৰাই। স্বভাৱে গম্ভীৰ ইটো মোৰ দোষ নাই।”

শ্ৰীৰাম আতা প্ৰতিষ্ঠিত আহঁত গুৰি সত্ৰৰ প্ৰপন্ন শিষ্য শ্ৰীনীলা ভূঞাৰ পূৰ্ব্বপুৰুষ সকলে পুৰুষানুক্ৰমে অনুসৰণ কৰি অহা ভক্তি-পন্থাৰ উত্তৰাধিকাৰী শ্ৰীভূঞাই অনুসন্ধিৎসা আৰু উদাৰ দৃষ্টিৰে “বৈষ্ণৱ সাহিত্যৰ শব্দ-কোষ”ৰ নিচিনা কঠিন কাৰ্য্য সম্পাদন কৰিছে। এনে কাৰ্য্যৰ বাবে যিমান পৰিশ্ৰম আৰু যেনেকুৱা মনৰ আৱশ্যক সেইখিনিৰ প্ৰেৰণা কেৱল অন্তৰ নিগৰি ওলোৱা ভকতিৰ সোঁত। এনে দুৰূহ কাৰ্য্য সম্পাদন কৰিবলৈ যিখিনি সা-সুবিধা লাগে যিমান কোষ আৰু আকৰ, গ্ৰন্থৰ প্ৰয়োজন তাৰ সকলোখিনি শ্ৰীভূঞাদেৱে আওহতীয়া চৰাই দলনী গাৱঁত সকলো সময়তে নিশ্চয় পোৱা নাই। এনে পৰিস্থিতিতো আঠ হেজাৰতকৈও অধিক শব্দ সংগ্ৰহ কৰি সেই বিলাকৰ অৰ্থ আৰু ব্যাখ্যা লিখাৰ নিচিনা কঠিন কাৰ্য্য তেখেতে সম্পাদন কৰিছে। কবলৈ গ'লে শ্ৰীনীলা ভূঞাদেৱ এই দিশত পথিকৃত।

“বৈষ্ণৱ সাহিত্যৰ শব্দকোষ” গ্ৰন্থখন ভূঞাদেৱে মোক সম্ভৱতঃ ১৯৪২ চনৰ সহকৰ্মীৰ প্ৰীতিৰে চাবলৈ দিছিল মোৰ ওপৰত এইখিনি ভৰসা ৰখা বাবে শ্ৰীভূঞাদেৱক ধন্যবাদ জনাইছো।

চোৱা মানে যি বুজায় সেইখিনি মই কৰিব পৰা নাই। যাইকৈ সময় আৰু আৱশ্যকীয় সুযোগৰ অভাৱত। সেইদেখি চকু ফুৰাইহে দিলোঁ।

মোৰ দৃঢ় বিশ্বাস “বৈষ্ণৱ সাহিত্যৰ শব্দকোষ” নাম দিয়া হৈছে যদিও অসমীয়া পুৰণি সাহিত্যৰ প্ৰথম এই শব্দকোষে কেৱল ভকত সমাজকে নহয় বৈষ্ণৱ সাহিত্যৰ আলোচক, গৱেষক, ছাত্ৰ-শিক্ষক সকলোকে

সমানে উপকৃত কৰিব। ‘শিক্ষা’, ‘বেদান্ত’, ‘দৰ্শন’ আদিৰ নিচিনা শব্দৰ শিতানত দিয়া বিবৃতিয়ে পাঠকক বহুত কথাৰ সন্ধান দিব।

প্ৰথম প্ৰকাশত থকা কিছু ত্ৰুটী হয়তো দুই এঠাইত চকুত পৰিব; কিন্তু সি হব ভবিষ্যতৰ বাবে সহায়ক। নিসন্দেহে বৈষ্ণৱ সাহিত্যৰ শব্দকোষে ভকতৰ ভকতি পথত আগবঢ়াত জোৰৰ দৰে পোহৰ দেখুৱাব। ভকত তথা অসমীয়া সাহিত্যৰ সেৱক সকলে এই কোষ গ্ৰন্থখনি মৰমৰ চকুৰে চাই গ্ৰহণ কৰিলেই সংকলন কৰ্ত্তাৰ বৃদ্ধবয়সৰ পৰিশ্ৰম সফল হব।

“বৈষ্ণৱ সাহিত্যৰ শব্দকোষ”ৰ শুভ মুক্তিলৈ আগ্ৰহেৰে বাট চাই ৰলোঁ।

ঋতায়ন
গুৱাহাটী ৩
২।১০।৮৯

বিশ্বনাৰায়ণ শাস্ত্ৰী

## শুভেচ্ছা জ্ঞাপন

RAJANI KANTA DEV SARMA, M. A.
Retired Prof. of Sanskrit, Cotton College, Guwahati
AMBARI, LAMB ROAD.
GUWAHATI-781 001

২৯/৯/৮৯

শ্ৰীলীলা ভূঞাদেৱৰ 'বৈষ্ণৱ সাহিত্যৰ শব্দকোষ' নামৰ গ্ৰন্থখন হাতে লিখা অৱস্থাতে পঢ়ি চালো। পঢ়ি উঠি ভূঞাদেৱৰ প্ৰতি মোৰ বিশেষ শ্ৰদ্ধা হ'ল—তেখেতে বহু গ্ৰন্থ আলোচনা কৰি অসীম ধৈৰ্য্যেৰে পুথিখন যুগুত কৰা দেখি। অসমৰ প্ৰচীন সাহিত্য সম্ভাৰৰ মাজত লুকাই থকা শব্দাৱলীৰ অৰ্থান্বেষণৰ প্ৰচেষ্টা কোনো বিজ্ঞ পণ্ডিতে এতিয়াপৈকে কৰা নাই। শ্ৰদ্ধেয় ভূঞাদেৱে প্ৰথম বাটকটীয়া হৈ এই কামত হাত দিয়া বাবে তেখেত অসমবাসীৰে শ্ৰদ্ধাৰ পাত্ৰ। পুথিখন অনাখৰী ভকতৰ কাৰণে লিখা বুলি কোৱা হৈছে যদিও ই পণ্ডিতৰো কামত আহিব। ধৰ্ম আৰু সংস্কৃতি জগতৰ বহু নজনা অথচ জানিব লগীয়া কথা এই পুথিখনত সনিবিষ্ট হোৱাত ইয়াৰ মূল্য বাঢ়িছে। কেতিয়াবা যদি প্ৰাচীন শব্দাৱলীৰ পূৰ্ণাঙ্গ অভিধান সংকলনৰ কাম কোনোবাই হাতত লয়, ভূঞাদেৱৰ গ্ৰন্থখন উপজীব্য গ্ৰন্থ হিচাবে লবই লাগিব। পুথিখন প্ৰকাশিত হৈ ওলালে পঢ়ুৱৈ সমাজে অভকত হ'লেও আদৰেৰে হাতত তুলি লব বুলি আশা কৰিলো।

শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মা

আমাৰ শ্ৰদ্ধাভাজন শ্ৰীযুত লীলা ভূঞাদেৱক এজন স্বাধীনতা সংগ্ৰামৰ অক্লান্ত যুঁজাৰু আৰু বিশিষ্ট সমাজকৰ্মী হিচাপেহে আমি আমাৰ ছাত্ৰ অৱস্থাত জানিছিলো। জ্ঞান অন্বেষণৰ প্ৰতি তেওঁৰ যি অগাধ থাউতি আছে সেই কথা আমি এতিয়াহে জানিব পাৰিছো। আৰু তাক আৱিষ্কাৰ কৰি আমি তবধ মানিছো।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ শ্ৰীমন্ত মাধৱদেৱৰ ৰচিত্র পুথি সমূহত ব্যৱহৃত শব্দসমূহ সামৰি এখন পূৰ্ণাংগ অভিধান আমাৰ নথকা কথাটো বহুতবে লগতে এই লিখকেও বৰ দুখেৰে অনুভৱ কৰি আহিছে। এনে অভাৱৰ পৰিপ্ৰেক্ষিতত কম পৰিসৰত হবলৈ হলে বৈষ্ণৱ সাহিত্যৰ প্ৰতি পৰম শ্ৰদ্ধা জনাই শ্ৰীযুত ভূঞাদেৱে যি "বৈষ্ণৱ সাহিত্যৰ শব্দকোষ" খন ভকতৰ উদ্দেশ্যে প্ৰণয়ন কৰিছে সেইখন অসমীয়া ভাষা সাহিত্যৰ উন্নতিৰ পথত এটা উল্লেখযোগ্য মাইলৰ খুঁটাহৈ বব বুলি মই সৰ্ব্বান্তকৰণেৰে বিশ্বাস কৰিছো। তেওঁৰ এনে কষ্টকৰ সংপ্ৰচেষ্টা প্ৰত্যেক অসমীয়াৰ আদৰ্শ হোৱাটো বাঞ্চনীয়।

গুৱাহাটী উচ্চ ন্যায়ালয়
গুৱাহাটী

যামিনী ফুকন
অধিবক্তা
৩০।১।৮১

বৈষ্ণৱ সাহিত্যৰ অধ্যয়ন আমাৰ বাবে অপৰিহাৰ্য। অসমৰ বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ব-বিদ্যালয়ত এই সাহিত্যৰ পাঠ নমুনা হিচাবে হলেও দিয়া হয়। ভাৰতীয়া সমাজতো এইবোৰৰ চৰ্চ্চা সততে হৈ থাকে। এই বিধ সাহিত্য পঢ়ুৱাওতে বা সমাজত ব্যাখ্যা কৰোতে শব্দবোৰৰ প্ৰকৃত অৰ্থ-জ্ঞান নাথাকিলে অৰ্থান্তৰৰ ভয় থাকে। কেতিয়াবা একোটা শব্দৰ একাধিক অৰ্থও হয়। গতিকে সন্দেহৰ অৱকাশ আহিলেই কোষ এখনৰ প্ৰয়োজন অনুভব কৰা যায়। কিন্তু এনে এখন কোষ বৰ্ত্তমানলৈকে আমাৰ সাহিত্যত নাই। এই অভাৱ অনুভব কৰিয়েই লক্ষীমপুৰ জিলা সাহিত্য সভাই বৈষ্ণৱ যুগৰ শব্দাৱলীৰ, বিশেষকৈ ব্ৰজাৱলী শব্দৰ এখন শব্দাৰ্থ বিজ্ঞান যুগুত কৰাৰ এক সৎ চিন্তা কৰি শ্ৰীযুত লীলা ভূঞাদেৱক অনুৰোধ কৰে। শ্ৰীযুত ভূঞাৰ পৰিচয় তেখেতৰ কামেই দি আহিছে। তেখেত বৈষ্ণৱ সংস্কৃতিৰ এজন ওজা লোক। বিশেষকৈ বৈষ্ণৱীয় গীত সমূহৰ ৰাগ, তাল, মান আৰু অঙ্কীয়া নাটত তেখেত সিদ্ধ হস্ত। আমাৰ অনুৰোধ ৰক্ষা কৰি তেখেতে অনেক কষ্ট কৰি "বৈষ্ণৱৰ শব্দকোষ" যুগুতালে। ই অসমীয়া সাহিত্যত তেনেই নতুন আৰু আমাৰ অনেক দিনীয়া অভাৱ পুৰ কৰিব পৰা বস্তু। এই শব্দ কোষে সমূহ ছাত্ৰ, শিক্ষক আৰু ভকতীয়া সমাজক অৰ্থ বিভ্ৰাটৰ পৰা ৰক্ষা কৰিব পাৰিব। চাৰি কুৰিৰ দেওনা পাৰ হোৱা ভূঞাদেৱৰ জীৱন জোৰা সাধনাৰ ই উত্তম ফল। এনে মহৎ কামৰ বাবে আমি তেখেতৰ শলাগ লৈছো আৰু জিলা সাহিত্য সভাৰ পৃষ্ঠপোষকতাত প্ৰকাশ হোৱাত আনন্দ পাইছো। অসমীয়া ৰাইজৰ পৰা বৈষ্ণৱৰ শব্দকোষে সমাদৰ পাব বুলি আমি নিশ্চিত।

ইতি

শ্ৰীবিশ্ব বৰুৱা

সভাপতি, লঃ জিঃ সাঃ সঃ

# প্ৰকাশকৰ একাষাৰ

প্ৰবীণ মুক্তি যোদ্ধা শ্ৰীযুত লীলা ভূঞাদেৱৰ 'বৈষ্ণৱ সাহিত্যৰ শব্দকোষ' গ্ৰন্থখনি ১৯৮৯/৯০ বৰ্ষতে লক্ষীমপুৰ জিলা সাহিত্য সভাৰ দ্বাৰা প্ৰকাশৰ দায়িত্ব লোৱা হয়। জিলা সাহিত্য সভাই প্ৰকাশ কৰা এইখন দ্বিতীয় গ্ৰন্থ।

অসমীয়া বৈষ্ণৱ সাহিত্য আৰু সংস্কৃতিৰ নিষ্ঠাৱান পূজাৰী, বয়সেৰে আশীৰ দেওনা অতিক্ৰম কৰা, শ্ৰীযুত ভূঞাদেৱৰ গ্ৰন্থখনিয়ে অসমীয়া বৈষ্ণৱ সাহিত্য অধ্যয়নত বিশেষ সহায়ক হ'ব বুলি উপলব্ধি কৰি জিলা সাহিত্য সভাৰ সেই সময়ৰ সভাপতি শ্ৰীযুত বিশ্ব বৰুৱা, কাৰ্য্যনিৰ্ব্বাহকৰ সদস্য তথা বৰ্ত্তমানৰ সভাপতি শ্ৰীযুত তৰণী চৌধুৰী, সম্পাদক শ্ৰীযুত নবীন চেতিয়াকে আদি কৰি কাৰ্য্য নিৰ্ব্বাহকৰ বিষয় ববীয়া আৰু সদস্য সকলে গ্ৰন্থখনি প্ৰকাশত বিশেষ গুৰুত্ব দিছিল। এই গ্ৰন্থখনিয়ে বৈষ্ণৱ সাহিত্যৰ সকলো জটিল শব্দৰ অৰ্থকে সামৰি লৈছে বুলি আমাৰ বিশ্বাস। শ্ৰীযুত ভূঞা দেৱৰ এইখনি তৃতীয় প্ৰকাশিত গ্ৰন্থ।

গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত শ্ৰীযুত ভূঞাদেৱে সাধ্যাধ্য আৰ্থিক সাহায্যকে আদি কৰি সকলো ধৰণৰ সহায় সহযোগ আগবঢ়াবলৈ আগবাঢ়ি অহাৰ কাৰণেই গ্ৰন্থখনি প্ৰকাশ কৰি উলিওৱা সম্ভৱ হ'ল। ইয়াৰ বাবে শ্ৰীযুত ভূঞাদেৱক ধন্যবাদ জনালোঁ। গ্ৰন্থখনিৰ বেটুপাত অঙ্কন কৰাৰ বাবে শ্ৰীযুত পঙ্কজ পদ চৌধুৰী আৰু মুদ্ৰণৰ দায়িত্ব লোৱাৰ বাবে কস্তুৰী প্ৰিন্টাৰ্চৰ শলাগ ললোঁ।

শ্ৰীযুত ভূঞাদেৱৰ কাষৰ পৰা অধিক লেখনী আশা কৰি তেখেতৰ সু স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

ইতি

শ্ৰীচন্দ্ৰনাথ শইকীয়া

প্ৰকাশন সম্পাদক,

লক্ষীমপুৰ জিলা সাহিত্য সভা।

১২/৪/৯১

# আমাৰ একেষাৰ

শ্ৰীমন্ত শঙ্কৰদেৱৰ অনুগামী শিষ্য প্ৰশিষ্য সকলৰ আজুলীৰ পাবত লিখিব পঢ়া কেইগৰাকীমান উচ্চ শিক্ষিতলোকৰ বাদে বাকী সকলোৱেই যে হয় অল্প শিক্ষিত নহয় সম্পূৰ্ণ অশিক্ষিত সি সকলোৰে বিদিত। শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমন্ত মাধৱদেৱৰ ৰচনা কৰা কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাৱলী, বৰগীত আদি শাস্ত্ৰসমূহত ব্যৱহাৰ কৰা শব্দ সমূহৰ প্ৰকৃত অৰ্থ বুজি সেই শাস্ত্ৰসমূহৰ শুদ্ধ অৰ্থ ব্যাখ্যা কৰা সেই সকল অল্প শিক্ষিত কিম্বা অশিক্ষিত লোকৰ কাৰণে যে সম্ভৱ নহয় সিয়ো সৰ্ব্বজন বিদিত। দেখা যায় বহুত সময়ত এটা শব্দৰ প্ৰকৃত অৰ্থ বুজিব নোৱাৰা হেতু মনে সজা একোটা অৰ্থ ধৰিলৈ শাস্ত্ৰৰ বিকৃত অৰ্থ কৰা হয়; আৰু তাকে দেখি অনেক সময়ত বহুত শিক্ষিত লোকে আলোচনী আদিত নাইবা অনাতাঁৰ কেন্দ্ৰৰ মাধ্যমেৰে সেইবিলাক ইতিকিং কৰি আনন্দ উপভোগ কৰা দেখা যায়। সমাজৰ অশিক্ষিত লোক সকলৰ প্ৰতি এনে ভাব দেখি অন্তৰত দুখ লাগে। আজীৱন সমাজ সেৱক হিচাবে সমাজৰ এই অশিক্ষিত লোক সকলক এক শ্ৰেণীৰ শিক্ষিত লোকে কৰা উপহাস আৰু অৱজ্ঞাত মনত চিন্তা হয় এই অৱহেলিত লোকসকলক সহায় কৰাৰ কোনো সৎ উপায় নাইনে? কেতিয়াবা মনত খেলায় এই শাস্ত্ৰসমূহত ব্যৱহাৰ কৰা অথচ অসমীয়া ভাষাত সচৰাচৰ ব্যৱহাৰ নোহোৱা কিছু (সকলো নহলেও) কঠিন শব্দৰ এখন অৰ্থ পুথি যুগুত কৰি এই অশিক্ষিত সাধুসকলক শাস্ত্ৰসমূহৰ অৰ্থবোধত যৎকিঞ্চিত হলেও সহায় কৰিব নোৱাৰিনে? নিজেও তাৰ কাৰণে সাহস কৰিব নোৱাৰো যিহেতু আমি নোহো পণ্ডিত নোহো শাস্ত্ৰজ্ঞ। এই বিলাক চিন্তা আৱনা কৰি থাকোঁতেই আমাৰ গাত কি গুণ দেখি কব নোৱাৰো—এদিন মাধৱদেৱ মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীবিশ্ব বৰুৱা আৰু

শ্ৰীতৰণী চৌধুৰীদেৱ উভয়ে তেনে এখন অৰ্থপুথি যুগুত কৰিবৰ কাৰণে আমাক কয়। তেখেত সকলৰ কথাত কিছু উৎসাহ পালেও কোনো ভাষা জ্ঞান নথকা একজন লোকৰ কাৰণে এনেকামলৈ আগবঢ়া মানে একজন অন্ধই অন্য একজন অন্ধক বাট দেখুৱালৈ যোৱা একেকথা। কিন্তু শ্ৰীবিশ্ব বৰুৱাদেৱে আমাক মুখেৰে কৈয়ে নেৰিলে তেখেতে উত্তৰ লক্ষীমপুৰ সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ খনিত কথাটি লিপিবদ্ধ কৰি সভাত ঘোষণা কৰাত আমি বৰ বিপাঙত পৰো। ওলাই গলে ছুজনে প্ৰশ্ন কৰে পুথি খনি কিমান আগবাঢ়িছে ?

তেখেতসকলৰ এই কাৰ্য্যকে আশীৰ্ব্বাদ বুলি গ্ৰহণ কৰি এই পুথিখনি ৰচনা কৰিবলৈ আগবঢ়া হ'ল। এতিয়া কথা হ'ল গুৰু ছুজনাৰ ৰচিত পুথি সমূহত ব্যৱহাৰ কৰা কঠিন শব্দ সমূহৰ প্ৰায় দহ ভাগৰো কম শব্দহে অসমীয়া অভিধান 'হেমকোষ' কিম্বা চন্দ্ৰকান্ত অভিধানত পোৱা যায়, বাকী ৯০ ভাগৰ কিছু ব্ৰজাবলী আদি আন্যান্য ভাষাৰ শব্দৰ বাদে বাকী সকলো সংস্কৃত ভাষাৰ। সংস্কৃত ভাষাৰ শব্দও আকৌ ছুটা ভাগত বিভক্ত কিছু শব্দ অবিকল ৰূপত ব্যৱহাৰ কৰা হৈছে আৰু কিছু শব্দ বং বৰণ সানি নতুন ৰূপত ব্যৱহাৰ কৰা হৈছে। নাট সমূহত ব্যৱহাৰ কৰা অধিকাংশ শব্দই ব্ৰজাবলী। আজি প্ৰায় ৬০/৭০ বছৰৰ আগলৈকে উজনি অসমৰ প্ৰায় সকলো লোকেই এই নাটসমূহত ব্যৱহাৰ কৰা ব্ৰজাবলী শব্দসমূহৰ অৰ্থ ভালকৈ বুজিছিল ; বিশেষকৈ যিবিলাক অঞ্চলত অঙ্কীয়া নাট সমূহৰ বহুল প্ৰচাৰ আছিল। কিন্তু লাহে লাহে কমলাবাৰী সত্ৰই প্ৰচাৰ কৰা বৰগুৰা আৰু কৌৰীয়া আৰু আউনি আটি সত্ৰই প্ৰচাৰ কৰা মাতৃভাষা (অসমীয়া) ভাওনাই প্ৰাধান্য বিস্তাৰ কৰাত সৰ্ব্বসাধাৰণৰ অজ্ঞাত কেইখনমান সত্ৰৰ বাদে বাকী সকলোতে অঙ্কীয়া ভাওনা লুপ্ত হৈ পৰে। ফলত অঙ্কীয়া নাটসমূহত ব্যৱহাৰ কৰা ব্ৰজাবলী শব্দ সমূহৰ অৰ্থই নহয় অঙ্কীয়া নাটত থকা শ্লোক, স্তুতি, পয়াৰ, মুক্তি

মঙ্গল আদিৰ সুৰো পাহৰণিৰ গৰ্ভত সোমাল।

পুথিখনিৰ নাম শব্দ-কোষ দিয়া হৈছে যদিও সাধাৰণতে শব্দ-কোষত থাকিব লগা শব্দৰ মূল, লিঙ্গ পদ আদি সন্নিবিষ্ট কৰা হোৱা নাই মাত্র আগতে উল্লেখ কৰা গুৰুজনাৰ অশিক্ষিত বা অল্প শিক্ষিত ভক্ত সকলে থাউকতে বুজিবৰ কাৰণে শব্দৰ অৰ্থ, আৱশ্যক বুজি তাৰ প্ৰয়োগ আৰু ভক্ত সকলে জানিব লগা কিছু বিষয়ৰ চমু বিবৰণ আৰু সংক্ষিপ্ত আখ্যান আদি যোগ দিয়া হৈছে। পুথি খনিয়ে শব্দ-কোষৰ সম্পূৰ্ণ অৰ্থ বহন নকৰা কাৰণে পণ্ডিত সকলে যেন ক্ষমা কৰে।

পুথি খনি সঙ্কলন কৰোতে অসমীয়া অভিধান 'চন্দ্ৰকান্ত' আৰু 'হেমকোষ', সংস্কৃত অভিধান 'অমৰাৰ্থ চন্দ্ৰিকা', 'শব্দ কল্পদ্ৰুম," ইংৰাজী classical Dictionary 'মনুসংহিতা,' 'বৃহস্পতিস ংহিতা,' 'শ্ৰীমদ্ভাগৱত' 'শ্ৰীমদ্‌গীতা,' পুৰাণ, ৰামায়ণ, মহাভাৰত কেইখনমান উপনিষদ আদি শাস্ত্ৰ সমূহৰ সহায় লোৱা হৈছে।

পুথিখনি হেচাত পৰি সংকলন কৰা হ'ল সচা পিছে 'সকমুখত ৰৰ কথা, বুলি সকলোৱেই গৰিহনা দিয়ে বুলি প্ৰকাশ কৰিবলৈ সাহসে নুকুলোৱা হ'ল। এইদৰে গ'ল ছমাহ। শেষত অনেক চিন্তা কৰি বিশ্ববিদিত পণ্ডিত শ্ৰীবিশ্ব নাৰায়ণ শাস্ত্ৰী আৰু অসমৰ শিৰোমণি আৰু শাস্ত্ৰজ্ঞ পণ্ডিত শ্ৰীৰজনীকান্ত দেৱশৰ্ম্মাৰ ওচৰ চাপো। তেখেত সকলে দয়া কৰি তেখেত সকলৰ বহুমূল্যীয়া সময় নষ্ট কৰি পুথিখনি চাই তাত বৈ যোৱা দোষ ত্ৰুটীসমূহ শুদ্ধৰাই দিয়াৰ উপৰিও শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে পুথিখনিৰ 'ভূমিকাটি আৰু শ্ৰীৰজনী কান্ত দেৱশৰ্ম্মাদেৱে এটি শুভেচ্ছাবাণী পুথিত সংযোগ কৰি দি পুথিখনি ৰাইজৰ আগলৈ আগবঢ়াবলৈ সাহস জন্মায়, লগতে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ অধিবক্তা শ্ৰীমান যামিনী কান্ত ফুকনে পুথিখনি চাই সন্তোষ প্ৰকাশ কৰি এটি অভি· মত দিয়াত পুথিখনিৰ সৌষ্ঠৱ বৃদ্ধি হয়। এই খিনিতে তেখেত সকললৈ

আমাৰ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলো ।

এই সকলো শেষ কৰাৰ পিছত আৱশ্যক হ'ল অৰ্থৰ, যিটো মোৰ নিচিনা দৰিদ্ৰৰ কাৰণে সম্ভৱ নহয় । জীৱনৰ আৰম্ভণিতে ১৯৩৫ চনতে নাৰায়নপুৰ, ধলপুৰ আৰু খেৰাজখাত তিনিও মৌজাৰ ৰায়ত সভাৰ সম্পাদক হিচাবে অসম ৰায়ত সভাৰ সম্পাদক অসমৰ সাধু পুৰুষ নিঃস্বাৰ্থ দেশসেৱক মুক্তিযোদ্ধা যোৰহাটৰ ৺কৃষ্ণকান্ত শৰ্ম্মাদেৱৰ সান্নিধ্যত থকাৰ উপৰিও ১৯৪১ চনত অসমৰ খ্যাতনামা পুৰুষ ৺গোপীনাথ বৰদলৈ, ফকৰুদ্দিন আলি আহমেদ আদি লোক সকলৰ লগত যোৰহাট জেলত এবছৰ অতিবাহিত কৰাৰ ফলত অন্তৰত ত্যাগৰ যি এটা সাঁচ বহিল তাক পিছৰ কালত মচি পেলোৱা টান হৈ পৰিল। তাৰোপৰি সৰ্ব্বধৰ্ম্ম প্ৰাৰ্থনাৰে গীতাশাস্ত্ৰ হাতত লৈ ত্যাগ আৰু মানৱতাবোধৰ ওপৰত প্ৰতিষ্ঠিত মহাত্মা গান্ধীৰ ৰাজনীতিত অৰ্থনীতিয়ে মুখ্য স্থান নোপোৱাত সেই ৰাজনীতিৰ একন সামান্য কৰ্ম্মী বুলি নিজকে গণ্য কৰাত অৰ্থ উপাৰ্জনৰ লিপ্সা অন্তৰত জাগি নুঠাত আজীৱন দৰিদ্ৰ জীৱন যাপন কৰিব লগাত পৰে । সেয়েহে পুথিখন প্ৰকাশ কৰিবৰ কাৰণে অনেকৰ কাষ চাপিব লগাত পৰে । শেষত মোৰেই যোমাশহুৰ মোৰ লগৰেই একন প্ৰবীণ মুক্তিযোদ্ধা শ্ৰীযুত হৰিচন্দ্ৰ বৰুৱা, মাধৱদেৱ মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীবিশ্ব বৰুৱা, শ্ৰীচন্দ্ৰনাথ শইকীয়া আৰু আমাৰেই বৰপুত্ৰ শ্ৰীমান অৰূণ চন্দ্ৰ ভূঞা সকলোৱে কিছু অৰ্থ সাহায্য দিয়াত তেখেত সকলৰ ওচৰত কৃতজ্ঞ ৰলো। পুথিখনি সংকলন কৰা কাৰ্যত লক্ষীমপুৰ জিলা সাহিত্য সভাৰ আৰম্ভনিৰ পৰা শেষলৈকে সৰ্ব্বতোপ্ৰকাৰৰ সহায় সত্‍পৰামৰ্শেৰে পৃষ্ঠপোষকতা কৰাৰ উপৰিও পুথিখন প্ৰকাশৰ সকলো দায়িত্ব লোৱা বাবে তেখেত সকলৰ ওচৰত চিৰ কৃতজ্ঞ ৰলো ।

ছপাখানাৰ প্ৰুফ আদি চাই দি মোক সহায় কৰাৰ কাৰণে প্ৰাক্তন জিলা শিক্ষাবিষয়া শ্ৰীমান দয়ানন্দ মহন্তমোপাক মোৰ আন্তৰিক

চেনেহ জনালো। আৰু পুথিখনি চপা কৰোতে লব লগা যত্নতকৈও অধিক সময় আৰু মনোযোগ দি চপাৰ কাৰ্য শেষ কৰাৰ কাৰণে 'কস্তুৰী প্ৰিন্টাৰ্চ্'ৰ ওচৰত ঋণি থাকিলো। সৰ্ব্বশেষত পুথিখনিয়ে যদি অসমৰ ভকত বৈষ্ণৱ সকলক কিঞ্চিৎমানো সহায় ক'ৰে আৰু আমাৰ এই চেষ্টাই কোনো বিজ্ঞপুৰুষক এখনি পূৰ্ণাঙ্গ শব্দকোষ ৰচনা কৰাৰ উদগনি যোগাই তেনেহলেই আমাৰ এই পৰিশ্ৰম আৰু জীৱন সাৰ্থক হব। ইতি

শ্ৰীলীলা ভুঞা
ইং ২৩/৫/৯১

চৰাই দলনী
পোঃ মাধৱপুৰ
উত্তৰ লক্ষীমপুৰ।

# অ

ওঁ—ওঁকাৰ, প্ৰণবমন্ত্ৰ, বীজমন্ত্ৰ। অ, উ আৰু ম এই তিনি অক্ষৰ সংযুক্ত কৰি এই বীজমন্ত্ৰ সিদ্ধ কৰা হৈছে। অ অক্ষৰে বিষ্ণুক, উ অক্ষৰে শিৱক আৰু ম অক্ষৰে ব্ৰহ্মাক বুজাইছে। বিষ্ণু সত্বগুণৰ ব্ৰহ্মা ৰজোগুণৰ আৰু শিৱ তমগুণৰ প্ৰতীক হেতু ওঁকাৰ শব্দই সত্ব, ৰজ আৰু তমগুণকো বুজায়। তদুপৰি এই প্ৰণবমন্ত্ৰই স্বৰ্গ, পৃথিৱী আৰু পাতাল এই তিনি ত্ৰৈলোক্য আৰু ঋক, যজুৰ, সাম এই তিনি বেদকো বুজায়। সকলো মঙ্গল কাৰ্য্যৰ প্ৰাৰ্থনাৰ আৰম্ভণিতে এই প্ৰণব মন্ত্ৰ জপ কৰা হয়। এই মন্ত্ৰ জপ কৰাতে আন নালাগে পৃথিৱীয়েই শুনা নিষেধ।

a word of solemn, invocation, affirmation benediction and consent, so sacred that when it is uttered no one must hear it. It is a compound of three letters a, u, m, which are Typical of three Vedas. In latter times the monosylable represents the Hindu triad or Union of three Gods, 'a' being Visnu 'U' Siva and 'm' Brahma. The word is used at the commencement of prayers and religious ceremonies and is generally placed at the beginning of books (classical Dictionary). অকাৰস্তত্ৰ ভূ-লোক উকাৰেণোচ্যতে ভুবঃ সব্যঞ্জনো মকাৰশ্চ স্বৰ্লোকঃ পৰিকল্পতে।

ঋক্ সামানি যজুংষিচ ।। (ইতি শব্দ কল্পদ্রুম্)

অকণ্টক—কাঁইট নথকা, চিন্তা-ভাৱনা নথকা, শত্রুহীন ।
Having no thorn, free from anxiety or fear.

অকুটিল—সৰল, অকপট, হোজা, Sincere, honest.

অকুলীন—কুলীন (ভাল জাতি) নোহোৱা, নীহকুলীয়া, অজাতি, a person of low caste or origin.

অকুল—কুল (পাৰ) নথকা, অপাৰ, having no shore or limit, vast.

অক্রূৰ-১: ক্রূৰ (নিষ্ঠুৰ) নোহোৱা, মৰমিয়াল, দয়ালু; not cruel, Kind.

২: কৃষ্ণৰ দদায়েক, পিতৃ শ্বফল্ক, মাতৃ গান্দিনী । এওঁ কৃষ্ণ আৰু বলৰামক গকুলৰ পৰা মথুৰালৈ নিয়ে । কৃষ্ণ দ্বাৰকাত নথকাত শতধনু আহি সত্রাজিতক বধ কৰি স্যমন্তক মণি নিয়াৰ খবৰ পাই কৃষ্ণ দ্বাৰকালৈ আহে । শতধনুয়ে ভয় কৰি মণি অক্রূৰক দি পলাই যায় । অক্রূৰে সেই স্যমন্তক মণি লৈ বাৰানসীলৈ যায় । মণিৰ প্রভাৱত উৎপন্ন হোৱা ধন-সোণেৰে অক্রূৰে যজ্ঞ কৰি অনেক দান-দক্ষিণা দিবলৈ ধৰে । তাৰ কাৰণে দানপতি নাম পায় । তাতেসে অক্রূৰে বাৰানসী ক্ষেত্রে গৈয়া ।

কৰিলন্ত যজ্ঞ চয় সুবর্ণে মণ্ডিয়া॥
সুবর্ণৰ বেদী যত সুবর্ণৰ দান ।
তাতেসে জানিবা দানপতি নাম তান ॥

পিছত কৃষ্ণই অক্রূৰক এই মণি খোজাত কৃষ্ণক ঘূৰাই দিয়ে ।

অখণ্ড-মণ্ডল- সম্পূর্ণ গোলাকাৰ, কোনো অংশহীন নোহোৱা মণ্ডল; যেনে সূর্য্যমণ্ডল, চন্দ্র-মণ্ডল

অখিল- নিখিল, সমস্ত, সমগ্র; all, whole, entire

অগ- গমন কৰিব নোৱাৰা, উদ্ভিদ,

Which cannot move, tree etc.

অগনি- অগ্নি, জুই, Fire

অগম্য-যাব নোৱাৰা ; সোমাব নোৱাৰা; impassable

অগম্যা- যাক অভিগমন কৰা পাপ; যাৰে সৈতে সহবাস কৰা নিষিদ্ধ সেই তিৰোতা, a woman to cohabit with whom is a heinous.

অগোচৰ- ইন্দ্ৰিয়ই ঢুকি নোপোৱা, ইন্দ্ৰিয়ৰ বোধগম্য নোহোৱা, unknown, not under the Cognizance of the senses.

অগ্নি-জুই, fire,

বিষ্ণু পুৰাণমতে অগ্নি ব্ৰহ্মাৰ প্ৰথম পুত্ৰ । অগ্নিৰ ভাৰ্য্যা স্বাহা । এই স্বাহাৰ গৰ্ভত পাৱক, পৱমান আৰু শুচি তিনটা সন্তান হয় । এই তিনি-জন পুত্ৰৰ পৰা ৪৫ জন সন্তান হয় এই সকলো মিলি ৪৯ জন অগ্নি হয় ।

অগ্নিৰ বৰ্ণ ক'লা, মুখৰ আবৰণ ধূম্ৰ (ধোঁৱা) চাৰিখন হাত,হাতত উজ্জ্বল যাঠী, সাতখন জিহ্বা, বাহন ৭টা ৰঙা ঘোঁৰাই টনা ৰথ, ৰথৰ চকৰি হল সপ্তবায়ু । অগ্নি ৮ জন লোক পালৰ দক্ষিণ-পুব দিশৰ লোকপাল । মহাভাৰতত আছে অগ্নিয়ে অনেক যজ্ঞ দাহন কৰাৰ ফলত পেটৰ অসুখ হয় ; এই পেটৰ অসুখ নিবাময় কৰিবৰ কাৰণে খাণ্ডৱ বন দাহন কৰিবলৈ ধৰে ; কিন্তু ইন্দ্ৰই এই কাৰ্য্যত বাধা দিয়ে । পিছত কৃষ্ণ আৰু অৰ্জ্জুনৰ সহায়ত অগ্নিয়ে খাণ্ডৱ বন দাহন কৰে । ইন্দ্ৰৰ লগত যুদ্ধ কৰিবৰ কাৰণে অগ্নিয়ে কৃষ্ণক সুদৰ্শন চক্ৰ আৰু অৰ্জ্জুনক গাণ্ডীৱ ধনু প্ৰদান কৰে ।

অগ্নি তিনি প্ৰকাৰ—

দক্ষিণাগ্নি, গাৰ্হপত্য আৰু আহৱ-নীয় । যি অগ্নি দক্ষিণ দিশত থাকে তাক দক্ষিণাগ্নি, যি অগ্নিক গৃহস্থই নিজে গৃহত স্থাপন কৰে তাক গাৰ্হ-

পত্র্য আৰু যি অগ্নিক হোম আদিত স্থাপন কৰি হোমীয় দ্ৰব্য নিক্ষেপ কৰা হয় তাক আহৱনীয় অগ্নি বোলে ।

অগ্নিৰ অনেক নামৰ ভিতৰত অভিমানী, বহ্নি, অনল, পাৱক, বৈশ্বানৰ, অক্সহস্ত, ধনঞ্জয়, ধুম-কেতু, হুতাশন, হুতাভুজ, শুচি, অৰণি, ৰোহিতাশ্ব, সপ্তজিহ্বা, কৃপীতযোনি, ভাস্কৰ, শিখাবান প্ৰধান ।

অঘট— ঘটিব বা হব নলগা । Which is not to be happened.

অঘট-ঘটন-পটু— ঘটিব নলগা বা হব নলগাক হোৱা কৰাত পাৰ্গত ।

অঙ্ক—ৰ্শক,১,২ আদি গণনাৰ চিন, নাটকৰ আধ্যা, নাট কোলা, an arithmetical figure, an act of a drama, a drama the lap.

অঙ্কুৰ—গজালি, পোখা,the germ of a plant.

প্ৰণয়ে ভক্তিৰ জানা অঙ্কুৰ হোৱয় । বাৰস্কন্ধ ভাগৱত ফুল ডাল হয়া (গীত-গোপালআতা)

অঙ্কুশ—হাতী চলোৱা আঁকোৰা লোহাৰ মাৰি.লাংচিং an iron hook for driving an elephant.

অঙ্গ'দ—বান্দৰৰ ৰজা বালিৰ পুত্ৰ । লক্ষ্মণ আৰু গদৰ পুত্ৰ ।

অঙ্গনা—স্ত্ৰী, তিৰোতা, কামিনী, সুন্দৰাঙ্গী স্ত্ৰী, a woman, a beautiful woman

অঙ্গমীত—শৰীৰত, শৰীৰৰ অঙ্গত, in the body, in the limbs of the body.

অঙ্গ ভঙ্গিয়া— অঙ্গি ভঙ্গি কৰা, অঙ্গৰ সঞ্চালন a motion of the limbs, a gesture

অঙ্গিনা—আঙ্গিনা, চোতাল; a courtyard.

অঙ্গী-ভঙ্গী—শৰীৰৰ অঙ্গ প্ৰত্যঙ্গ লৰচৰ কৰা, the motion of the limbs.

অচৰে-চৰগতি-চলিব নোৱাৰাই চলা,

গমন কৰিব নোৱাৰাই গমন কৰা

অজগৰ—(১) হৰধনু, পিনাক ।

যেখনে, ৰামচন্দ্ৰ অজগৰ ধনু ধৰিল, সীতা শঙ্কিতভাৱে চিন্তিত ভেলি । ( সীতাসয়ম্বৰ নাট )

(২) চন্দন, - পায়ে অজগৰ লেপন কৰাইবো কস্তুৰী সাথে মিলাই । (গীত- শ্ৰীৰাম আতা)

অজ—(১) ছাগলী, মেষ,a Goat, a ram.

(২) যাৰ জন্ম নাই, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আৰু কামদেৱ । দশৰথৰ পিতৃ ।

অজন—জন্মৰহিত, নিত্য, অস্ৰষ্টা eternal, who is not created.

অঞ্জন —কাজল, যোৱা, শিৱ, পশ্চিম দিশৰ ৰক্ষক বৰুণৰ হস্তী । a collyrium applied to the eye lashes, to go, the god Siva, the elephant of Baruna

অঞ্জনা—হনুমন্তৰ মাক, উত্তৰ দিশা-দিশাধিপতি হস্তী সাৰ্ব্বভৌমৰ পত্নী ।

অজনীয়া— নামৰ তত্ত্ববুজা কৃষ্ণৰ একান্ত ভক্ত ।

অজ্ঞান আন্ধাৰে, পৰিয়া জীৱৰ, জ্ঞান পথ ভৈলা নাশ ।
নাম অজনীয়া, বিনে আনমতে, নপাৱে হৰিৰ পাশ ॥

জ্ঞানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত ।
সেহি গুৰু উপদেশ দিবাক শকত ॥
যদ্যপি ভকত হোন্ত নোহন্ত পণ্ডিত ।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত ॥
পণ্ডিত হোৱন্ত যদি নোহন্ত ভকত ।
তাৰ উপদেশে বোধ নোপজে শিষ্যত ॥

অণ্ড - ডিম্ব ঘূৰণীয়া বস্তু, কণী an egg, testicle.

অণ্ডজ—কণীৰ পৰা জন্ম হোৱা, oviparous.

অণ্ডাধাৰ— মাইকীৰ বি, ভাগত সন্তান জন্মোৱা কণী উৎপন্ন হয়, the ovary.

অতিৰথী—ৰথত উঠি যুদ্ধ কৰা ডাঙৰ যোদ্ধা।

অথিৰ—স্থিৰ নোহোৱা,চঞ্চল,অস্থিৰ, স্থায়ী নোহোৱা, uncertain, unsteady.

অৰ্থবাদ— অৰ্থৰ বিচাৰ কৰা ; কোনো কথাৰ অৰ্থত আসোঁৱাহ উলিয়াই আন অৰ্থকৰা; the act of putting a new meaning of a word or sentence.

অৰ্থবাদ সাত বিধ — স্তুতি অৰ্থবাদ, ফল অৰ্থবাদ, সিদ্ধি অৰ্থবাদ, নিন্দা অৰ্থবাদ, পৰকৃতি অৰ্থবাদ, পুৰাকল্প ( পৰকালৰ কৃতকৰ্ম্মৰ পাপ পুণ্য বিচাৰ ) অৰ্থবাদ আৰু মন্ত্ৰবাদ।

আকৌ বেদৰ মন্ত্ৰৰ দুটা ভাগ— বিধি আৰু অৰ্থবাদ, অৰ্থবাদ মানে মহিমা বা প্ৰশংসাসূচক বৰ্ণনা।

অদিতি— দক্ষৰ কন্যা আৰু কাশ্যপৰ পত্নী। ইন্দ্ৰ আৰু বিষ্ণুৰ (বামন) মাতৃ। অন্য ঠাইত আকৌ দক্ষৰ মাতৃ বুলি কোৱা হৈছে। অদিতিৰ আঠজন পুত্ৰ হয়, এই আঠজনৰ অষ্টমজন সন্তান মাৰ্ত্তণ্ডক অৰ্থাৎ সূৰ্য্যক আতৰাই থৈ বাকী সাতজনক দেৱতাসকলৰ ওচৰলৈ লৈ যায়। এই সাতজন হ'ল মিত্ৰ, আৰ্য্যমান, ভগ, বৰুণ, ইন্দ্ৰ, ধাত্ৰী আৰু সাবিত্ৰী John Dowson ৰ অভিধানত আছে Aditi-free, unbounded, infinity, the boundless heaven as compared with the finite earth or according to M. Muller, "the visible infinite, visible by the naked eyes, the endless expanse beyond the earth, beyond the clouds, beyond the sky." In the Rig-Veda she is frequently implored "for blessings on children and cattle, for protection

and forgiveness." In the Yajur Veda Aditi is addressed as, "Supporter of the sky, sustainer of the earth, Sovereign of this world, wife of Vishnu" but in the Mahabharata and Ramayana as well as in the Puranas Vishnu is called the son of Aditi. সমুদ্ৰ মন্থনত উদ্ভৱ হোৱা কুণ্ডলজোৰ ইন্দ্ৰই আনি তেওঁৰ মাতৃ অদিতিক দিয়ে। এই কুণ্ডলজোৰ নৰকাসুৰে ইন্দ্ৰক যুদ্ধত পৰাজয় কৰি লৈ যায়। পিছত শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি কুণ্ডলজোৰ অদিতিক ঘূৰাই দিয়ে।

অধীৰ— অস্থিৰ, অস্থায়ী, not-durable, transient.

অধীৰ জীৱন ধন যৌৱন জায়া।
ভকতি বিৰোধী বিষয় সব মায়া॥ (বৰগীত)

অধোক্ষজ— বিষ্ণু, ভগৱান; যাৰ সেৱাসুখত মানুহৰ সাংসাৰিক সুখ অধঃকৃত (অধোগামী) হয়; ভগৱান ইন্দ্ৰিয়ৰ অগোচৰ কাৰণে অধোক্ষজ বোলা হয়।

অনঙ্গ— যাৰ অঙ্গ নাই, কামদেৱ (কন্দৰ্প চাওক)

অনল— অগ্নি, জুই; fire.

অনিত্য— অনিত্য, অস্থায়ী, ক্ষন্তেকীয়া, transitory.

অনিমিষ— দেৱতা, মাছ, চকুৰ অনিমেষ

প্ৰচাৰ নমৰা, একেথৰে।

অনিল— বায়ু, the wind.

অনীকিনী—তিনটা চমু সৈন্যৰ দল, অৰ্থাৎ ২১৮৭ টা হস্তী, ২১৮৭ টা ৰথী, ৬৫৬১ টা অশ্বাৰোহী আৰু ১০৯৩৫ টা পদাতিক সৈন্যৰ দল।

অনুদাস— দাসৰ দাস, দাসৰ পিছত থকা দাস।

অন্তক— মৃত্যু, যম, অন্তকৰোতা; death, destroyer.

অন্তকভঞ্জ— অন্তকৰ দাপ ভাঙ।

অপৰিগ্ৰহ— জীৱনধাৰণৰ বাবে

প্রয়োজনীয় বস্তুৰ বাহিৰে অন্য-বস্তু গ্ৰহণ নকৰা বা দান নোলোৱা।

অপাঙ্গ—চকুৰ কোণ, চকু, অঙ্গহীন, তিলক, ফোট।

অৰুণ অপাঙ্গেচায়, মধুৰ হাসিয়া (বৰগীত)

অপৰ্ণা— দুৰ্গাৰ এটা নাম।

অপবৰ্গ — মুক্তি, মোক্ষ, পৰমপদ প্ৰাপ্তি, ত্যাগ, পূৰ্ণতা Salvation, Sacrifice.

অপস্মাৰ— মৃগীৰোগ, অঙ্গ বিকৃতি।

অপহৃত—ঘুণেধৰি নষ্ট কৰা being rusty and wornout

হৃৰ সাৰাসনক ভাঙ্গিলে যিটো জন।

অপহৃত কৈলে ঘৃণে বোলয় ৰাৱণ (গীত ৰামানন্দ)

অপেশ্বৰী - স্বৰ্গৰ নাচনী, পুৰাণৰ মতে, এই অপেশ্বৰী সকল দেৱ দৈত্যই সাগৰ মন্থন কৰোতে উদ্ভৱ হৈছিল। মনুৰ মতে, ব্ৰহ্মাই সৃষ্টিৰ লগতে এই অপেশ্বৰী সকলকো সৃষ্টি কৰিছিল। যেনে—"যক্ষ ৰক্ষঃ পিশাচাংশ্চ গন্ধৰ্ব্বাপসৰসো হনুমান। নাগান সৰ্পান সুপৰ্ণাংশ্চ ৰোহিতেন্দ্ৰ ধনুংষিচ ॥

এই অপেশ্বৰীসকল দুই ভাগত বিভক্ত; এভাগ দৈবিক আৰু আনভাগ লৌকিক।

দৈবিক ১০ গৰাকী আৰু লৌকিক ৩৪ গৰাকী। বোধ-হয় এই ৩৪ গৰাকীকে গন্ধৰ্ব্ব সকলৰ পৰিবাৰ বুলি কোৱা হৈছে। কিছু কিছু ঠাইত আকৌ অপেশ্বৰী ৩৪ নিযুত বুলি কৈছে, তাৰ ভিতৰত ১০৬০ গৰাকী মুখ্য।

অপৌৰষেয়—কোনো পুৰুষ সম্বন্ধীয় নোহোৱা, কোনোৱে নিৰ্ম্মান নকৰা ; not made by any man

অব— এতিয়া ;now.

অবধুত— সন্ন্যাস, আশ্ৰমী, শিৱ, an ascetic, belonging to hermitage, Siva

যাৰ ৰূপ ধৰ নাহিকে ত্ৰিভুৱনে।

অপধৃত বেশে তাক ঢাকিল আপোনে। (৪৬০৭ ভাগৱত)

অবহিথা— লজ্জাবশত ৰতিচিহ্ন গোপন।

অবহু—এতিয়াও; even now

অবিনাশী— নাশ নোহোৱা, সদায় থকা; ever existing, imperishable.

অবিনিশি } অবনিশি } দিনে ৰাতি, day and night.

অবিশেষ— যাৰ কোনো বিশেষ গুণ নাই অথচ যিটো বস্তুত গুণৰ উপাদান। যেনে সূৰ্য্য, আকাশ, পৃথিবী, পানী আৰু বায়ু।

(১) সূৰ্য্যৰ পোহৰৰ নিজা কোনো ৰং নাই অথচ সিয়েই সকলো ৰৰণৰ মূল।

(২) আকাশত কোনো শব্দ নাই অথচ আকাশেই সকলো সুৰৰ মূল।

(৩) পৃথিবীৰ কোনো গন্ধ নাই অথচ পৃথিবীৰ পৰাই সকলো গন্ধৰ উৎপত্তি।

(৪) পানীৰ কোনো নিজা ৰস নাই অথচ পানীৰ পৰাই সকলো ৰসৰ উৎপত্তি। সেইদৰে

(৫) বায়ুৰ পৰাই স্পৰ্শৰ উৎপত্তি।

শব্দলক্ষণমাকাশং বায়ুস্তু স্পৰ্শ। লক্ষণম্।

জ্যোতিষং লক্ষণং ৰূপম্ আপশ্চ ৰস লক্ষণাঃ।

ধাৰিনী সৰ্ব্বভূতানাং পৃথিবী গন্ধ লক্ষণা।

অব্ৰাহ্মণ— নিকৃষ্ট ব্ৰাহ্মণ, বেয়া ব্ৰাহ্মণ, Brahmin of inferior sanctity.

অভিচাৰ— হিংসাকৰ্ম্ম, শত্ৰুনাশৰ উদ্দেশ্যে কৰা যজ্ঞ, তান্ত্ৰিক ক্ৰিয়া আদি।

অভিমানী—(১) অহঙ্কাৰী, গৰ্বিত, arrogant, proud

(২) অগ্নি, জুই; fire

(অগ্নি চাওক।)

অভিলাষ—আশা, লোভ, অনুৰাগ Wish, desire.

অভিষেক— পবিত্ৰ জলেৰে শান্তি

কৰি ৰাজসিংহাসনত, নিয়োগ কৰা, installation in the throne after sprinkling with holy water.

অভ্ৰমু — পূৰ্ব্বাদিগাধিপতি হস্তী ঐৰাৱতৰ পত্নী।

অমৰপদ — অমৰণ পদ, দেৱত্ব; divinity.

অমল— নিৰ্ম্মল, কোনো মল নথকা, pure.

অমৰ্ষ— ক্ৰোধ, কোপ, ৰোষ: anger, rage

অমাত্য— মন্ত্ৰী; minister.

অমায়িক (১) মায়াশূন্য, মায়াৰহিত; free from worldly illusion.

(২) সৰল, নম্ৰ, sincere, Polite, honest.

অমিত্ৰ— মিত্ৰ নোহোৱা, শত্ৰু; an enemy.

অমিয়া—অমৃতৰ তুল্য ambrosial

অমোল - অমূল্য, মূল্যবান, Valuable.

অম্বৰ— অম্বৰ, কাপোৰ; cloth.

অম্বুজ— পদ্ম, পদুম, a lotus.

অম্বুদ— মেঘ, cloud.

অম্বুধিপিত—সাগৰৰ দৰে; like an ocean.

অমৃত— যাক পান কৰিলে মৰণ নহয়। দেৱতাসকল দৈত্যৰ হাতত পৰাজয় হৈ বিষ্ণুৰ ওচৰত অমৰণৰ উপায় বিচৰাত ভগবানে দৈত্যসকলৰ লগত পুনৰ মিলাপ্ৰীতি স্থাপন কৰি দুগ্ধ সাগৰ মন্থন কৰিবলৈ উপদেশ দিয়ে। সেই উপদেশ অনুসৰি দেৱতাসকলে দৈত্যসকলৰ লগত সদ্ভাৱ স্থাপন কৰি মণ্ডৰগিৰিক মথনী আৰু বাসুকীক লেজু হিচাবে দুয়োপক্ষ একেলগ হৈ দুগ্ধসাগৰ মন্থন কৰিবলৈ লয়। মন্থনত প্ৰথমে কামধেনু, তাৰ পিছত ক্ৰমে বাৰুণী, পাৰিজাত, অপেশ্বৰীসকল, লক্ষ্মী, কালকূট বিষ, ধন্বন্তৰী আৰু শেষত অমৃত ওলায়। কিন্তু বিষ্ণুৱে এইসময়তে মোহিনী ৰূপ ধৰি দৈত্যসকলক মোহী পেলায়। এই

সুযোগতে দেৱতাসকলে অমৃত খাই শেষ কৰে;দৈত্যসকলে খাব-লৈ নাপালে। দেৱতাসকল অমৃত পান কৰি অমৰত্ব লাভ কৰে। এই অমৃত মানুহে অতি সুস্বাদু বুলি কয়।

অবক—পদ্মকাঠ, শেলুৱৈ, শেলাই, moss.

অৰনি—জুই জ্বলোৱা কাঠ, এই কাঠ ঘৰ্ষণ কৰিলে জুই জ্বলে।

অৰতি—ৰাপ নথকা, অৰুচি, dislike, disregard.

অৰবিন্দ – ৰঙা পদুম, সাৰস পক্ষী, a red lotus, a kind of bird.

অৰি—(১) শত্ৰু, বৈৰী, an enemy. যেনে সুৰ অৰি—ৰাক্ষস (২) বিষ্ণুৰচক্ৰ —অৰি অৰবিন্দ কৌমুদী কম্বুপানি। কোকিলক কণ্ঠ অমিয়া মুখে বাণী (নাট)

অৰীতিয়া – অনাচাৰী, শাস্ত্ৰৰ নিয়মৰ বিৰোধে প্ৰবৰ্ত্তী ; heterodox,

অৰুণ—ৰঙা, ৰঙচুৱা Red, Rosy সূৰ্য্য, উষাকাল; বৰুণৰ ভ্ৰাতৃ, অৰুণৰ পিতৃ কাশ্যপ আৰু মাতৃ কদ্ৰু, অৰুণক সূৰ্য্যৰ সাৰথি বুলিও কোৱা হয়। the sun, the dawn, Personified as the chariotor of the sun. (CD)

অৰুন্ধতী— কৰ্দ্দম ঋষিৰ কন্যা, বশিষ্ঠৰ ভাৰ্য্যা।

অলক—ভঙ্গি যুক্ত কেশ, অলকাচুলি; কপালৰ আগত ওলমি থকা চুটি চুলি।

নীল অলক দুলে কপালে।
কৰ্ণত মকৰ কুণ্ডল লোলে॥

অলকা—(১) কপাল, গাল, কাণৰ কাষত ওলমি থকা চুটি চুলি। প্ৰকাশে কপালে অলকা পাঁতি।

পদ্মকো নিন্দে নয়নৰ কান্তি॥
(কীৰ্ত্তন)

(২) কুবেৰৰ নগৰ, ভৱন, "কৈলাসঃ স্থানমলকা পূৰ্ব্বিমানন্তু পুষ্পকম্ (ইতি অমৰাৰ্থ চন্দ্ৰিকা)

(৩) আঠ বছৰৰ পৰা ১০ বছৰৰ ভিতৰৰ কন্যা।

অষ্টাবৰ্ষ্যাবধি দশবৰ্ষ পৰ্য্যন্ত বয়স্কা কন্যা ( ইতি শব্দ ৰত্নাৱলী ।

অলিকম্ } ভাগ্য, the luck
অলীকম্ } চৌভিতি সম কৰি বাণ

বসু পুৰি হৰি
অলিকম তাহান সমান॥
(গীত সহদেৱ হালধি আটিসত্ৰ )

অশনি— বজ্ৰ, কুলিশ ; ভিহুৰ, শম্ব, ৰয়নী দিবসে লিজএ৯ বামা নামা ।

প্ৰপন্ন জনাশনি পঞ্চৰ বামা ॥
( বৰগীত )

অশ্বিনীকুমাৰ— সূৰ্য্যৰ পুত্ৰ। সূৰ্য্যই তেওঁৰ পত্নী সংজ্ঞা কিছুৰ মা'ত সংজ্ঞাৰ লিগিৰী ছায়া উভয়ে ঘোঁৰাৰ ৰূপ ধৰি সঙ্গম কৰাৰ ফলত তেওঁলোকক অশ্বিনীকুমাৰ বোলা হয়। অশ্বিনীকুমাৰ যঁজা, চিৰ কুমাৰ, সোণৰ নিচিনা উজ্জ্বল আৰু সুন্দৰ, স্বৰ্গৰ দেৱতা সকলৰ বৈদ্য। অশ্বিনীকুমাৰৰ ঔৰসত মাদ্ৰীৰ গৰ্ভত নকুল আৰু সহদেৱৰ জন্ম হয় ।

যেতিয়া কুলাচলে পাণ্ডৱ সকলক বধ কৰে তেতিয়া এই অশ্বিনীকুমাৰ দৈ তেওঁলোকক পুনৰ্জীৱিত কৰে ।

John Dowson এ তেওঁৰ Classical Dictionary ত লিখিছে — Two vedic deties, twin sons of the sun or the sky. They are ever young and handsome, bright and of golden brilliency, agile, swift as falcons and possesed of many forms, and they ride in a golden car drawn by horses or birds as harbingers of ushas, the dawn. They are the earliest bringers of light in the morning sky who in their chariot hasten onward before

the dawn and prepare the way for her. They are the Physicians of Swargo

অষ্টদিগধিপতি — আঠদিশৰ অধিপতি, এওঁলোকক লোকপাল বুলিও কোৱা হয়, যেনে ইন্দ্ৰ, বহ্নি, পিতৃ-পতি, সূৰ্য্য মৰুৎ, কুবেৰ, সোম আৰু বৰুণ (লোকপাল চাওঁক)

অষ্টদিগধিপতি সকলৰ হস্তী সমূহ — পূৰ্ব্বদিগধিপতি ইন্দ্ৰৰ হস্তীৰ নাম ঐৰাৱত, পূৰ্ব্ব আৰু দক্ষিণ কোনাধিপতি অগ্নিৰ হস্তী পুণ্ডৰীক, দক্ষিণদিগধিপতি যমৰ হস্তী বামন, দক্ষিণ পশ্চিম দিগধিপতি সূৰ্য্যাৰ হস্তী কুমুদ, পশ্চিমদিগধিপতি বৰুণৰ হস্তী অঞ্জন, উত্তৰ পশ্চিম কোনাধিপতি বায়ুৰ হস্তী পুষ্প দন্ত, উত্তৰদিগধিপতি কুবেৰৰ হস্তী সাৰ্ব্বভৌম, উত্তৰ পূৰ্ব্ব-কোনাধিপতি সোমৰ হস্তী সুপ্ৰতীক।

অষ্টদিগধিপতি হস্তী সমূহৰ স্ত্ৰী সকল — ঐৰাৱতৰ স্ত্ৰী অভ্ৰমু, পুণ্ডৰীকৰ স্ত্ৰী কপিলা, বামনৰ স্ত্ৰী পিঙ্গলা, কুমুদৰ স্ত্ৰী অনুপমা, অঞ্জনৰ স্ত্ৰী তাম্ৰকৰ্ণী, পুষ্পদন্তৰ স্ত্ৰী শুভ্ৰদন্তী

সাৰ্ব্বভৌমৰ স্ত্ৰী অঞ্জনা আৰু সুপ্ৰতীকৰ স্ত্ৰী অঞ্জনাৱতী।

অষ্টধাতু—আঠ বিধ ধাতু যেনে-সোণ ৰূপ, তাম, পিতল, কাঁহ, লো, সীহ আৰু তীখা: gold, silver, copper, brass, iron, steel, lead and tin

অষ্টপ্ৰকাৰ বিবাহ — মনু সংহিতাত আঠপ্ৰকাৰ বিবাহৰ কথা উল্লেখ কৰিছে যেনে-ব্ৰাহ্ম, দৈব, আৰ্ষ, প্ৰাজা - পত্য, আসুৰ, গান্ধৰ্ব্ব, ৰাক্ষস আৰু পৈশাচ।

১। বৰক আমন্ত্ৰণ কৰি আনি বৰ কন্যা উভয়কে আৱশ্যকীয় সাজপাৰেৰে ভূষিত কৰি কন্যা দান কৰাটো ব্ৰাহ্ম।

২। জ্যোতিষ্টোম আদি যজ্ঞ কৰ্ত্তা পুৰোহিতক কন্যা দান

কৰাটো দৈব ।

৩। যজ্ঞ আদি ধৰ্ম্ম কাৰ্য্যৰ কাৰণে এটা বা দুটা গোমিথুন (এজনী গাই আৰু এটা বলদক এক গোমিথুন বোলা হয়) বৰৰ পৰালৈ কন্যাদান কৰাটো আৰ্ষ ।

৪। "তোমালোক দুইজনে যথাবিধি গাৰ্হস্থ্য ধৰ্ম্ম আচৰণ কৰিবা" বুলি আশীৰ্ব্বাদ দি কন্যা দান কৰাটো প্ৰাজা পত্য ।

৫। কন্যাৰ পিতা বা ভাতৃ আদিক টকা পয়চা দি কন্যা অনাটো আসুৰ ।

৬। বৰ কন্যা উভয়ৰে মিলত্ৰৈ কন্যা গ্ৰহণ কৰিলে তাক গান্ধৰ্ব্ব ।

৭। কন্যাপক্ষক মাৰ কিল কৰি কন্যাৰ অনিচ্ছা স্বত্বেও বলৎকাৰ কৰি কন্যা গ্ৰহণ কৰাটো ৰাক্ষস আৰু

৮। কন্যা নিদ্ৰাত কিম্বা মদ আদি ৰাগীয়াল বস্তু পান কৰাই উন্মত্ত অৱস্থাত ধৰি নিয়াটো পৈশাচিক বিবাহ বুলি কয় ।

অষ্ট প্ৰকৃতি-আঠবিধ প্ৰকৃতি, যেনে- ক্ষিতি, অপ, তেজ, মৰুৎ ব্যোম, মন, বুদ্ধি আৰু অহঙ্কাৰ ।

অষ্টবসু—আঠ জন দেৱতা, ধৰ, ধ্ৰুব, সোম,বিষ্ণু, অনিল, অনল, প্ৰত্যুষ, আৰু প্ৰভাস ( বসুচাওক )

অষ্টাঙ্গ প্ৰণাম—শৰীৰৰ আঠ অঙ্গ অৰ্থাৎ দুই হাত, দুইভৰি, দুই আঠু, বুকু আৰু কপাল মাটিত লগাই কৰা সেৱা ।

অষ্টাঙ্গ যোগ—যম, নিয়ম, আসন, ধ্যান, ধাৰণা প্ৰাণায়ম, প্ৰত্যাহাৰ আৰু সমাধি ।

নামত বলে কৰে পাপ বুদ্ধি ।<br>
অষ্টাঙ্গ যোগে তাৰ নাহি সিদ্ধি ॥<br>
কীৰ্ত্তন ।

অসূয়া—লোকৰ গুণ দেখিব নোৱাৰা, অনাৰ দোষ দেখুৱাই ফুৰা । detraction, disparagement

অস্তেয়—আনৰ বস্তুৰ প্ৰতি স্পৃহা নকৰা বা চুৰি নকৰা ।

অক্ষৌহিনী—দহ অনীকিনী সৈন্য। ১০৯৩৫০ পদাতিক, ৬৫৬১০ অশ্ব, ২১৮৭০ হস্তী, ২১৮৭০ ৰথীৰ সেনাবাহিনী।

## আ

আখণ্ডল—ইন্দ্ৰৰ এটা নাম।

আগৰ—অগৰু এবিধ সুগন্ধি কাঠ। সাঁচ গছ গুজৰাট, কৰ্ণাট, তামিল আৰু হিন্দিত আগৰ বোলে। ডাকৰী নাম fragrant wood ইংৰাজীত eagle wood লেটিন্ acquilaria agallocha

আগি - অগ্নি, জুই, fire

আগু—আগত, সম্মুখত infront of, before.

আগুহাৰী—আগভেটি, আগুৰিধৰি, to hinder from advancing.

আগো—কেৰা, হে, hallo
আগো মাই তোহাৰি তনয় যদুমণি।
ৰুকামুখ ধৰি হৰি, পৰম আনন্দ কৰি
আইসে শুনা বাংশীৰ ধ্বনি॥
বৰগীত।

আঙ্গিনা—অঙ্গিনা, অঙ্গন, চোতাল, courtyard.

আঞ্চল—আঁচল, কাপোৰৰ আগ

আজু—আজি, to day.

আটোপ—ডাংকোপ, অহঙ্কাৰ, ৰাজাসবক আটোপ টঙ্কাৰ দেখিয়ে শুনিয়ে মহাভয়ে ৰুক্মিণীৰ হৃদয় কম্প মিলল। (ৰুক্মিণী হৰণ।)

আতা—আত্মা, যি জনে জীৱাত্মাক পৰমাত্মাৰ সান্নিধ্যলৈ নিয়াৰ পথ প্ৰদৰ্শন কৰি জীৱক পুনৰ পুনৰ জনম ধৰি সংসাৰ নিকাৰ ভুঞ্জাৰ পৰা ৰক্ষা কৰে, মহাপুৰুষীয়া ধৰ্ম্মৰ গুৰুসকলক শিষ্য বৰ্গই আৰু সৰি সন্ততি সকলেও এই অৰ্থত আতা সম্বোধন কৰে।

আতাই—মহাপুৰুষীয়া ধৰ্ম্মাৱলম্বী লোকসকলে একেজন গুৰুতে একেলগে শৰণ লোৱা সকলক

ইজনে সিজনক সম্বোধন কৰি মতা মাত । কিছু কিছুৱে অৰণ্যো হৰিভকত বুলিও সম্বোধন কৰে ।'

আতৈ— মহাপুৰুষীয়া লোকসকলে এক মহাপুৰুষীয়া লোকসকলক সম্বোধন কৰা মাত ।

আত্মযোনি— ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আৰু কামদেৱ । নিজেই নিজত জন্ম ।

আত্ৰেয়ী—পুষ্পৱতী স্ত্ৰী,নদী বিশেষ ।

আদিত্য—সূৰ্য্য, দেৱতা, অদিতিৰ পুত্ৰ, এই অদিতিৰ পুত্ৰ কিছু ঠাইত সূৰ্য্য সহ আঠজন আকৌ কোনো কোনো শাস্ত্ৰত বাৰজন বুলি কৈছে ; এই বাৰজন অদিতিৰ পুত্ৰক দ্বাদশ আদিত্য বোলা হয় । দ্বাদশ আদিত্য হ'ল—বিবস্বান, অৰ্য্যমা, পূষা, ত্বষ্টা, সবিতা, ভগ, ধাতা, বিধাতা, বৰুণ, মিত্ৰ, শক্ৰ, উৰুক্ৰম । এতেকে আদিত্য শব্দই কেৱল সূৰ্য্যকে নুবুজায়; কিন্তু বৰ্ত্তমান অৰ্থৰ সংকোচন হৈ আদিত্য শব্দই কেৱল সূৰ্য্যকেহে বুজোৱা হৈছে ।

( সূৰ্য্য চাওক )

আদিত্য সম্পৰ্কত classical Dictionary ত বিশ্ব বিখ্যাত পণ্ডিত Rothৰ উদ্ধৃতি দি লিখিছে-" They are the inviolable, imperishable, eternal beings, Adity eternity or the eternal, is the element which sustains or sustained by them ......... The eternal and inviolable element in which the Adityas dwel and which forms their essence is the Celestial light. The Adityas, the gods of this light, do not, therefore, by any means coincide with any of the forms in which light is

manifested in the universe they are neither sun, nor moons, nor stars nor dawn but the eternal sustainers of this luminous life, which exists, as it were, behind all these phenomena".

আধাক—আধাৰ, আশ্ৰয়, সহায়, ৰক্ষাৰ ঠাই, protection, a place for refuge

আধি—মানসিক তাপ ; দুখ ; mental distress (তাপ তিনি চাওক)

আধিপ— অধিপতি, আইগৰাকী স্বামী, a master

আনকা দুন্দুভি— বসুদেৱ; বসুদেৱ জন্ম হওতে স্বৰ্গত দুন্দুভি বাজি উঠাৰ কাৰণে এই নাম হয়।

আনন—মুখ, face

আনৰ—দালিম, হিন্দি আনাৰ, অনাৰ ইংৰাজী pomagranate লেটিন punica granatum.

আনল—অনল, জুই অগ্নি, fire

আঠুকুড়ি—মাইকী তিৰোতা, সন্তান জন্মাবৰ শক্তি হীন, barren sterile.

তপ জপ যজ্ঞ যত্ন, নাহি দান পুণ্য ক্ৰত
আছিলা জনম আঠুকুড়ি
(বৰগীত)

আকোৰ— আচঁল, কাপোৰৰ আগ।

পীতধটি কটি লুলে, হাস্তিতে আকোৰ ছুলে।
ৰতন মঞ্জীৰ বাজে পায় নাচো।
(বৰগীত।)

আন্ধা—অন্ধ, কণা, blind.

আভীৰ—এটা জাতি, যেনে যাদব আভীৰ ইত্যাদি, গৰুৰখীয়া মনুৰ মতে ব্ৰাহ্মণৰ ঔৰসত অম্বষ্টৰ গৰ্ভজাত এটা জাতি।
"ব্ৰাহ্মণাদৈশ্য কন্যায়ামম্বষ্ঠো নাম জায়তে।" ১০/৮ মনু।
ব্ৰাহ্মণৰ বৈশ্য কন্যাজাত

সন্তানক অম্বষ্ঠ বোলে।

"ব্রাহ্মণাদুগ্র কন্যায়ামাবৃতো নাম জায়তে।

আভীৰো অম্বষ্ঠকন্যায়ামায়োগব্যান্তু। ধিগ্বণ:"॥ ১০/১৫

মনু ব্রাহ্মণৰ উগ্রকন্যাজাত সন্তানক আবৃত, অম্বষ্ঠ কন্যা জাত সন্তানক আভীৰ আৰু আয়োগৰ জাত সন্তানক ধিগ্বণ বোলে।

আমিয়া—অমৃত সদৃশ মধুৰ ambrosial, very sweet

আমোল—অমূল্য, মূল্যবান, valuable.

আয়ত—দীৰ্ঘ, দীঘল, (দীৰ্ঘমায়তম্-৩১ বিশেষ্য নিঘ্নবৰ্গ অমৰ) (আয়তলোচন)। সুদীৰ্ঘ নয়ন বাহুপদ আউৰ আঙ্গুলি চয়।

এহিপঞ্চ দীৰ্ঘ স্মৰণে কৃষ্ণৰ মিলে মহা মহোদয়॥

আয়া-গমন—অহা যোৱা, জন্ম-মৃত্যু; The act of coming and going, birth and death.

আৰত—ৰঙা, আৰক্ত, অনুৰক্ত, Red, affection fondness

আৰত অধৰ মানিক নিক দশনা।

শ্যাম শৰীৰ পৰিত পীত বসনা॥

বৰগীত।

আৰক্ত—অনুৰক্ত, fond

আৰকত—ৰঙা, red.

আৰতি—(১) অৱৰতি, বিৰতি, বিশ্রান্তি, নিবৃত্তি

(২) প্রার্থনা; উপাসনা; সন্ধ্যাবেলা উপাসনাৰ স্থলীত চাকি আদি জ্বলাই দিয়া, শঙ্খ বজোৱা কাৰ্য্য।

আৰূঢ়—আৰোহনকৰা; উঠা; mounted up

আৰূঢ়-ভকত—প্রাকৃত ভকত; ভক্তিৰ পথত প্রথম আৰোহন কৰা ভক্ত।

সুপূজে ভক্তক মান্য নকৰে প্রাণীক।

একে প্রতিমাতে মাত্র আৰাধে হৰিক॥

সেহিজন জানিবাহা প্রাকৃত

ভকত।

আৰূঢ় হৈ আছে তেহো ভক্তিৰ পথত ॥

একোমতে নোহে জানা নিন্দাৰ ভাজন।

অনুক্রমে উত্তম হৈবেক সিয়ো জন ॥

আলয়—থকা ঠাই, বাসস্থান, a house, a dwelling place.

আলহী জুহাল—মানুহ খৰি দিয়াৰ পিছত মৰাশ নিয়া চাঙি, মৰাশৰ লগত য়োৱা কাপোৰ আদি পুৰিবৰ কাৰণে খৰি দিয়া আধাপোৰা কাঠ বাঁহ আদি আনি দিয়া জুই।

আলো—হেৰা, হে hallo

আলো ভাই গোকুলে, আনন্দ জয় জয়।

মিলিছে মহা মহোদয় ॥

বৰগীত।

আৱৰি—আৰু, বাহিৰে, besides

নিৰয় নিবাৰ আৱৰি নাহি হেৰত বিনে চৰণ তযু স্বামী ॥ বৰগীত।

আৱহি—আহিছে, is coming.

আৱি—আয়ুস, duration of life.

কৰতহো পাপ ; সমাপল আৱি। ভাবি চৰণ না তেৰি ॥

( বৰগীত )

আৱে—আহিছে, is coming.

হেৰহু যাই শ্যাম সুন্দৰ অব আৱে।

আভীৰ বালক সঙ্গে ৰঙ্গে চলনু কানু গোধন আগু বুলাৱে ॥

( গীত - শ্রীৰাম )

আৱেশ—অহঙ্কাৰ, আটোপ ; আশক্তি।

আশনি—বজ্র, কুলিশ, অশনি।

আসঙ্গ— অনবৰত, নিত্য।

(২) সঙ্গ, লগ, । দুৰ্জ্জন বানেৰ দিলা আপুনি আসঙ্গ।

সেখাইলে লবহু থাকি মোক কোন ৰঙ্গ ॥ (বৰগীত )

আসন স্থিৰভাৱে থকা; লাহি, বহা পীৰা আদি

আস্পোট (১) আকৌন গছ।

(২) সংঘৰ্ষণ, গাত চাপৰ মাৰি কৰা শব্দ , যোৰ দিয়া।

তদন্তৰ গোপ গোপীসবক পৰম বিষাদ দুখ দেখিয়ে শ্ৰীকৃষ্ণ আস্ফোট কয় উক্তকাল দেলহ। ( কালি দমন। )

আহ্নিক—দৈনিক, নিত্য কৰিবলগীয়া ধৰ্ম্ম কাৰ্য্য। daily prayer.

আহ্লাদ—আনন্দ, joy, delight.

আহ্লাদিত—আনন্দিত, delighted.

আক্ষেপ—শোক, বেজাৰ, *sorrow, regret.*

## ই

ইজ্যা—দান, যজ্ঞ, পূজা আদি, donation, sacrifice etc.

ইতৰ—সামান্য, নীচ, low, vile.

ইদানীং—এইকালত ; এতিয়া, at present, now.

ইন্দিবৰ } ইন্দীবৰ } নীলাপদ্ম, এই পদ্মবে লক্ষ্মীয়ে বিষ্ণুক বৰণ কৰিছিল।

ইন্দু—চন্দ্ৰ, শশধৰ, শশাঙ্ক, শশী, শ্বেতবাজী, শিৱশেখৰ, মৃগাঙ্ক, সোম, নিশাপতি, ( সোম চাওক )

ইন্দ্ৰ—দেৱতাৰ ৰজা, স্বৰ্গৰ অধিপতি। পিতৃ কাশ্যপ মাতৃ অদিতি। পূৰ্ব্বদিশৰ অধিপতি। ভাৰ্য্যা শচী, বাহন ঐৰাৱত। অস্ত্ৰ বজ্ৰ, নগৰৰ নাম অমৰাৱতী ; পুত্ৰ জয়ন্ত, ঋষভ আৰু মীঢ্বাংশ্চ। পুৰাণত আছে ইন্দ্ৰই গৌতম ঋষিৰ পত্নী অহল্যাক হৰণ কৰা কাৰণে গোটেই শৰীৰত যোনি হবৰ কাৰণে শাপ দিয়ে। সৰ্ব্বশৰীৰ যোনিময় হোৱাত ইন্দ্ৰ লাজত দেৱতা সমাজৰ পৰা লুকাই থাকিবলৈ লয় ; পিচত যোনিৰ পৰিবৰ্ত্তে সেই ঠাই সমূহত চকুৰ আকৃতি হবৰ কাৰণে বৰ লাভ কৰাত তেওঁৰ নাম হয় সহস্ৰলোচন। আকৌ ব্ৰাহ্মণ বৃত্ৰাসুৰক বধ কৰা কাৰণে ব্ৰহ্মশাপৰ ভয়ত শিৱসাগৰৰ অভিমুখে গৈ মানস সৰোবৰ পায় ; সেই স্থানত

সৰোবৰৰ পদ্মৰ মাজত সূক্ষ্মৰূপ ধাৰণ কৰি লুকাই থাকে। ভাগৱতত আছে

তহিঁতে মানস, সৰোবৰ আছে,
তাহাঙ্ক পাইলন্ত যাই।
সূক্ষ্মৰূপধৰি, পদ্ম নালে সন্দি,
থাকিলে তাতে লুকাই ॥
সহস্ৰবৎসৰ, অলক্ষিত ৰূপে,
আছিলা ব্ৰতক কৰি।
পৰম বান্ধব, মাধৱৰ নাম, জপি
হৃদয়ত ধৰি ॥

এই সময়তে নহুষ স্বৰ্গৰ অধিপতি হৈ শচীক লাভ কৰিবলৈ চেষ্টা কৰি অজগৰ হৈ পৰি থাকিব লগা হয়।
( নহুষ চাওক )

এইদৰে সহস্ৰ বছৰ পদ্মপত্ৰত লুকাই থকাৰ পিছত দেৱতা সকলে বিচাৰি আনি পুনৰ ৰাজ আসনত বহুৱায়। ইন্দ্ৰৰ অনেক নামৰ ভিতৰত পুৰন্দৰ, শতমন্যু, বজ্ৰধৰ, বাসৱ, সুৰপতি, শচীপতি, মেঘবাহন, সহস্ৰাক্ষ, সহস্ৰলোচন, মহেন্দ্ৰ, দেৱৰাজ, নাকনাথ আৰু শক্ৰ প্ৰধান।

ইন্দ্ৰজিত (১) ৰাৱণৰ পুত্ৰ, মেঘনাদ, ৰাৱনি।
(২) এবিধ ডাঙৰ সাপ

ইন্দ্ৰদ্যুম্ন উৰিষ্যা দেশৰ এজন ৰজা। এওঁৱেই জগন্নাথৰ মূৰ্ত্তি স্থাপন কৰিছিল।

ইন্দ্ৰপ্ৰস্থ পাণ্ডৱৰ নগৰ, বৰ্ত্তমান পুৰণি দিল্লী।

ইন্দ্ৰাণী ইন্দ্ৰৰ ভাৰ্য্যা, শচী পুলমা দৈত্যৰ কন্যা কাৰণে পৌলমী বুলিও কোৱা হয়।

ইন্দ্ৰিয়– মানুহে শৰীৰৰ যিবিলাক অঙ্গ প্ৰত্যঙ্গৰ দ্বাৰা কোনো কাম কৰে বা অনুভৱ কৰে তাক ইন্দ্ৰিয় বোলে।

ইন্ধন—সহায়, খৰি, জুই জ্বলাবৰ কাৰণে ব্যৱহাৰ কৰা দ্ৰব্য।

ইষ্টগুৰু—ইষ্ট- হিত, গুৰু- অন্ধকাৰ দূৰ কৰা, মানুহৰ মনৰ অন্ধকাৰ দূৰ কৰা হিতোপদেষ্টা, ধৰ্ম্মগুৰু, শিক্ষাগুৰু আৰু পিতৃমাতৃ।

ইষ্টান্তিকা—ইষ্টতা, বন্ধুতা, friendliness.

ইক্ষু—সপ্তসাগৰৰ এক সাগৰ, ৰসাল, সোৱাদ, কচিকাৰক, তৃপ্তিজনক, কুঁহিয়াৰ, juicy sugarcane

ইক্ষ্বাকু—সূৰ্য্য বংশৰ আদি ৰজা। শ্ৰীৰামচন্দ্ৰ এই ইক্ষ্বাকুৰ পৰা ষোড়শ পুৰুষৰ। ইক্ষ্বাকু সূৰ্য্যৰ পুত্ৰ বৈৱস্বত মনুৰ নাকৰপৰা জন্ম। তেওঁ দ্বিতীয় যুগত অৰ্থাৎ ত্ৰেতা যুগত অযোধ্যাত ৰাজত্ব কৰে। তেওঁৰ এশ পুত্ৰৰ ভিতৰৰ নিমিয়ে মিথিলানগৰ স্থাপন কৰে।

According to Max Mullar the name is mentioned once and only once in the Rig-Veda. Respecting this he adds "I take it, not as the name of a king, but as the name of a people, probably the people who inhabited Bhajeratha, the country washed by the northern Ganga or Bhagirathi"

ঈ

ঈদৃশ—এনে, এইৰূপ, such, like this

ঈৰিষা— ঈৰ্ষা, পৰশ্ৰীকাতৰতা, envy

ঈশ—ঈশ্বৰ, সৃষ্টিকৰ্ত্তা, Supreme being

ঈশানি—মহাদেৱ, শিৱ, একাদশ ৰুদ্ৰৰ ভিতৰৰ এজন। উত্তৰ পুব দিশ

ঈশানী—দুৰ্গাৰ এটা নাম, পাৰ্ব্বতী।

ঈষৎ—অলপমান, কিঞ্চিত, little

ঈষাদন্ত—দীঘল দাঁতাল হাতী।

ঈক্ষণ—দৃষ্টি, চোৱা act of seeing

উৎক—উদয় হোৱা, উদিত, rising

উচল-কেশ—আউলি বাউলি চুলি, এলেৱা

খাই থকা চুলি।

উছুক—আনন্দ। হেৰিয়ে ভুজযুগ মিলন উছুক।

উচ্চায়া— উচ্চকৰি ডাঙৰকৈ, উচ্চৈঃস্বৰে ; loudly.

সুস্বৰে উচ্চায়া পঞ্চম গায়ে।

বঙ্কিম নয়নে ভ্রুৰ ডুলায়ে।

(বৰগীত)

উজৰি—উজ্জ্বল হোৱা, Shining.

উজোৰে—উজ্জ্বল হয়। ৰতনভূষিত অঙ্গ উজোৰে।

পূৰ্ণচন্দ্ৰ জ্যোতি॥ জগ উৰবে॥

( ৰৰগীত )

উৎকট - ডাঙৰ, উগ্ৰ ; Severe, excessive, dfficult.

উৎপল—ভেটফুল, a water lily.

নীলা পদুম, a blue lotus.

উতাৰিল—পাৰ কৰিলে,

উতাৰি—নমাই, lowering bringing down.

উদ্ধৱ—কৃষ্ণৰ পৰম বন্ধু আৰু সহচৰ। এওঁ কৃষ্ণক দাস্যভাৱে চিন্তা কৰিছিল। এওঁ বসুদেৱৰ ভাতৃ দেৱভাগৰ পুত্ৰ। বাল্যকালৰ পৰা কৃষ্ণৰ লগত তেওঁ তাঁৰ দগে ফুৰিছিল। কৃষ্ণই জ্ঞান-যোগ কৰ্ম্মযোগ পৰমভক্তি-যোগ

সমাসে কহিলা উদ্ধৱত॥

সাংখ্যযোগ যত আছে উদ্ধৱে

জানিলা পাছে

মাধৱৰ পাদ প্ৰসাদত॥

কৃষ্ণৰ লগতে চিৰকাল একেলগে থকাৰ উপৰিও জ্ঞানযোগ, কৰ্ম-যোগ, আৰু পৰমভক্তি যোগৰ জ্ঞান দিয়াৰ পিছতো সংসাৰৰ পৰা মুক্ত হৈ তেওঁতে লীন হৱৰ কাৰণে কৃষ্ণই তেওঁক শেষ উপদেশ দিলে -মাধৱে বোলন্ত এহি হৌক। বদৰিকাশ্ৰমক যায়োক।

অলকানন্দৰ দৰশনে। এৰিব সমস্ত পাপগণে॥

পিন্ধিবাহা বাকলি বসন। বন্য ফল কৰিবা ভোজন॥

থাকিবাহা ইন্দ্ৰিয়ক দমি। হৈবা শান্ত মনক নিৰমি॥

আত্মাক ভাবিবা, ধ্যানযোগে।

মোৰ ধৰ্ম্ম কৰিবা যতনে ॥
সংসাৰৰ দোষে হৈবা হীন ।
তেৱে চিত্ত মোতে যাইবা লীন ॥
এই উপদেশ অনুসৰি কৃষ্ণ বৈকুণ্ঠলৈ যোৱাৰ লগে লগে উদ্ধৱ বদৰিকাশ্ৰমলৈ গৈ একান্তমনে ভগৱানক আৰাধনা কৰি দেহ ত্যাগ কৰে।

উন্নত ছয়স্থান—কৃষ্ণৰ উন্নত ছয়স্থান যেনে—স্কন্ধ, ভ্ৰুৱ, নাসা, পদ, নখ আৰু হৃদয়। (৩৯৭ সোৰা চাওক)।

উন্‌কো—তেওঁক।

উপনিষদ—বেদৰ জ্ঞানকাণ্ড। উপনিষদৰ টীকাকাৰ সকলে উপনিষদৰ অৰ্থত কয়—"উপ আৰু নি পূৰ্ব্বক সদ ধাতুত ক্বিপ্ প্ৰত্যয় কৰি উপনিসৎ শব্দ নিষ্পন্ন হৈছে। উপ আৰু নি পূৰ্ব্বক সদ ধাতুৰ অৰ্থ অৱসাদ, গতি, বা প্ৰাপ্তি আৰু বিশৰণ অৰ্থাৎ হিংসন। উপনিষদৰ অনুশীলনে মনুষ্যৰ অবিদ্যাজনিত বন্ধন মলীভূত কৰে অৰ্থাৎ অৱসাদপ্ৰাপ্ত কৰে বা ঢিলাই দিয়ে, মনুষ্যক ব্ৰহ্মৰ সামীপ্য লাভ কৰিবলৈ সমৰ্থ কৰে আৰু অবিদ্যাজনিত জন্ম, জৰা, মৰণাদি মনুষ্যৰ দুঃখৰাশি বিনষ্ট কৰে। "উপনিসীদতি প্ৰাপ্নোতি ব্ৰহ্মাত্মভাৱ মনয়েতি উপনিসৎ।" অৰ্থাৎ এই বিদ্যাৰ দ্বাৰা সাধকে ব্ৰহ্মই আত্মা এই ৰূপ অভিন্ন ভাৱ প্ৰাপ্ত হয় কাৰণে ইয়াক উপনিসৎ বোলা হয়। এই থলত উপসৰ্গ আৰু ধাতুৰ অৰ্থ প্ৰাপ্তি। "নিহন্ত্যবিদ্যাং তজ্জঞ্চ তস্মাদুপনিষদ্ ভবেৎ।" এই বিদ্যাচৰ্চ্চাই অবিদ্যা অৰ্থাৎ অজ্ঞান আৰু অজ্ঞানবশৰ্বা উৎপন্ন সংসাৰ বন্ধন বিনষ্ট কৰে সেই কাৰণেই এই শাস্ত্ৰসমূহ উপনিষদ নামে অভিহিত। এই বচনত উপনিষৎ শব্দৰ উপসৰ্গ আৰু ধাতুৰ অৰ্থ বিশৰণ অৰ্থাৎ হিংসন অৰ্থাৎ

প্রযুক্ত হৈছে। অর্থাৎ কথাত যি শাস্ত্র চর্চ্চা কৰিলে ইহজন্মৰ সুখৰ কাৰণে, ঐশ্বৰ্য্য বিভূতি পুত্র-পৰিয়াল আৰু পৰজন্মত স্বৰ্গ কামনাৰ প্ৰতি শুদ্ধ বৈৰাগ্যভাবৰ সৃষ্টি কৰি মনুষ্যক একমাত্র নিত্য, শুদ্ধ, চৈতন্য ব্রহ্মকেই উপাসনা অর্থাৎ ভক্তি কৰাৰ প্ৰতি আগ্রহ জন্মাই তাকেই উপনিষদ বা বেদৰ নিবৃত্তিমূলক জ্ঞান বোলে।

এই উপনিষদ্ হ'ল ১৫০ খন, অৱশ্যে ইয়াতকৈয়ো বেছি বুলি কয়। এই সমস্ত উপনিষদৰ সাৰমৰ্ম্ম হ'ল শ্ৰীমদ-ভাগৱতগীতা। "সর্ব্বোপনিষদো গাবো দোগ্ধা গোপাল নন্দন, পার্থোবৎসঃ সুধী ভোক্তা দুগ্ধংগীতামৃতং মহৎ ॥

ইয়াৰ অৰ্থ ভাঙনিত—শ্ৰীমন্ত মাধৱদেৱে লিখিছে:

সকল উপনিষদধেনু দোগ্ধা-
তৈলতাৰ নন্দসুত
তাৰ বৎসতৈল কুন্তীসুত
ধনঞ্জয়।
দুগ্ধতৈল মহাগীতামৃত কৃষ্ণৰ
চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পান
কৰয়।

গতিকেই সমষ্ট উপনিষদৰ আৰ্থাৎ বেদৰ জ্ঞান কাণ্ডৰ দুগ্ধ হ'ল গীতাশাস্ত্র। কিন্তু এই দুগ্ধ মন্থন কৰি তাৰ লগু গ্ৰহণ কৰা সৰ্ব্বসাধাৰণৰ কাৰণে সম্ভৱ নহয়। সেইকাৰণে শ্ৰীমন্ত মাধৱদেৱে এই দুগ্ধ মন্থন কৰি দি গ'ল লবনু অর্থাৎ ঘোষা শাস্ত্র-"ভগৱন্ত ভক্তিযুক্ত,
পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা, গুচয়
সংসাৰ ভয়

এহিমানে গীতাৰ নিৰ্ণয় ॥

উপপাতক—সামান্য পাপ, মহাপাতকতকৈ সামান্য পাপ, যেনে-গো-বধ, বেশ্যাগমন, মৃগয়া, নিৰৰ্থক ভ্ৰমণ দিবা-নিদ্রা, জুৱাখেল ইত্যাদি।

Killing of a cow, sexual intercourse with a prostitute, hunting, chase, travelling without any aim, sleeping in daytime.

উপমুন্না—উপমা দিব পৰা; তুলনা কৰিব পৰা; Resemblance.

উপাম—সদৃশ; নিচিনা; অতুলনীয়; like, similar.

উপযোগা—উপযোগী; সমতুল্য; equal, like.

ছোড়িবাম নাম আমিয়া উপ-
যোগা।
যৈছে পুৰীষ শূকৰ কয়া
ভোগা ॥ (বৰগীত।)

উপলা—শিলা, শৰ্কৰা। Stone.

উপাঙ্গ—১। এবিধ বাদ্যযন্ত্ৰ ২। চকুৰ ভ্ৰূ আদি। কভ্ৰূক বিলাস, বিপঞ্চী ৰবাব, শাৰোদ স্বৰ মণ্ডলে। মধুৰ মৃদঙ্গ, মন্দিৰা উপাঙ্গ, বহু বাদ্য সুমঙ্গলে।। (বৰগীত)

উৰ—বুকু, বক্ষস্থল।
ভ্ৰমৰে ৰঞ্জিত উৰে লোলে
বনমালা।
ৰতন ভূষণ নব শৰীৰ উজ্জ্বলা ॥
(বৰগীত)

উৰি—লৈ, ওপৰলৈ তুলি,
মোহন কনক বেনু উৰিয়া ধৰে
হাতে।
ময়ূৰেৰ চূৰা ঝলমল কৰে
মাথা ॥ (বৰগীত)

উকফাল—উৰ্‌ফাল, এচাৰ মাৰি দিয়া।
তদন্তৰ গোপ - গোপীসবক
পৰম বিষাদ দুখ দেখিয়ে
শ্ৰীকৃষ্ণ আস্ফোট কয় উকফাল
দেলহ (কেলি গোপাল)

ঊৰ্ম্মি—(১) পানীৰ ঢৌ, কোঢ়াল।
পায়া যমুনাৰ কোল ঢৌ দেখি
ঊৰ্ম্মি বোল
বসুদেৱ ভয় পায়া মনে।
দেখি বাট দিলা মাঝে পাৰ
ভৈলা যদুৰায়ে
দীন গোপালে এহু ভণে ॥
( জন্ম যাত্ৰানাট )
(২) দুঃখ, বেজাৰ, তাপ।

উৰ্ম্মি ছটা : যেনে — ভোক, পিয়াহ, লোভ, মোহ, শীত আৰু তাপ ।

উকখল – ধান চাউল আদি খুন্দা কাঠৰ বহল মুখৰ যতন, উৰাল ।

উৱৰে—ওপৰত, upon, on,

উড়ল উৱৰে চড়ি লবণু ভুঞ্জন্ত হৰি
বান্দৰ সবলৈয়া সাথে ।
(বৰগীত)

উসকো – তেওঁক, to him.

ঋ

ঋজু – পোন, হোজা, সৰল, straight, honest.

এতেকে প্ৰসন্ন, ভৈলাভগৱন্ত, যিটো ভকতিক গতি ।
কৰিলন্ত মতি, সিটো কুবুজাক ঋজু কৰিবাক প্ৰতি ॥ কীৰ্ত্তন।

ঋণগ্ৰস্ত—ধৰুৱা, ধাৰত পোত খোৱা, involved indebt.

ঋতু – ১। জাৰ জহৰ গুণ অনুসৰি বছৰটোক ভাগ কৰা কাল । বছৰটোক ছটা ভাগ কৰি ছটা ঋতু কৰা হৈছে । চ'ত বহাগ= বসন্ত; জেঠ আহাৰ=গ্ৰীষ্ম ;
শাওণ ভাদ=বৰ্ষা ;
আহিন কাতি = শৰত ;
আঘোন পুহ=হেমন্ত
মাঘ, ফাগুণ=শিশিৰ ;
Season.

২। তিৰোতাৰ মাহেকীয়া শ্ৰাৱ, The menstruel discharge of woman.

ঋতুমতী—পুষ্পৱতী, ৰজস্বলা হোৱা কন্যা menstruous.

ঋতুৰাজ—বসন্তকাল, the season of spring

ঋতে—বিনা

ঋত্বিক—যজ্ঞৰ পুৰোহিত ।

ঋদ্ধি – যোগ্য, সিদ্ধি, লক্ষ্মী, অভিলাষ, ঔষধ বিশেষ ।

ভকতৰ ঋদ্ধি । কৰা সৰ্ব্ব সিদ্ধি ।
বিধাতাৰ বিধি । দীন দয়ানিধি ॥ (গুণ-মালা)

ঋষভ—(১) ষাড় গৰু, ভতৰা,-কাণৰ বিন্ধা ।

(২) নাভিৰজাৰ পুত্ৰ । বিন্দুৰ, ধ্বজ, বজ্ৰ, অঙ্কুশ; পদ্ম আৰু যৱ

পদ্ম চিহ্নৰে ঐশ্বৰিক শক্তি-সম্পন্ন অৱতাৰী স্বৰূপ এজন ৰজা । এওঁ অলপ দিনৰ পিছতে পুত্র ভৰতক ৰাজ্য ভাৰ দি আশ্ৰমবাসী হয় ।

ঋষভ-ধ্বজ—শিৱ ।

ঋষ্য-শৃঙ্গ—এজন মুনি ; এই মুনিৰ মূৰত পছুৰ নিচিনা শিং আছিল ।

ঋক্ষ—ভালুক, নক্ষত্র, এবিধ গছ-বিশেষ ।

ঋক্ষ-ৰাজ—জাম্ববান, ভালুকৰ ৰজা the king of bear

ঋক্ষেপ—চন্দ্র, the moon.

## এ

একদন্ত—গনেশ ।

একদেহ—বুধগ্ৰহ ।

একদৃক—মহাদেৱ, শিৱ ।

একপদ—পুৰাণত কোৱা এটা ভবি থকা এটা জাতি ।

একপৰ্ণা—দুৰ্গা, উমা, অপৰ্ণা অপৰ্ণা হিমালয়ৰ কন্যা মাক মেনা । অপৰ্ণাই মাত্র এটা গছৰ পাত ভক্ষণ কৰি তপস্যা কৰাত মাকে মনত কষ্ট পাই-'উ''মা' 'উ''মা' অৰ্থাৎ 'নকৰিবা 'নকৰিবা' বুলি কয় । তপস্যাৰ বলত অপৰ্ণাই-সুন্দৰী যুৱতী হৈ নতুন জীৱন লাভ কৰে । তেওঁৰ নাম হয় উমা । এওঁ শিৱক স্বামীৰূপে লাভ কৰে ।

একশশী—পূৰ্ণিমাৰ জোন ।

নয়ন কমল, বয়ন উজ্জ্বল, জিনি
কোটি একশশী ।
সুবলিত ভূজ, দেখিয়া মৃণাল,
ৰহিল পঙ্কত পশি ॥ (বৰগীত)

একা—দূৰ্গা ।

একাঙ্গম—চন্দন ।

একাঙ্গ—বুধগ্ৰহ ।

একাদশ-ইন্দ্রিয়—চক্ষু, কৰ্ণ, চৰ্ম্ম, জিহ্বা, আৰু নাক এই পাঁচ জ্ঞানেন্দ্ৰিয় ; হস্ত, পাদ, মুখ, গুহ্যদ্বাৰ আৰু লিঙ্গ এই পাঁচটা কৰ্ম্মেন্দ্ৰিয় ; আৰু মন এই একাদশ ইন্দ্রিয় । মন কৰ্ম্মেন্দ্ৰিয় আৰু জ্ঞানেন্দ্ৰিয় উভয় বুলি ধৰা হয় । মনুৱে কৈছে : একাদশং মনোজ্ঞেয়ং

স্বগুণেনো ভয়াত্মকম্ ।
যস্মিন্ জিতে জিতাবেতৌ
ভবত: পঞ্চকৌ গনৌ ॥
(মন নিজৰ গুণে কৰ্ম্মেন্দ্রিয় আৰু
জ্ঞানেন্দ্রিয় ; মনক জয় কৰিব
পাৰিলেই উভয় প্রকাৰ ইন্দ্রিয়
জয় কৰা হয় )

একাম্রকানন— শিৱৰ চিকাৰ কৰা কানন । বৰ্ত্তমান উৰিষ্যাত এই কানন আছিল বুলি কয় ।

একাদশ রুদ্র— এঘাৰ জন রুদ্র ; অজ, একপাৎ; অহিব্রধ্ন, পিনাকী, অপৰাজিত, এম্বক, মহেশ্বৰ, বৃষাকপি, শম্ভু, হৰ আৰু ঈশ্বৰ ।

একুপালক—একমাত্র পালন কৰ্ত্তা, পৰমেশ্বৰ ।

একেশ্বৰ—অকলশৰে, লগ নথকা alone.

দেখি সব সেনাগণ বাহিৰত
ৰই ।
একেশ্বৰে গৰ্ত্ত কুক্ষে প্রবেশিলা
গই ॥ (কীৰ্ত্তন)

একেশ্বৰবাদী—এজন ঈশ্বৰক মনা monotheisitical.

একোদ্দিষ্ট— প্রেতৰ উদ্দেশ্যে দিয়া শ্রাদ্ধ ।

এতৎ প্রেতশ্রাদ্ধমিত্যু পসংহাৰং
একং প্রেতমুদ্দিশ্য যদ্দীয়তে
শ্রাদ্ধং তদে কোদ্দিষ্টমিতি ।
(শব্দ কল্পদ্রুম্)

এখনে—এতিয়াই, now

এড়মূক – কলা আৰু বোবা, বাক শ্রুতি বৰ্জ্জিত । a deaf and dumb person

এণ—এবিধ হৰিণাপহু a kind of deer.

এণ ভৃত— চন্দ্র, the moon

এতাদৃশ—এই ৰূপ, এই নিচিনা, such

এভো—এতিয়াও, even now, at present.

এৰণ—এৰা কাৰ্য্য, act of leaving.

এষণ— লৌহময়বান, লোহাময়টান অস্ত্র বা কাড়।

ঐ

ঐছন— এই প্রকাৰে, এই দৰে,like

this, in this way.

ঐন্দ্ৰী—শচী, দুৰ্গা।

ঐৰাৱত—ইন্দ্ৰৰ বাহন হাতী, the elephant of Indra.

দেৱ দৈত্যই অমৃত মন্থন কৰোতে এই ঐৰাৱতৰ উদ্ভৱ হয়। পূব দিশৰ লোকপালক ইন্দ্ৰ হোৱা হেতুকে তেওঁৰ বাহন ঐৰাৱত পূব দিশৰ ৰক্ষক।

এই ঐৰাৱতৰ বৰণ বগা, দাঁত চাৰিটা। ঐৰাৱতৰ অন্যান্য নাম হ'ল-শ্বেতহস্তী, চতুৰ্দন্ত, মল্লনাগ, ইন্দ্ৰ কুঞ্জৰ, হস্তিমল্ল, শ্বেতকুঞ্জৰ, অভ্ৰ-মোদৰ, অভ্ৰমাতঙ্গ, বিৰূপাক্ষ।

ঐশ্বৰ্য্য - ঈশ্বৰ গুণ, বিভূতি ধন-সম্পত্তি।

ঈশ্বৰৰ গুণ বা ঐশ্বৰ্য্য আঠ প্ৰকাৰ-অনিমা, মহিমা, গৰিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য, ঈশিত্ব আৰু বশিত্ব।

(অনিমাঃ মহিমাচৈব গৰিমা লঘিমা তথা। প্ৰাপ্তি প্ৰাকাম্যমীশিত্বং বশিত্বং-চাষ্ট সিদ্ধয়ঃ। ইতি অমৰাৰ্থ চন্দ্ৰিকা স্বৰ্গবৰ্গ (২৬))

ঐহিক—এই সংসাৰৰ, ইহকালৰ, pertaining to this world.

## ও

ওজা—পণ্ডিত, নৃত্য-গীত আদিত পাৰ্গত লোক, a learned man, the head man of a land of singers and dancers.

ওতিম—উত্তম, ভাল; excellent, best.

ওতিম দশনক পাস্তি। মানিক ঝকমক কান্তি। (ৰাম বিজয়)

ওদন—ভাত, সিদ্ধান্ন, boiled rice, (ভিস্‌সটা স্ত্ৰী ভক্ত মন্ধো হন্ন মোদনোহস্ত্ৰী স দীদিবি-ভিস্‌সা; ভক্ত, অন্ধস্, অন্ন, ওদন, দীদিৱি)

এহি জগমোহন, কান্ধে দধি ওদন।

গোধন আগু বুলায়।

(বৰগীত)

ওল-তল—ভঙা, তল ওপৰ কৰা। to break.

ওৱাৰি—অভ্যন্তৰ, inner part.

ওহি—এই, this.

ঔৎসুক্য—উৎকণ্ঠা, anxiety.

ঔদার্য্য—উদৰতা, generosity.

ঔদাস্য— উদাস ভাব। indifference.

ঔৰস— পুত্ৰ ; বাৰপ্ৰকাৰ পুত্ৰৰ ভিতৰত শ্ৰেষ্ঠ পুত্ৰ। মনুৱে বাৰ-প্ৰকাৰ পুত্ৰৰ কথা বৰ্ণনা কৰিছে ; তাৰ ভিতৰত সবৰ্ণা ভাৰ্য্যাৰ গৰ্ভত আপোনাৰপৰা উৎপন্ন সন্তানক ঔৰস সন্তান বোলে। যেনে-দ্বাদশবিধ পুত্ৰান্তৰ্গত পুত্ৰো অয়ম॥ সতু সবৰ্ণায্যাং ভাৰ্য্যায়াং স্বয়ং জনিতঃ। যথা সবৰ্ণায়াং সংস্কৃতায়াং স্বয়মুৎপাদিত মৌৰসং বিদ্যাৎ। ইতি বৌধায়ন :

(২) কোনো লোক সন্তান জন্ম হোৱাৰ আগতে মৃত্যু হ'লে তেওঁৰ স্ত্ৰীয়ে নিয়মমতে আদেশ লৈ অন্য সবৰ্ণলোকৰ দ্বাৰা উৎপাদিত পুত্ৰ কিম্বা স্বামী যদি ক্লীব বা দুষ্ট ব্যাধিগ্ৰস্ত হোৱাৰ হেতু নিজৰ স্বধৰ্ম্ম পালন কৰোতা স্ত্ৰীত বিধি অনুসাৰে অন্য সবৰ্ণলোকৰদ্বাৰা উৎপাদিত সন্তানক ক্ষেত্ৰজ পুত্ৰ,

(৩) কোনো পুত্ৰৰ পিতৃমাতৃয়ে যদি প্ৰীতি সহকাৰে বিশেষ কাৰণবশত: কোনো সবৰ্ণলোকক পুত্ৰ দান কৰে তেন্তে দান গ্ৰহণ কৰোতাৰ সেই পুত্ৰ দত্তক পুত্ৰ,

(৪) কোনো গুণবান বালকক কোনো সৎকাৰ্য্যত নিয়োজিত কৰিবৰ কাৰণে প্ৰতি পালন কৰি ল'লে তেওঁক কৃত্ৰিম পুত্ৰ,

(৫) কোনো সজাতীয় অজ্ঞাত পুৰুষৰ নিজৰ স্ত্ৰীত উৎপন্ন পুত্ৰক গূঢ়োৎপন্ন পুত্ৰ,

(৬) কোনো বালকক পিতা-মাতা উভয়ে বা কোনো এজনে ত্যাগ কৰিলে তেওঁক কোনো-লোকে পুত্ৰৰূপে গ্ৰহণ কৰি

সেই পুত্ৰ অপবিদ্ধ পুত্ৰ,
(৭) কোনো কন্যাৰ পিতৃৰ গৃহতে গোপনে সবৰ্ণা পুৰুষৰ দ্বাৰা উৎপন্ন বালক কন্যাৰ বিবাহিত স্বামীৰ কানীন পুত্ৰ,
(৮) জানিয়েই হওক বা নাজানিয়েই হওক কোনো লোকে গৰ্ভাৱস্থাত কোনো কন্যা বিবাহ কৰাৰ পিছত জন্ম সন্তান সেইলোকৰ সঢ়োহ পুত্ৰ,
৯) পিতৃ-মাতৃক টকা-পয়চা দি কিনি অনা সন্তানক ক্ৰীতক সন্তান,
১০) স্বামীৰ মৃত্যুৰ পিছত কিম্বা স্বামীয়ে ত্যাগ কৰাৰ পিছত সেই স্ত্ৰীৰ অন্য পুৰুষৰ-দ্বাৰা উৎপাদিত সন্তান সেই পুৰুষৰ পৌনৰ্ভৱ পুত্ৰ,
১১) পিতৃ-মাতৃ হীন নাইবা পিতৃ-মাতৃৰ দ্বাৰা পৰিত্যক্ত সন্তান যদি নিজেই পুত্ৰ স্বৰূপে লবৰ কাৰণে কোনো লোকক নিজেই নিজকে দান কৰে তেন্তে সেই বালক গ্ৰহণ কৰোতাৰ স্বয়ং দত্ত পুত্ৰ আৰু
১২) দাসীত কিম্বা দাসৰ দাসীত শূদ্ৰৰ ঔৰসজাত পুত্ৰ শূদ্ৰা পুত্ৰ স্বৰূপে গণ্য হয়। (মনু ৯/১৫৬-১৭৯)

ঊৰ্দ্ধদেহিক — মৃতদিনা মৃতকৰ সদগতিৰ কাৰণে কৰা ধৰ্ম্ম কাৰ্য্য। (মৃত দিবসে মৃতাৰ্থং জলাঞ্জলি দানাদি কৰ্ম্ম ঔৰ্দ্ধ দেহিকম্)

## ক

কঙ্ক — এবিধ চৰাই, যুধিষ্ঠিৰে অজ্ঞাত ৱাসত বিৰাটৰ নগৰত থাকোতে এই নামেৰে চিনাকি দিছিল।

কঙ্কণ — হাতত পিন্ধা খাৰু, a bracelet, কৰ ভূষণ।

কচ — বৃহস্পতিৰ পুত্ৰ। এওঁ মৃত ব্যক্তিক পুনৰ জীৱিত কৰিব পৰা মন্ত্ৰ শিক্ষা কৰিবৰ কাৰণে অসুৰসকলৰ গুৰু শুক্ৰৰ ওচৰলৈ যায়। কচৰ ৰূপত মুগ্ধ হৈ শুক্ৰৰ কন্যা দেবযানী কচৰ প্ৰেমত পৰে।

ইফালে অসুৰসকলে কচৰ অভিপ্ৰায় বুজিব পাৰি তেওঁক দুবাৰ বধ কৰে আৰু দুই-বাৰ দেৱজানীৰ অনুৰোধত শুক্ৰই জীৱিত কৰে। শেষৰ বাৰ অসুৰসকলে কচক মাৰি পুৰি ছাই কৰি মদৰ লগত মিহলি কৰি দি শুক্ৰক খাবলৈ দিয়ে। দেৱজানীয়ে কচক নেদেখি পিতাকক কয়,পিতাকে কচক মতাত কচই শুক্ৰৰ গৰ্ভৰপৰা মাত লগায়। শুক্ৰই উপায় নেপাই মৃত ব্যক্তিক জীৱন দিবপৰা মন্ত্ৰ কচক গৰ্ভতে শিক্ষা দিয়ে আৰু নিজক কাটিবলৈ হুকুম দিয়ে, শুক্ৰক কাটি কচক গৰ্ভৰপৰা বাহিৰ কৰাত কচই সেই মন্ত্ৰেৰে শুক্ৰক জীৱিত কৰে। ইয়াৰ পিছত দেৱজানীয়ে কচক বিবাহ কৰিবলৈ কোৱাত কচ অমান্তি হয়। তেতিয়া দেৱজানীয়ে কচক পিতাকৰ পৰা শিক্ষা কৰা মন্ত্ৰ বিফল হবৰ কাৰণে শাপ দিয়ে; কচইও দেৱজানীক ব্ৰাহ্মণ স্বামীৰ পৰিবৰ্ত্তে ক্ষত্ৰিয় স্বামী পাবৰ কাৰণে অভিশাপ দিয়ে।

কঞ্জ—পদুমফুল, a lotus.

নাভিকঞ্জ ৰঞ্জ অনুপাম। বিহি জনম ভেলি যোহি ঠাম।

কঞ্জ নয়ন }
কঞ্জ লোচন } পদুম ফুলৰ দৰে ধুনীয়া চকু, lotus like eyes.

কটক— পৰ্ব্বত, পৰ্ব্বতৰ মধ্যভাগ, বলয়া, চক্ৰ (ইতি অমৰ) নিতম্ব, মেখেলা, সৈন্য, সেনা-বাহিনী।

কটাক্ষ—(১) চকু কেৰাহিকৈ চোৱা দৃষ্টি, a sidelong look (২) চাতুৰী—roguishness. (৩) নিমিষ, তৎক্ষণাত, a moment.

শুনি শ্ৰীকৃষ্ণ কটাক্ষে বোল—
× × × গোপী কটাক্ষ নাহি বুঝল। বস্ত্ৰ কাছি কান্ধে চৰিতে ৰঙ্গে চলল। (কেলি গোপাল)

কটি— কঁকাল, the loins, the waist.

কটিধৰা — চুৰিয়া ; a man's waist cloth.

কটিতত— বটিতে, ককালত, at the loins.

কণ্ঠ— ডিঙিৰ আগভাগ, টেটু, the throat.

কতি — ক'ত, কিমান, কেনেকৈ, কিয়, Where, how much, how, why.

নৱ ভয়ো ভাই ভাৱতে কতি ভাগা ।

নক হসি ৰামা মৰসি কতি লাগা ॥ ( বৰগীত )

কতিহো — কেতিয়াও, কোনোফালে, never, somewhere.

কথাৰি — খং ; anger, rage

মেৰো মাই ওহো যশোয়া আজু হামো ভুখাৰি ।

যো কিছু লৱনু হামাকু দেলহু নাহি খায়লো সোহি কথাৰি ( বৰগীত )

কথি — ক'ত, কোন ঠাইত। Where.

কদম্ব — কদমগছ, ৰঘুগছ, nauelea cadamba.

কদৰ্থনা — গালি, তিৰস্কাৰ ; abuse

কদৰ্য্য — কুচ্ছিৎ, বেয়া, ugly, bad.

কদাকাৰ — অশুৱনি, বেয়া আকৃতিৰ বা গঢ়ৰ, ugly.

কদাচিত — কেতিয়াবা ; সদায় নোহোৱা, Sometimes

কদাপি — কেতিয়াও, কোনো-সময়তে ; ( নোহোৱা অৰ্থত পিছত 'ন' ব্যৱহাৰ হয় )

কদ্রু — দক্ষৰ কন্যা । কাশ্যপে বিবাহ কৰা ১৩ গৰাকী কন্যাৰ এগৰাকী । বাসুকীৰ মাতৃ ।

কন্দ — মূল, অদি কাৰণ, root, Principal.

কন্দুক — খেমালি কৰা চোপৰ নিচিনা ঘূৰণীয়া বস্তু, গেণ্ডুক কনক কন্দুক হাতে, খেলায় গোপিনী নাচয়

নৱঘন জিনি তনু ৰাজে । ( বৰগীত )

কন্দৰ্প— প্ৰেমৰ অধিকাৰী দেৱতা :

এওঁৰ জন্মৰ কাহিনী অনেক। তৈত্তীৰীয়মতে তেওঁ ধৰ্ম্মৰ পুত্ৰ মাতৃ শ্ৰদ্ধা; হৰিবংশ মতে তেওঁ লক্ষ্মীৰ পুত্ৰ; কিছুৰ মতে ব্ৰহ্মাৰ হৃদয়ৰ পৰা জন্ম; ৪ৰ্থটো মত হ'ল তেওঁ পানীৰ পৰা জন্ম সেই কাৰণে তেওঁক ইৰাজ বোলা হয়। ৫মটো মত হ'ল তেওঁ স্বয়ম্ভূ সেই কাৰণে তেওঁক অজ বুলি কোৱা হয়।

এবাৰ শিৱই তপস্যা কৰি থাকোতে তেওঁ শিৱৰ তপস্যা ভঙ্গ কৰিবলৈ অহাত শিৱই শাপ দি ভস্ম কৰে আৰু তেওঁৰ শৰীৰ হীন হোৱা কাৰণে তেওঁক অনঙ্গ বুলি কয়। এই কামদেৱ বা কন্দৰ্প পিছত ৰুক্মিণীৰ পুত্ৰ প্ৰদ্যুম্নৰূপে জন্ম গ্ৰহণ কৰিছে।

তেওঁ অপেস্বৰী সকলেৰে পৰিবেষ্টিত এজন চিৰ যুবক, ধনু আৰু শৰেৰে সদা সজ্জিত। তেওঁৰ ধনু হ'ল কুঁহিয়াৰৰ; ধনুৰ ৰচি হ'ল মৌমাখিৰ এটা শাৰী, ৰঙা পদুম, নীলা পদুম, অশোকফুল, আম্ৰৰ ফুল আৰু নৱমল্লিকাৰ এই পাঁচ ফুলৰ সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন এই পঞ্চ বাণ, বাহন ভাটো চৰাই, ধ্বজা হ'ল মকৰ। তেওঁৰ নামৰ ভিতৰত কামদেৱ, মদন, মন্মথ, অনঙ্গ, পঞ্চশৰ, মনসিজ, কুসুমেষু, পুষ্পধন্বা, পুষ্পধনু, ৰতি পতি, আত্মভূ, মোহন, কামনা, মকৰকেতু অভিৰূপ, কলা কেলি, মধুদিপ, শম্বৰাৰি, দৰ্পক, প্ৰদ্যুম্ন, মীনকেতন, মকৰ-ধ্বজ, কাম, কন্দৰ্প প্ৰধান।

In the Rig-Veda (x-129) desire is said to have been the first arose in the one after it had come in to life through the power of fervour or abstraction. "Desire first arose in it, which was the primal germ of mind ;

(and which)sages, searching with their intellect, have discovered in their heart to be the bond which connects entity with non-entity. "It is wellknown" observes Dr. Muir, "that Greek mythology connected Eros, the god of love, with the creation of the universe somewhat in the same way." this kama or desire, not of sexual enjoyment but of good in general, is celebrated in a curious hymns of the Athorva-Veda, which exalts kama in to a Supreme God and creator. (classical Dictionary)

কনাই শিমলু—এবিধ সৰু লতা জতীয় বন। বাঁহপতীয়া বনৰ দৰে মাটিত বগাই যায়, ইয়াৰ ফুল নীলা। চকুত আচিনা হ'লে ইয়াৰ এঠা লগালে ভাল হয়।

কাম্পিত—কঁপা, skaken, trembling

কৰ্ণিকাৰ—সোণাৰু, কৰ্ণিকাৰ দুবিধ বৰ আৰু সৰু হিন্দিত ইয়াক আমলাতাস, ধনবহেড়া আৰু সোণহালী বোলে।
Latin-cassia Fistula.

কপিলা— পূৰ্ব্ব-দক্ষিণ দিগধিপতি হস্তী পুণ্ডৰীকৰ পত্নী।

কপোল—গাল ; the cheek.

কমল—পদুম ফুল ; a lotus.

কমল কৰ্ণিকা—পদুম ফুলৰ চকা।

কমলাসন—ব্ৰহ্মা।

কম্বু—শঙ্খ; a conch, a shell.

কম্বু কণ্ঠ / কম্বুগল } শঙ্খৰ পাকৰ নিচিনা আচথকা ডিঙি।

কয়ো—কৰা, to do.

কৰ—কিৰণ, হাত, খাজনা; ray of light, hand, revenue.

কৰণা—কৰণ, কৰ্য্যাসাধন ; ঠাই ।

কৰপাল—খড়্গ, কৃপাণ,অসি,তৰো-ৱাল; a sword.

কৰভোক—হাতীৰ শুঁৰ সদৃশ উৰু; a thigh like a trunk of an elephant.

কৰম—কৰ্ম্ম, কাম, ভাগ্য, work, luck.

হৰি হৰি হামাৰ কৰম কিনা ভেলি ।

প্ৰাণপিউ আশা কৈছন দূৰ গেলি ॥ ( ৰুক্মিণী হৰণ )

কৰৱাল—তৰোৱাল, কৃপাণ, খড়্গ, a sword.

কৰসি—কৰা ; to do

কৰিকৰ—হাতীৰ শুঁৰ, a trunk of an elephant.

কৰিণী—মাইকী হাতী, a female elephant.

কলমৰ্ষ— কু-কৰ্ম্ম, পাপ, sin.

কশিপু—আচ্ছাদন, বিচনা ; অন্ন ; cover, bed, rice.

কৰ্দ্দম— বোকা, পঙ্ক, mud. এজনা ঋষি ; মহাভাৰত আৰু ৰামায়ণৰ মতে ব্ৰহ্মাৰপৰা জন্ম হোৱা এজন প্ৰজাপতি ; অন্য কিছুৰ মতে এওঁ দক্ষৰ পুত্ৰ ।

কৰ্ম্মবন্ধ—এক জন্মত কৰা কৰ্ম্মৰ ফল আন জন্মত ভোগ কৰিবলৈ থকা অৱস্থা ; the obligation to enjoy or suffer the consequence of ones own acts done in a previous birth.

কক— কৰা ; to do.

কাকিৰল— এবিধ দীঘল কেৰেলা ; a creeper and its bitter fruits.

কাকু— কাকুতি কৰা, মিনতি, a humble submission.

কাকু শঙ্কৰ কৰ, কৰহু কৰু-নাথ যোনো নছাৰোহো ৰামবাণী ।

সব অপৰাধক বাধক তুৱা-নাম তাহে শৰণ লেহুজানি ॥

( বৰগীত )

কাচ—এবিধ চীনদেশীয় চকচকীয়া মাটিৰ পাত্ৰ, চিচা, গ্লাচ, glass.

কাচনি—সাঁজ-পোছাক, clothes.

পীতধটি কটি কাচনি কাচিব

আগু পাছু লাগে চারে।

বালকেৰ ভাব, দেখায়া

কানাই, গোপীৰ মন

ভুলায়ে॥ (বৰগীত)

কাছি—সাজি, সাজ-পাৰ পিন্ধি by adorning.

কাছে—সাঁজ-পোছাক পিন্ধা।

কাজ—কাম,বন,work, business

কাঞ্চুৱা—কাপোৰ,গাতলোৱা চাদৰ,

খসল কেশ পাশ টুটল হাৰ।

ফোড়ল কাঞ্চুৱা কুচক হামাৰ॥

(কেলি গোপাল নাট)

কাঞ্চুৰী—চাদৰ, আঁচল,

এ কক বময়া, কঙ্কমময়া বস কেলি

কাঞ্চুৰী ছুৰি কুৰে কুচ কুচ

ৰতি কৌতুকে কৰা (ৰাম বিজয়)

কাঞ্চী—মেখেলা, ককালত পিন্ধা

মণি, সপ্তকী, ৰসনা, একগুণৰ

মণি হলে কাঞ্চী সাতগুণ হলে

মেখেলা, কুবিগুণ হলে সপ্তকী।

কাণ্ডে—কাণ্ড-দণ্ড, বাণ, শৰ, কুৎসিত,বর্গ, অবসৰ পানী।

ৰাহু কাণ্ডে খাণ্ডা উড়ি হাতে।

দশন কামুৰি ঝঙ্কাৰয় মাথে॥

(ৰাম বিজয় নাট)

কাতৰি—কাকুতি, মিনতি, কাওবাও; humble, supplication

কান—কানাই, কৃষ্ণ

দেখু সখি ঐচন নিককণ কান।

পয়োধৰ অধৰ দশন নখহান॥

(কেলি গোপাল)

কামদেৱ—প্ৰেমৰ অধিষ্ঠাতা দেৱতা, মদন (কন্দৰ্প চাওক)

কামধেনু বৃন্দাধিকাৰী—যি জন

বস্তুত কামধেনুৰ অধিকাৰী।

যৈছে কামধেনু বৃন্দাধিকাৰীক

ছাগলীত কি প্ৰযোজন থিক।

কামিনী—মাইকী, স্ত্ৰী, অঙ্গনা,

ভাবিনী, কান্তা, ললনা,

a woman.

কায়া—শৰীৰ, দেহ, the body.

কাৰুণিক—কৰুণাময়, কৃপালু, দয়ালু, merciful

নাহি নিদাৰুণ হিনে মোই।

(গীত-শ্ৰীৰাম আতা)

কালব্যাধ—কালক চিকাৰী বোলা হৈছে ; চিকাৰীস্বৰূপ কাল ।

কালনেমি— ৰামায়ণৰ মতে এওঁ এজন ৰাক্ষস। হনুমানে যেতিয়া লক্ষ্মণক জীয়াবৰ কাৰণে গন্ধমাদন পৰ্ব্বতত ঔষধ বিচাৰি যায় সেই সময়ত হনুমানক মাৰিবৰ কাৰণে ৰাৱণে এওঁক পঠাইছিল। কালনেমিয়ে তপস্বী ব্ৰাহ্মণৰ বেশ ধৰি হনুমানক আশ্ৰমলৈ নিমন্ত্ৰণ কৰি কিছু খাবলৈ দিয়ে। হনুমানে আগতে স্নান কৰিবলৈ গৈ সৰোবৰত ভৰি দিয়া মাত্ৰে এটা ঘৰিয়ালে ভৰিত কামোৰ মাৰি ধৰে। কিন্তু হনুমানক ভৰিত ধৰাত হনুমানে ভৰি এছাৰ মাৰি দিয়াত ঘৰিয়ালটো এজনী সুন্দৰী অপেস্বৰী হৈ পৰি ক'লে যে পূৰ্ব্বে দক্ষৰ শাপত তেওঁ ঘৰিয়াল হৈ পৰি আছিল আৰু হনুমন্তৰ স্পৰ্শত তেওঁৰ শাপ মোচন হব; গতিকে বৰ্ত্তমান শাপৰ অন্ত হৈ নিজৰূপ ধাৰণ কৰিলে ; লগতে হনুমানক কালনেমিৰ পৰা সাৱধান হবলৈ কৈ তেওঁ স্বৰ্গলৈ গতি কৰে। হনুমানে কালনেমিৰ আশ্ৰমলৈ আহি কালনেমিক আকাশলৈ দোৰ মাৰি লংকালৈ পঠায়। কালনেমি ৰাৱণৰ আগত পৰেগৈ ।

২) পুৰাণৰ মতে কালনেমি বিৰোচনৰ পুত্ৰ হিৰণ্যকশিপুৰ নাতি। এওঁক বিষ্ণুয়ে বধ কৰে আৰু পিছৰ জন্মত কংসৰূপে জন্ম গ্ৰহণ কৰে ।

দৈৱকী, যশোদা,আদি কৰি মত,
সৱে দেৱতাৰ নাৰী ।
তই কালনেমি, আছিল পূৰ্ব্বত,
মাৰিলা তোক মুৰাৰি ॥
দৈৱকীৰ গৰ্ভে, উপজি হুনাই,
তোক মাৰিবন্ত হৰি। (ভাগৱত)

কাঙ্গপৃষ্ঠ—কৰ্ণৰ ধনুৰ নাম।

কাল-ভুজঙ্গম—ভুজঙ্গম অৰ্থাৎ সাপ ; ইয়াত কালক সাপৰ লগত তুলনা কৰা হৈছে। অজগৰ সাপে কোনো জীৱ-জন্তু একাদৰ

পৰা গিলি নিয়াৰ দৰে কালেও আয়ুস শেষ কৰি নিয়া উদাহৰণ দিয়া হৈছে—যেনে:—

১) আৱত কাল-ভুজঙ্গম গৰজি।
হৰি পদে শৰণ লেহু সব বৰজি।

২) ক্ষনিক জীৱন ধন, যৌৱন-জায়া, বিৰকতি তবহু নাহোই।
দংশিত কাল, ভুজঙ্গম অঙ্গা, জানিশৰণ লেহু তোই॥
(বৰগীত)

কালিয়া—কৃষ্ণ, কলীয়া কানাই

কালিন্দী— যমুনা নদী, সূৰ্য্যতনয়া, শমনস্বস্থ

নাহি চাৰহ ধেনু কালিন্দী কুল।
আবনা শুনবো বেনু কদম্বক মূল।

কাহামু— কলৈ, কোনঠাইলৈ ; Where.

কাহে— কেনেকৈ, কিয়, কোন-ঠাইলৈ ; how, why, to what place

কিনাভেলি—কি হ'ল ; what happened.

হৰি হৰি হামাৰ কৰম কিনা ভেলি।
প্ৰাণপিউ আশা কৈচন দূৰ গেলি॥ (ৰুক্মিণী হৰণ)

কিঙ্কৰ—ভৃত্য, চাকৰ, দাস, পৰিচাৰক, servant.

কিঙ্কিনী—ঘুণুৰা, ঘাগৰ, সৰু ল'ৰা-ছোৱালীক পিন্ধোৱা সৰু জুনুকাৰ মালা।

নৱীন লৱণু ভোজন কৰাইবো
কৰ্পূৰ তাম্বুল খাই।
কনক কিঙ্কিনী কটিত বান্ধিয়া
গোষ্ঠে চলা যদুবায়
(গীত-শ্ৰীৰাম আতা)

কিন্নৰ—ঘোঁৰাৰ দৰে মুখ, মানুহৰ দৰে শৰীৰ থকা কুবেৰৰ পাৰিষদ। তেওঁলোক স্বৰ্গৰ গায়ক। কিন্নৰসকল যক্ষৰ লগতে ব্ৰহ্মাই শ্ৰজন কৰিছিল। আকৌ কিছুৰ মতে তেওঁলোক কাশ্যপৰ সন্তান। তেওঁলোকৰ অন্য নাম অশ্বমুখ, কিম্পুৰুষ, তুৰঙ্গ বদন, ময়ুস, গীতমোদী, হৰিণ-নৰ্ত্তক।

কিৰণেশ্বৰ—কুবেৰ।

কিন্নৰী — কিন্নৰ সকলৰ স্ত্ৰী । কিন্নৰীসকল বৰ সুন্দৰী বুলি খ্যাত ।

কিম্বদন্তি—জনশ্ৰুতি, মানুহৰ মুখে মুখে চলি অহা, কাণ বাগৰা কথা ।

কিম্বু—কোৱা ভাতুৰী, বিম্বিফল, লেটিন নাম Caphalica Indica

কিৰণ—সূৰ্য্য, চন্দ্ৰ কিম্বা সূৰ্য্যৰ ৰশ্মি ।

কিৰাত—এটা পৰ্ব্বতীয়া জাতি

কিসলয়— পল্লব, কুঁহিপাত ধৰা গছৰ ডালৰ আগ, নতুন পাতৰ থোপা ।

কিৰিষি—কৃষি, খেতি ।

কুঙ্কুম—কুম্ কুম্, চন্দন ।

কুচ—স্তন, পয়োধৰ, পিয়াহ, the breast of a woman

কুঞ্চিত—বেঁকা, কুটিল, বেকা, curved

কুঞ্জ—নিকুঞ্জ, হাতীৰ দাঁত, কুলনিত লতাবে ঘৰৰ নিচিনা কৰি আবৃত্ত কৰি ৰখা ঠাই ।

কুঞ্জৰ—হাতী, কেশ, চুলি, শ্ৰেষ্ঠ (যেনে-পুৰুষ কুঞ্জৰ) an elephant, hair, superior.

কুটিল—কুঞ্চিত, বেকা, ভগা, curved.

কুটীৰ—বহা সৰুঘৰ, পঁজা, a hut, a havel

কুণ্ডল— কাণত ওলোমাই পিন্ধা এবিধ গহনা, লোকাপাৰ, কৰিয়া আদি

কুণ্ডলিনী—দূৰ্গাৰ এক আকৃতি, কুণ্ডল পিন্ধা তিৰোতা ।

কুণ্ডলী—সাপ, জেলেপী, মিঠাই ।

কুণ্ডিকা—কমণ্ডলু ।

কুৎসিত—নিকৃষ্ট, অধম, কদাকাৰ,

কুত্তা—কুকুৰ, a dog

কুন্তল—কেশ, চুলি, চিকুৰ, hair

কুন্দ—এবিধ সুগন্ধি ফুল, হিন্দিত কুন্দেশ ফুল, মহাৰাষ্ট্ৰত কুন্দ, কৰ্ণাটকত সুৰাপি বোলে ।

কুন্দকোষ—কুন্দফুলৰ বীজ ।

কুবলয়—নীলবৰণীয়া ভেঁট, কংসৰ হস্তীৰূপী দৈত্য বিশেষ ।

কুবেৰ - ধন বস্তুৰ মালিক এজন

দেৱতা। বিশ্রৱস মুণিৰ পুত্ৰ, মাতৃ ইলাবিদা। বিশ্রৱসৰ ৰাক্ষসী পত্নী নিকাষাৰ গৰ্ভত জন্ম হয় ৰাৱণ, কুম্ভকৰ্ণ আৰু বিভীষণ আৰু কন্যা সুৰ্পণখা। কুবেৰ লংকাৰ অধিপতি আছিল আৰু লংকা নগৰ বিশ্বকৰ্ম্মাৰ দ্বাৰা নিৰ্ম্মাণ কৰা হৈছিল। পিছত ৰাৱণে কুবেৰক খেদি নিজে তাৰ ৰজা হয়। কুবেৰ তাৰপৰা গৈ অলকাত নগৰ নিৰ্ম্মাণ কৰি লয়। তেওঁৰ কানন চিত্ৰবন, পৰিষদসকল কিন্নৰ, ব্ৰহ্মাই প্ৰদান কৰা স্বয়ং চালিত পুষ্পক ৰথ বাহন। তেওঁৰ তিনিজন পুত্ৰৰ নাম ক্ৰমে মণিগ্ৰীৱ, নলকুবেৰ আৰু ময়ুৰাজ, কন্যা হ'ল মীনাক্ষী। কুবেৰৰ অন্যান্য নাম হ'ল ধনপতি, যক্ষৰাজ, ময়ুৰাজ (ময়ুস অৰ্থাৎ কিন্নৰ এতেকে কিন্নৰৰাজ) ৰাক্ষসেন্দ্ৰ, ৰত্নগৰ্ভ, নৰৰাজ।

কুমুদ—ভেটফুল, নৈঋত কোণত থকা সূৰ্য্যৰ হস্তী, এজন নাগ ৰজা, এওঁৰ ভগ্নী কুমুদাক্ষীক ৰামৰ পুত্ৰ কুশে বিবাহ কৰে।

কুমুদ বান্ধৱ—চন্দ্ৰ, the moon

কুমোদক—বিষ্ণু,

কুম্ভীৰ—এবিধ জল জন্তু বিশেষ, জলহস্তী।

কুৰঙ্গ—হৰিণ, মৃগ, বাতায়ু। a deer.

কুলটা—ব্যভিচাৰিণী স্ত্ৰী, অসতী।

কুলধাৰক—পুত্ৰ।

কুলাচল—কুলপৰ্ব্বত।

কৰ্ণদণ্ড নৃপতিৰ পুত্ৰ ধুম্ৰাক্ষ; এওঁ ছাগলীৰ বেশ ধৰি যজ্ঞৰ প্ৰসাদ চুৰি কৰি খোৱা হেতুকে অগস্তি মুণিয়ে মূৰটো ছাগলীৰ আকৃতি আৰু শৰীৰ মানুহৰ আকৃতি হবৰ কাৰণে শাপ দিয়ে; সেই শাপত তেওঁ ছাগলীৰ মূৰেৰে এটা কিম্বাকাৰ দৈত্য হয়। এই দৈত্যৰ প্ৰতাপত ঋষি মুণিসকলৰ যজ্ঞ কাৰ্য্যত অনেক বাধাৰ সৃষ্টি হয়। পাণ্ডৱসকল বনবাসত থাকোতে এই দৈত্যক লগ

পায়। কুলাচলৰ লগত যুদ্ধ কৰি পাণ্ডৱসকলৰ যুধিষ্ঠিৰৰ বাদে ভীম, অৰ্জ্জুন, নকুল, সহদেৱ চাৰিজনৰ মৃত্যু হয়। শেষত যুধিষ্ঠিৰৰ প্ৰাৰ্থনাত শ্ৰীকৃষ্ণ গৈ কুলাচলক নিধন কৰে আৰু চাৰি পাণ্ডৱক অশ্বিনীকুমাৰ গৈ পুনৰ জীৱিত কৰে।

কুলিশ } বজ্ৰ, ইন্দ্ৰৰ অস্ত্ৰ।
কুলীশ }

কুসুমলতি — এবিধ লতা ফুল।

কুহক — মায়াজাল, ইন্দ্ৰজাল।

কুহুকণ্ঠ } কোকিল, কুলি।
কুহুমুখ }

কুক্ষি — উদৰ, গৰ্ভ।

তোমাৰ কুক্ষিত আমি যত চৰাচৰ।

হেন জানি ক্ষমিয়োক দোষ দামোদৰ॥ (৭৪৯ কীৰ্ত্তন)

কূপ — নাদ,খাল, পুখুৰী, a tank, a well.

কূলাৱ — পাৰ হোৱা, ( কূল-পাৰ; কেৰুৱালি চাওক )

কুষ্মাণ্ড — কোমোৰা, শিৱৰ এক-শ্ৰেণীৰ অনুচৰ। a class of demigods in the service of Siva. ( C.D. )

কৃতঘ্ন — অকৃতজ্ঞ, উপকাৰৰ উপকাৰ নোলোৱা।

কৃতান্ত — যম, দৈব।

কৃতান্তজনক — সূৰ্য্য, the sun.

কৃতিকৰ — ৰাৱণ ( শব্দমালা )

কৃতী — নিপুণ, পণ্ডিত, সাধু, পুণ্যবান।

কৃত্যা — ক্ৰিয়া, খেলা, ভাওনা, মায়া,

কৃত্যা কৰি আনি দিলা নন্দৰ কন্যাক।

কহিলো সম্ভেদ কথা দঢ়াই আপুনাক।

কৃন্তন — ছেদকৰা, কটা, to cut

কৃপ — কৃপাচাৰ্য্য

কৃপাণ — অস্ত্ৰ, খড়্গ, a sword.

কৃপালু — দয়ালু, a kind man

কৃপী — দ্ৰোণাচাৰ্য্যৰ পত্নী।

কৃপীত যোনি — অগ্নি (ইতি অমৰ) fire

কৃপীপতি — দ্ৰোণাচাৰ্য্য।

কৃপীপুত্ৰ — অশ্বত্থামা ।

কৃষ্ণদ্বৈপায়ন — বেদব্যাস ।

কৃষ্ণপৰ্ণী—ক'লা তুলশী ।

কৃষ্ণ পিঙ্গলা— দুৰ্গা ।

কেকী—ময়ূৰ, ম'ৰাচৰাই ।

কেকী পত্ৰ, কেকি পত্ৰ — ম'ৰা চৰাইৰ পাখি ।

কেতু—গ্ৰহবিশেষ, ধ্বজ ।

কেদাৰ — শিৱ, মধুৰ, গীতৰ এটা ৰাগ (সুৰ) a tune (ৰাগচাওক)

কেৰিকঞ্জ — নীলাপদ্ম ।

কেৰুৱালি—গুৰিয়াল ।

গুৰু কেৰুৱালি নাম অনুবাৰ । হৰিগুণ গায়া ভৱ সাগৰ কলাৱ ॥

কেলি—খেলা, ক্ৰীড়া, ৰতি, মৈথুন ।

কেশৱ — ১) কংসৰ আদেশত কৃষ্ণক বধ কৰিবৰ কাৰণে ঘোঁৰাৰূপ ধৰি অহা কেশী দৈত্যক বধকৰা কাৰণে কৃষ্ণৰ নাম কেশৱ হয় । ২) ক, ঈ, শ, পদে ক্ৰমে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ তিনি মূৰ্ত্তি আৰু ৱ পদে নাৰায়ণে সকলোকে ছান্দি থকা কাৰণে ঈশ্বৰক কেশৱ বোলা হয় ।

ক-ঈ—শপদে, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ তিনিৰো অন্বয় । ৱ পদে নাৰায়ণে তিনিকো আছয় ছান্দি, এহিহেতু কেশৱ বোলয় (ঘোষা)

কৈটভ—এটা ভয়ানক দৈত্য । এক কল্পৰ অন্তত যেতিয়া ভগবান নিদ্ৰিত অৱস্থাত আছিল সেই সময়ত ভগবানৰ কাণৰ পৰা দুটা মহা পৰাক্ৰমী আৰু ভয়ানক দৈত্যৰ জন্ম হয় । এটাৰ নাম মধু আৰু আনটোৰ নাম কৈটভ । এই দুই দৈত্যই ভগৱানৰ নাভিকমলত বিশ্ৰাম কৰি থকা ব্ৰহ্মাক হত্যা কৰিবলৈ যায় । তেনেতে ভগৱানৰ নিদ্ৰা ভঙ্গ হয় আৰু এই দৈত্য দুটা বধ কৰি মৰাশ দুটা পানীত পেলাই দিয়ে, এই মৰাশ দুটাৰ পৰা বহুত মেদ ওলাই আৰু মেদৰ পৰাই ভগৱানে পৃথিৱী সৃষ্টি কৰে ।

সেইকাৰণে পৃথিবীক মেদিনী বোলা হয়। মধু দৈত্যক মৰা কাৰণে বিষ্ণুৰ নাম হয় মধুৰিপু আৰু মধুসূদন আকৌ কৈটভক মৰা কাৰণে নাম হয় কৈটভজিত।

আন এটা মতে এই কৈটভক দুৰ্গাইহে বধ কৰিছিল।

সেইকাৰণে দুৰ্গাৰ নাম হয় কৈটভা, কৈটভী আৰু কৈটভেশ্বৰী। "কৈটভন্তু বশং কৃত্বা গৃহীতা তৎপুৰী যথাঃ তেন সাৰ্গীয়তে দেৱী পুৰাণে কৈটভেশ্বৰী।"

কৈতৱ - কপট, অসত্য, মিছা, ছলনা, ফাকি ;

হৰিত বিনে সৱে কৈতৱ। ভজ হৰি পাৱে কৰি উৎসৱ ॥(ঘোষা)

কৈৰব—শত্ৰু, খল, পদুম, বগাভেঁট, a wicked person, a lotus, a white lily, an enemy.

কৈলাস—সদাশিৱৰ থকা পৰ্ব্বত, হিমালয়ৰ এটা শৃঙ্গ, ইয়াক ৰূপ পৰ্ব্বত বুলিও কয়।

কৈৱলম্—মুক্তি, salvation

কৈসানি—কেতিয়া, when

কোকনদ - ৰঙাভেঁট, ৰঙাপদ্ম, a red lily, a red lotus.

কোক বন্ধু - সূৰ্য্য, the sun.

কোকিল—কুলি চৰাই, ইয়াৰ অন্যান্য নাম হ'ল পিক, বসন্ত দূত,

মধুগায়ন, বাসন্ত, কলকণ্ঠ, কামান্ধ, কুহুকণ্ঠ, কুহুমুখ ইত্যাদি।

কোটোবাখেল - ঢোপৰ পৰিবৰ্ত্তে আখৈ মুড়িৰ লাক কৰি দুকালে দুদল হৈ ল'বাই খেলা খেল বিশেষ।

কোদণ্ড—ধনু, ইন্দ্ৰৰ ধনু।

(শাৰঙ্গ চাওক)

কোথা—ক'ত, where

কোপ - ক্ৰোধ, খং, anger

কোৰ - কলি, a bud

কোৰি - কলি, চুপহি, a bud

কোষ— ধনৰ ভঁৰাল, শব্দৰ অৰ্থ লিখা পুথি, কণী, ভঁৰাল।

কোবিদ— পণ্ডিত, a learned man

কৌতুক—কৌতুহল, আনন্দ, নতুনা কথা জানিবৰ বা নেদেখা বস্তু দেখিবৰ অভিলাষ; Pleasure, curiosity.

কৌমুদী—জ্যোৎস্না, পোহৰ, উৎসৱ; কাৰ্ত্তিক, পূৰ্ণিমা। light, merry-making, festival, the full moon of the Kartik month.

কৌমুদীপতি—চন্দ্ৰ, the moon.

কৌমোদকী—কৌমুদকী, বিষ্ণুৰ গদা।

কৌশল্যা— দশৰথ ৰজাৰ ভাৰ্য্যা; ৰামচন্দ্ৰৰ মাতৃ।

কৌশিক—কুশিক ঋষিৰ বংশতজাত, বিশ্বামিত্ৰ, (বিশ্বামিত্ৰ চাওক)

কৌস্তভ— বিষ্ণুৰ মণি, এই মণি কোটি সূৰ্য্যসম উজ্জ্বল; সমুদ্ৰ মন্থনত এই মণি উদ্ভৱ হয়। "কৌস্তভস্ত মহাতেজা: কোটি সূৰ্য্য সমপ্ৰভ:। ইমংকিমুত বক্তব্যাং প্ৰদীপাদ্দীপ্তি মানিতি।" (ইতি শব্দ কল্পদ্ৰুম)

ক্ৰীড়া—খেলা, অবজ্ঞা কৰা, play, disregard.

ক্ৰূৰ— পৰৰ দ্ৰোহকাৰী, নিষ্ঠুৰ, নিমৰমিয়াল;cruel,inhuman.

ক্ৰুৰলোচন— শনি।

ক্ৰোধ—খং, কোপ; anger.

ক্ৰৌঞ্চ— সপ্তদ্বীপৰ এটা দ্বীপ। (সপ্তদ্বীপ চাওক)

ক্লিষ্ট - ক্লেশ যুক্ত।

ক্লীব—নপুংসক, পুৰুষত্বহীন, তৃতীয়া প্ৰকৃতি, an impotent man, an eunuch.

ক্লেদ—দুৰ্গন্ধ বা মলিয়ন পানী বা ৰস বৈ থকা পূজ।

ক্লেশ— দুখ, কষ্ট, distress.

## খ

খ—আকাশ, গগন, অন্তৰীক্ষ, নভস, অম্বৰ, অভ্ৰ, the sky.

খংমাখো বলাহকে গাৰ্জ্জে
যেতিক্ষণ।
শৈলাগ্ৰে বহিহা নৃত্য কৰে
তেতিক্ষণ॥ (গীত-অনিৰুদ্ধ)

খগ— সূৰ্য্য, দেৱ, গ্ৰহ, পক্ষী,

খগপতি—গৰুড়।

খগেন্দ্ৰ — গৰুড় ।

খগেশ্বৰ—গৰুড় ।

খচিত—সংযুক্ত ।

খঞ্জ — খোঁৰা ;

খঞ্জন—এবিধ নীলবৰণীয়া চৰাই, খঞ্জৰীট ।

খটচোৰ — চোৰ, ডকাইত আদি দুষ্ট-লোক ।

হৈবাৰ নবৈলমোৰ, যেন পায়া
খটচোৰ
বান্ধিলা গৰুৰ লৈয়া পাগে ।
(বৰগীত)

খটাসুৰ— এটা ভয়ানক বলৱন্ত অসুৰ । পাণ্ডৱসকল নৈমিষাৰণ্যত থাকোতে এদিন হঠাতে পাণ্ডৱৰ কুটীৰত উপস্থিত হয় । সেই সময়ত কুটীৰত দ্ৰৌপদীৰ বাহিৰে কোনো নাছিল । দ্ৰৌপদীক অকলে পাই অসুৰে বলৎকাৰ কৰিবলৈ ধৰাত চিঞৰ-বাখৰ কৰিবলৈ ধৰে । যুধিষ্ঠিৰ সেই সময়ত ওচৰৰ ঋষি সকলৰ আশ্ৰমত আছিল ; চিঞৰ বাখৰ শুনি যুধিষ্ঠিৰ বেগাই আহি অসুৰৰ লগত যুদ্ধ কৰিবলৈ ধৰে । যুদ্ধত যুধিষ্ঠিৰৰ মৃত্যু হয় । এইদৰে পাণ্ডৱৰ এজনৰ পিছত এজনকৈ আহি অসুৰৰ লগত যুদ্ধ কৰি প্ৰত্যেক জনেই মৃত্যু-বৰণ কৰে । পঞ্চ-পাণ্ডৱৰ মৃত্যু হোৱাত দ্ৰৌপদীয়ে আত্মৰক্ষাৰ কোনো উপায় নাপাই হাতৰ খাৰুডাল সোলোকাই খটাসুৰৰ গালৈ মাৰি পঠায় । দ্ৰৌপদীৰ খাৰুৰ আঘাটত খটাসুৰৰ মৃত্যু হয় । সেই সময়তে শ্ৰীকৃষ্ণ তাত উপস্থিত হৈ পাণ্ডৱক পুনৰ জীৱিত কৰে ।

খণ্ডিত— ছিণ্ডা, খণ্ড কৰা, চেৰ-পেলোৱা ; to cut to pieces, to surpass

খৰত—লজ্জালু, মেদ, গলা, bashful, marrows, throat

খৰদণ্ড — পদ্ম, পদুম, a lotus

খল সূৰ্য্য, নীচ, অধম, দুৰ্জ্জন, the sun, low, vile. cruel

খাড়ি—চিন, a mark

আৰৰ ৰদি যায়া তুমি গোৱা-
লীৰ বাড়ী ।
তেমনে মাৰিবো যেন গায়ে
থাকে খাড়ি ॥ (বৰগীত)

খাণ্ডা—খড়্গা; তৰোৱাল, a sword

খায়তবি—খোৱা, to eat

খেড়া—খেলা, to play

খেচৰ—শিয়, বিদ্যাধৰ, আকাশত চৰা জীৱ জন্তু,চৰাই ।

খেৰি / খেড়ি } খেলা, খেমালি, playing

খেলি—সূৰ্য্য, গীত, পক্ষী আদি; the sun, songs, the birds etc.

খোজগুড়ি—ভৰিৰ খোজ চাই, looking at the foot print

খোজগুড়ি ভালুকৰ গৰ্ত্ত পাইলা
হৰি ।
ঘোৰ অন্ধকাৰে আছে গৰ্ত্তক
আবৰি ॥

খ্যাতিমন্ত—যশস্যাশালী, the famous.

## গ

গউয়া—গৰু, the cow,

মাইখেল ভগোপাল গোসাই ।
কালিন্দী পুলিন বনহি যদু
নন্দন, ফিৰত গউয়া চৰাই ॥
(বৰগীত)

গজমতি— গজমুক্তা হাতীৰ দাঁতত পোৱা বুলি বিশ্বাস এবিধ বহুমূলীয়া মুক্তা ।

গঞ্জ—অবজ্ঞা কৰা, গোষ্ঠ, গোহালি ঘৰ, গঞ্জনা কৰা,নিন্দা কৰা to reproach, to put to shame.

গঞ্জন—দমন কৰা, বশীভূত কৰা controlled, subdued.

তুমি নিৰঞ্জন । পাতক ভঞ্জন ॥
দানৱ গঞ্জন । গোপীকা ৰঞ্জন ॥

গঞ্জসু—গঞ্জনা কৰা, গজা, to reproach, the act of germinating

গড়াইয়া—বাগৰি, by rolling.

গণ—সমূহ, তিনিগুণ্ম সৈন্যৰ দল—অৰ্থাৎ ২৭ টা হাতী, ২৭ জন-ৰথী, ৮১ টা অশ্বাৰোহী আৰু

১৩৫ টা পদাতিক সৈন্যৰ দল।

গণনাথ — গণেশ।

গণ-নায়িকা — দুৰ্গা।

গণপতি — গণেশ।

গণ পৰ্ব্বত — কৈলাস।

গণিকা — বেশ্যা

গণ্ড — গাল, হাতীৰ গাল,

গন্ধজাত—তেজপাত।

গন্ধমাতা — পৃথিবী।

গন্ধমাদন — এটা পৰ্ব্বত, ভোমোৰা।

গন্ধৰাজ — চন্দন।

গন্ধৰ্ব্ব — স্বৰ্গৰ গায়ক। বিষ্ণু পুৰাণ আৰু হৰিবংশ মতে গন্ধৰ্ব্ব সকল ব্ৰহ্মাৰ পৰা জন্ম হৈছিল; কিন্তু কিছুৰ মতে কাশ্যপৰ ঔৰসত তেওঁৰ পত্নী অৰিস্তাৰ গৰ্ভজাত। চিত্ৰৰথ তেওঁলোকৰ প্ৰধান আছিল। শব্দ কল্পদ্ৰুমত গন্ধৰ্ব্ব এঘাৰজন বুলি উল্লেখ কৰিছে, যেনে — অভ্ৰাজোহ ভ্ৰাবিৰভ্ৰাৰী সূৰ্য্য বৰ্চ্চাস্তথা কৃধু:। হস্ত সুহস্ত স্বাঙ্কিৰ মূৰ্দ্ধবংশ্চ মহামনা:। বিশ্বাবসু কৃশানুশ্চ গন্ধৰ্ব্বৈকাদশো গণা:। এই সম্পৰ্কত— Classical Dictionary ত লিখিছে-The Gandharvas generally had their dwelling in the sky or atmosphere. They had a great partiality for women and had a mystic power over them. The Atharva Veda speaks of the 6333 Gandharvas". ... The Vishnu Purana says, in one place, that they were born from Brahma "imbibing melody". Drinking of the goddess of speech (gām dhayantah) they were born, and thence their appelation. Later on it says that they were the offspring of Kasyapa and his wife

Arishta. The Harivansa states that they sprang from Brahma's nose and also that they were descended from Muni, another of Kasyapa's wives. Chitra-ratha was chief of the Gandharvas and Apsarases were wives or mistresses.

গৰল—বিষ, বিহ, poison.

গৰসি – গ্ৰাস কৰা, to take possessions of by force.

গৰুড়—বিষ্ণুৰ বাহন। গৰুড়ৰ আকৃতি মানুহৰ দৰে হাত ভৰি আৰু চৰাইৰ দৰে ঠোঁট আৰু পাখি; পিতৃ কাশ্যপ আৰু মাতৃ বিনাতা (সুপৰ্ণী)। সৰ্প-সকলৰ মাতৃ কদ্ৰুৰ লগত তেওঁৰ মাতৃ বিনাতাৰ মনোবাদ লাগি থকাৰ কাৰণে গৰুড় সৰ্পসকলৰ ঘোৰ শত্ৰু হৈ পৰে। গৰুড়ৰ অনেক নামৰ ভিতৰত কাশ্যপি, সুবৰ্ণকায়, বৈনাতেয়, খগেশ্বৰ, বিষ্ণুৰথ, সুপৰ্ণ, মহাবীৰ, পক্ষিসিংহ, হৰিবাহন, অমৃতাহৰণ, নাগাশন, খগেন্দ্ৰ, খগপতি, নাগান্তক, বজ্ৰজিত, সুৰেন্দ্ৰজিত, গগনেশ্বৰ, প্ৰধান।

গৰুড়কেতু – গৰুড়ধ্বজ।

গৰুৱা—অত্যধিক, অতিপাত, excessive.

নিৰমিল বিষ কিম্বা কামিনী লোহ।
তাসু পৰল মেৰি এমন মোহ ॥
তাকৰ ছোৰাইতে সব নাহি থিক।
গৰুৱা মনোৰথ বাঢ়লি খিক ॥
(বৰগীত)

গাথা—গীত, গান, a song.

গান্থি—গঁথা, to string together.

গাণ্ডীৱ – অৰ্জ্জুনৰ ধনু। এইধনু প্ৰথমে চন্দ্ৰৰ আছিল, চন্দ্ৰই বৰুণক দিয়ে, বৰুণে অগ্নিক দিয়ে। অগ্নিয়ে খাণ্ডৱ বন দাহন কৰিবৰ সময়ত ইন্দ্ৰৰ

লগত যুদ্ধ কৰিবৰ কাৰণে অৰ্জ্জুনক দিয়ে। (মুকলী চাওক)

গান্ধাৰেয়—গান্ধাৰীৰ পুত্ৰ; দুৰ্য্যোধন।

গায়ত্ৰী—বেদৰ এটা পৰম পবিত্ৰ মন্ত্ৰ। যি এই মন্ত্ৰ জপ কৰে তেওঁ সকলো পাপৰ পৰা মুক্ত হয় বুলি কয়। 'গায়ন্তং ত্ৰায়তে যস্মাৎ গায়ত্ৰী ত্ব তত: স্মৃতা। ই স্মৃতি' (শব্দ কল্পদ্ৰুম)

গায়তৰি—গাইছে, is singing

ঈষত মধুৰ হাসি, বাঁশী বিনোদিত, মোদিত পঞ্চম গায়তৰি। নন্দকুমাৰ, চৰণ যুগ ৰাজীৱ, মাধৱ মনবছু ভৱতৰি ॥ (বৰগীত)

গায় সন্ধানে—গাৰ জোৰেৰে।

গায় সান্ধনে যশোয় ৰজ্জু আনে। জোৰয় নাহি আঙ্গ ল দুহু মানে॥ বৰগীত।

গিৰা—( গিৰা - বচনম্ ইতি ত্ৰিকাণ্ডশেষ ) বাক্য, কথা, বচন।

গুঞ্জা—( লতা বিশেষ ) লাতুমণি লতা।

গুঞ্জামণি—লাতুমণি, কাচমণি।

গুড়ায়লি—গুৰি কৰা, নষ্ট কৰা; নোহোৱা কৰা, lost, to destroy.

গুল্ম—তিনি সেনামুখ সৈন্যৰ দল, অৰ্থাৎ ৯টা হাতী, ৯জন ৰথী, ২৭টা অশ্বাৰোহী আৰু ৪৫টা পদাতিক সৈন্যৰ দল।

গেগুৱা—ঢোপ।

মালতীমালা শোভিত মাথে। গেগুৱা লুম্ফি লুম্ফি ধৰয় হাতে॥ (বৰগীত)

গেৰুৱা—গেৰুৱা মাটি, গেৰুৱা মাটিৰে বোলোৱা কাপোৰ।

অঙ্গে পৰিমল, গেৰুয় চৰায়ে, ময়ূৰ মুকুট শিৰে বনিয়ে। বনজকুসুম কৈছে মালা ডোলত ব্ৰজ ভুলত বেণু ধ্বনিয়ে।

গেয়ো—গ'ল, have gone.

গৈৰিক—গেৰুৱা।

মণিগিৰি গৈৰিক ৰাজ শৰীৰে। (বৰগীত)

গোকণ্ঠ পাশ—পঘা,গৰু বন্ধা জৰী।

গোপয়ে—গোপন কৰি বা লুকাই ৰখা।

গোপীৰমনা—গোপীসকলক সন্তুষ্ট কৰিবপৰা; শ্ৰীকৃষ্ণ।

সুন্দৰ থিৰ ললিত গজ গমনা।
মাধৱ কহ গতি গোপী ৰমনা ॥
(বৰগীত)

গো-ধুৰি—গো-ধুলি, গৰুৰ গাৰ ধুলি।

গো-ধুৰি ধুসৰ তনু, শ্যাম সুন্দৰ বৰ, চঞ্চল নয়ন ভোলায়ে।
শাৰদ চান্দ কোটি, বয়ন বিৰাজিত, সুমধুৰ মুৰুলী বোলায়ে॥
(বৰগীত)

গোৰ—ভৰি, চৰণ।

তুৱা হৰি লাগুগোৰ, মোৰ মায়া পাশ ছোৰ,
শঙ্কৰে কৰয় কাকুতি। (বৰগীত)

গোৱাই—খেদাই,পাৰ কৰি কটাই।

গোৱৰিনী—গোৱালিনী।

এক গোৱৰিনী, মাতিয়া হামাকু দেলহ বুলি মিঠাই।
তাহেক ভোজন, কৰিয়ে শয়ন কৰি কহো, চেতন হকৱালো মাই॥ (বৰগীত)

গোৱাৰী—গোৱালিনী।

গোষ্ঠ—গৰু ৰখা ঠাই,বাথান।

নবীন লৱণু ভোজন কৰাইবো কৰ্পূৰ তাম্বুল খাই।
কণক কিঙ্কিনী কটিত বান্ধিয়া গোষ্ঠে চলা যদুৰাই ॥
(গীত-শ্ৰীৰাম আতা)

গ্ৰসিত—গ্ৰাস কৰা,

পাহি যাদৱ, পাহি গোবিন্দ, মাকুৰু মা পৰিত্যগং।
অনিমিষকাল, গ্ৰসিত জনতাৰণ, কুকমম বিষয় বিৰাগং ॥
(গীত-শ্ৰীৰাম আতা)

গ্ৰাস—গৰাহ, আহাৰ, a meal, a mouthful of cooked rice.

গ্ৰহনায়ক—শনি। the planet saturn

গ্ৰহনেমি—চন্দ্ৰ, the moon

গ্ৰহপতি—সূৰ্য্য, সুৰ, অৰ্য্যমন, দিবাকৰ, ভাস্কৰ, the sun.

গ্ৰীবা—ডিঙি, গল, the neck.

## ঘ

ঘটন—ঘটোৱা, ঘটা, to cause, to happen

ঘন—মেঘ, অভ্ৰ, বাৰিবাহ, বলাহক, জলধৰ, জীমুত, the cloud

গগনে গৰজে ঘন, কোলেলৈয়া নাৰায়ণ
বসুদেৱ চলে ধীৰে ধীৰে ।
ভিজে প্ৰভু নাৰায়ণ, দেখিয়া সহস্ৰা নম
ফনায়ে ধৰিলা ছত্ৰশিৰে ॥
(জন্ম যাত্ৰা)

ঘৰণী—ঘৈণী, স্ত্ৰী, the wife

সেহিবৰ ৰমনী ঘৰণী যবহুই ।
ভবগৃহ বাস সাফল ভব হুই ॥
(ৰুক্মিণী হৰণ)

ঘাঘৰ / ঘাঘৰ ঘুমুৰ—কিঙ্কিনী, সৰু ল'ৰাক কৰ্কালত পিন্ধোৱা জুনুকাৰমালা ।

আঠ কাঢ়ি কিজ পাৰি থুৰা
ব্ৰজ মাজে ।
সোনাৰ ঘাঘৰ চয় ককাল
বাজে ॥ (বৰগীত)

ঘাটি—দোষ, অপৰাধ, a fault, an offence.

ঘাটিমাৰি—চেৰ পেলাই, চেৰাই খোৱা ।

ৰামনাম খণ্ডেতবা জিয়া তনু
নায় ।
হৰিগুণ গায়া যমেৰ ঘাটি মাৰি
যায় ॥ (বৰগীত)

ঘাটে—ঘটোৱা, হবা, to cause, to happen.

ঘাতন—নাশ বা দূৰ কৰোঁতা, destroyer

জয় জয় নিজ জন, ঘাতন,
ঘাতন, পাতন পাতক ৰীতি ।
হৰক শৰাসন, নাশন শাসন,
নৃপসৰ বাণ সন্ধানে ॥
(ৰাম বিজয়)

ঘাতুক—মাৰোঁতা, নাশ কৰোঁতা, পৰৰ অনিষ্ট কৰোঁতা ।

নাৰায়ণ কাছে ভকতি কৰো
ভেৰা ।
মেৰি পামৰ মন, মাধৱ ঘনেৰন,
ঘাতুক পাপ নাছোৰা ।
(বৰগীত)

ঘালি—ঘাইল কৰা, উঘালি

পেলোৱা, যোহি বনমালী
বালিক ঘালি ৰাজা কৰু
সুগ্রীব। যাহেৰিকোপ কটাক্ষ
নিৰেক্ষি কম্পিত জলাধিক
জীৱ। (ৰাম বিজয়)

ঘোচ—ভেঁটি, bribe

ঘোঁৰা—ঘোঁৰা, a horse, সূৰ্য্যৰ
ৰথ সাতটা ঘোঁৰাই চলায়।
এই কাৰণে সাত বুজাবলৈ
ঘোঁৰা শব্দ ব্যৱহাৰ কৰা হয়।
যেনে—চন্দ্রবেদ ঘোঁৰা বাণ॥
শকে ভৈলা জন্ম তান। ইয়াত
চন্দ্র = ১, বেদ = ৪; ঘোঁৰা =
৭ আৰু বাণ = ৫ এতেকে
১৪৭৫ শক

ঘোষ—প্রকাশ কৰা; ঘোষণা কৰা,
মনোৰম কৰা, গোপ পত্নী,
অৰুণ চৰণ দোহো পঙ্কজ
কোষ।
ৰতন মঞ্জীৰ কৰয় তথি ঘোষ॥
(পত্নী প্রসাদ)

ঘোষি—পাখীৰ ৰখা ডাঙৰ চৌ,
মাটিৰ ডাঙৰ মলা চৰু,
উচ্চৈঃস্বৰে ঘোষণা কৰা,প্রকাশ
কৰা।

ঘুষি—উচ্চৈঃস্বৰে ঘোষণা কৰি,
প্রকাশ কৰি
মূৰ্খৰ কথা সবে পৰি হুৰি।
সদায়ে ডাকিয়া ঘুষিও হৰি॥
কীৰ্ত্তন।

ঘ্ৰাণ—গোন্ধ, নাক, নাসিকা,

## চ

চকোৰ—চকোৱা চৰাই।

চকোৱা—ৰাঁহৰ কামি কৰি ওখকৈ
দিয়া বেৰা, পহৰাদাৰ, চৌকি-
দাৰ, হাসু বিচাৰকয়, দেখলোঃ
আৱৰি, চোৰ ৰাধা বিসু নাই।
ৰবহি ঘৰহি সব,ফিৰতচকোৱা,
ঐছন বাত জনাই। (বৰগীত)

চঞ্চৰ—চঞ্চল, থিৰেৰে নথকা, লৰচৰ
কৰি থকা।
শাৰদ নিৰমল, প্রফুল্ল পঙ্কজ,
বয়ন সুন্দৰ শোহেয়া।
অলক চঞ্চৰ, থৈছে উৰি পৰে,
ভ্ৰমৰকুল মধু লোহেয়া॥
(বৰগীত)

চঞ্চল—লৰচৰ কৰি থকা; অস্থিৰ।
ficle, unsteady

চণ্ড—দুষ্ট, উগ্ৰ, অলপ বুদ্ধি ভ্ৰংশ হোৱা ; furious, crazy.

চতুৰ বয়ন—চৰিখন মুখ যাৰ, ব্ৰহ্মা ; (ব্ৰহ্মা চাওক)

চতুৰঙ্গ—হাতী, ঘোঁৰা, ৰথ আৰু পদাতিক এই চাৰিওবিধ সৈন্য সংযুক্ত সৈন্য বাহিনী, an army complete with four divisions i.e. elephants, chariots, cavalry and infantry.

চতুৰাশী—চৌৰাশী, আশী আৰু চাৰি (চৌৰাশী নৰক চাওক)

চতুৰমুহ—চতুৰ বয়ন, ব্ৰহ্মা; (ব্ৰহ্মা চাওক)

চতুৰ্দ্দশ ভুবন—চৈধ্য ভুবন। স্বৰ্গ, মৰ্ত্য আৰু পাতাল এই তিনিও লোকত থকা দেৱতাকে মুখ্য কৰি মনুষ্য জীৱ জন্তু, উদ্ভিদ আদি সকলো ১৪ শ্ৰেণীত ভাগ কৰা হৈছে। এই জীৱসমূহৰ এক ভাগক এক ভুবন বোলা হৈছে। এই জীৱসমূহ প্ৰধানতঃ তিনি ভাগত ভগোৱা হৈছে, যেনে—দৈৱসৰ্গ, তিৰ্য্যক আৰু মনুষ্য। দৈব্যসৰ্গ ৮ বিধ-ব্ৰাহ্ম, প্ৰাজাপাত্য, ঐন্দ্ৰ, পৈত্ৰ, গন্ধৰ্ব্ব, যাক্ষ, ৰাক্ষস, আৰু পিশাচ, তিৰ্য্যক ৫ বিধ পশু-পক্ষী, পতঙ্গ, সৰীসৃপ, আৰু স্থাৱৰ, মনুষ্য এবিধ। এই চৈধ্য ভুৱন। (লোক চাওক)

চতুৰ্ব্বিংশতি অৱতাৰ—মৎস্য, কূৰ্ম্ম, বৰাহ, নৰসিংহ, বামণ, পৰশুৰাম, শ্ৰীৰাম, হলিৰাম, বুদ্ধ, কল্কি, সনতকুমাৰ, নাৰদ, নৰ, নাৰায়ণ, কপিল, দত্তাত্ৰেয়, যজ্ঞ, ঋষভ, পৃথু, ধনন্তৰী, মোহিনী, ব্যাস, হৰি, হয়গ্ৰীৱ।

চপল—চঞ্চল, তৰল, ক্ষিপ্ৰ, বিকল, কেশ, ficle, swift, defective, imperfect, hair.

চয়—সমূহ, গণ, assemblage, multitude.

চৰম—চৰ্ম্ম, চাল, শেষ, অন্ত, skin, the ultimate, the end.

নয়না কামিনীৰূপ নয়াৰয় ৰসনা এৰড় ৰস ।

গীত মধুৰ ধ্বনি শ্ৰৱণে নন্দা-ময় চৰণে সুখ পৰশ ॥ (বৰগীত)

চৰণপন্টি—(চাক-পংক্তি)

মনোমোহা কথাৰ লানি ।
সৰহু বেৰকত গুপুত অঙ্গ ।
বচন চৰণপন্টি বড়ায়া-ধৰু ॥
(কেলি গোপাল)

চৰাচৰ—চৰ আৰু অচৰ সমুদায় জগত । চলন ফিৰণ কৰিব পৰা অৰ্থাৎ জীৱ প্ৰাণী আৰু চলন ফিৰণ কৰিব নোৱাৰা অৰ্থাৎ উদ্ভিদ সকলো জগত । the universe.

চৰি— চৰা ; গতি কৰা, যোৱা, কোনো বাহনত উঠি যোৱা ।

ঘোঁৰাত চৰি মহাৰঙ্গ মনে ।
মৃগক মাৰি ফুৰে বিজু বনে ।
(কীৰ্ত্তন)

চৰ্ব্ব্য— চোবাবলগীয়া, দাঁতেৰে চোবাই খাব লগা বস্তু, to be chewed

চম্ভু—চুটি, দীঘল নোহোৱা। তিনি পুতনা সৈন্যৰ দল, অৰ্থাৎ ৭২৯ টা হাতী, ৭২৯ খন ৰথ, ২১৮৭ টা অশ্ব আৰু ৩৬৪৫ টা পদাতিক সৈন্যৰ দল ।

চাকেৰি—চাকৰি, service servitude.

তেৰি চৰণে সেৰি পৰ নাম ।
চাকেৰি মাগো নাহি আন কাম ॥ (বৰগীত)

চাজনি— সাজ-সজ্জা, বেশ শোভা কৰা ।

কোটিকাম জিনি, মধুৰ সাজনি,
চান্দকোটি জিনিজলে ।
(বৰগীত)

চঞ্চৰ } (সং ভ্ৰমৰ) ভোমোৰা
চঞ্চৰ-চাঞ্চৰ } a black bee .

চঞ্চৰ-চাঞ্চৰ মধুকৰ লোহে ।
শ্ৰীশ্ৰীবৎস উৰথল শোহে ॥
(পাৰিজাত হৰণ)

চাণ্ড—দুষ্ট,উগ্ৰ, বৰ খঙ্গাল, furious, wicked.

কেহো বোলে ভাজিলা জোখাৰ মোৰ ভাণ্ড ।
এমন ৰয়সে তুমি এত মান

চাণ্ড ॥ (বৰগীত)

চাতুৰী— চতুৰতা, দক্ষতা, নিপুণতা, dexterity, craftiness.

চান্দি } ভাৰ' কান মাৰিবে দুই
ছান্দি } মূৰে শিকিয়াত ওলোমাই নিয়া ভাৰ।

শিকাবান্ধি ছান্দি কান্ধে লৈয়া দধি ভাত।

মাথায়ে ছান্দনী জৰী সাজে জগন্নাথ ॥ (বৰগীত)

চান্দনী } মূৰৰ ভূষণ, গছত উঠা
ছান্দনী } জৰীবে সজা যতন।

চাপ—ধনু, a bow

চামৰ—চমৰী পছুৰ নেজেৰে সজা বিচনী বিশেষ। (চমৰী পুচ্ছ নির্ম্মিত ব্যজনম্ ইতি শব্দ কল্পদ্রুম)

চামুণ্ডা—দুর্গা, চণ্ড আৰু মুণ্ড নামৰ দুটা অসুৰক বধ কৰিবৰ কাৰণে পাৰ্ব্বতীৰ কপালৰ পৰা জন্ম হোৱা দেৱী (পাৰ্ব্বতী ললাট নিষ্ক্রান্তা চণ্ড মুণ্ড বধকাৰিণী দেৱী) এওঁৰ বৰ্ণনাত দিছে, "বিচিত্র খট্টাঙ্গ ধৰা, নৰমালা বিভূষণ। দ্বীপি চৰ্ম্ম পৰীধানা শুষ্ক মাংসাতি ভৈৰৱা। অতি বিস্তাৰ বদনা জিহ্বা ললনা ভীষণা নিমগ্ন ৰক্ত নয়না নাদা পূৰিত দিঙ্মুখা।"

চায়েব — চাহেব, গৰাকী, master

চাৰণ — দেৱতাৰ গুণগান গাই ফুৰা লোক, স্তুতি পাঠক, গন্ধৰ্ব্ব বিশেষ।

চাৰিপদ — চাৰি পুৰুষাৰ্থ, ধৰ্ম্ম, অৰ্থ কাম আৰু মোক্ষ এই চাৰি পদ।

চাৰি ৰস—ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰি ৰস।

চাৰিসিদ্ধ— ব্ৰহ্মাৰ প্ৰথম চাৰি পুত্ৰ-সনক, সনন্দ, সনাতন আৰু সনত কুমাৰ। এই চাৰি সিদ্ধ চিৰকুমাৰ, মহা-ধাৰ্ম্মিক আৰু পৰম পবিত্ৰ।

আছে চাৰি সিদ্ধ জ্ঞানী পৰম।
চাৰিও ব্ৰহ্মাৰ পুত্ৰ প্ৰথম ॥
(কীৰ্ত্তন)

চাৰু—সুন্দৰ, উত্তম, বৃহস্পতি,

good, beautiful.

চাৰু-গৰ্ভ—শ্ৰীকৃষ্ণৰ পুত্ৰ।

চাৰুগুপ্ত—শ্ৰীকৃষ্ণৰ পুত্ৰ।

চাৰুদেষ্ণ—ৰুক্মিণীৰ গৰ্ভজাত শ্ৰী-কৃষ্ণৰ পুত্ৰ।

চাৰুমতী—ৰুক্মিণীৰ গৰ্ভজাত শ্ৰী-কৃষ্ণৰ কন্যা।

চাৰবৰ্ঘ্য—কুবেৰৰ পত্নী, জ্যোৎস্না।

চালনা—লৰচৰ, সঞ্চালন, লৰোৱা কাৰ্য্য, the act of moving.

চালনি—সঞ্চালন, চালনা, the act of moving or shaking limbs or part of the body.

গলে গুঞ্জামণি, ভ্ৰূৰেৰ চালনি,
টালনি জুড়াৰ ছান্দে।
হৰিল গিয়ান, ধিয়ানে ৰহলো,
বাজিয়া কানাইৰ ফান্দে॥
(বৰগীত)

চিকৰ—কপালৰ আগত থকা চুলি।

চিকুৰ—কেশ, চুলি, সাপ পৰ্ব্বত; hair, a snake, a mountain.

চঞ্চৰ চিকুৰ, মাথে ময়ুৰেৰ,
পুচ্ছ পৰিধান ভালা।
জল মল মণি, মকৰ কুণ্ডল,
শোহে তনুঘন কালা॥
(বৰগীত)
(ইয়াত চিকুৰ অৰ্থ কেশ বা চুলি)

চিং—জ্ঞান, knowledge.

চিত্ত—অন্তঃকৰণৰ অনুসন্ধানকাৰী বৃত্তিসমূহ।

চিত্ত প্ৰসন্নতা—হৰ্ষ, আনন্দ।

চিত্তলাই—চিত্তদি, মনদি,
কৰম গৰব সব দূৰ কৰি হৰি
চৰণ চিন্তি চিত্ত লাই॥

চিত্য—অগ্নি, fire.

চিত্ৰ-ভানু—অগ্নি, সূৰ্য্য, the fire, the sun.

চিত্ৰৰথ—গন্ধৰ্ব্বৰাজ, সূৰ্য্য

চিত্ৰলেখা—১। বাণৰ মন্ত্ৰী কুভাণ্ডকৰ কন্যা, উষাৰ সখী, এওঁ শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক দ্বাৰকাৰ পৰা হৰণ কৰি আনি বাণৰ কন্যা উষাৰ লগত বিবাহ কৰাইছিল। বাণৰ সুমন্ত্ৰী কুভাণ্ডক নাম যায়। চিত্ৰলেখা নামে আছে

কন্যা একতাৰ ॥

২) কাব্যৰ এক ছন্দ বিশেষ।

চিত্ৰ শিখণ্ডিজ—বৃহস্পতি।

চিত্ৰ শিখণ্ডী—সপ্তৰ্ষি, যেনে মৰীচি, অঙ্গিৰা, অত্ৰি, পুলস্ত্য, পুলহ, ক্ৰতু আৰু বশিষ্ঠি।

চিত্ৰাঙ্গদ—এজন গন্ধৰ্ব্ব। শান্তনুৰ পুত্ৰ বিচিত্ৰবীৰ্য্যৰ ভাতৃ।

চিদ্‌বিলাস—সাত বৈকুণ্ঠৰ এখন, চিত্ৰ বা চিদ বিলাস
(সপ্তবৈকুণ্ঠ চাওক)
তেজিয়া বৈকুণ্ঠপুৰি এচিদ্ বিলাস।
কি লাগি কমলাপতি ব্ৰজে লৈলা বাস ॥ (বৰগীত)

চিনান—স্নান কৰা, গাধোৱা
যশোৱাকু আগু বোলত হৰি ভাৱ।
আজু চিনান কৰবো নাহি মাৱ ॥ (বৰগীত)

চিন্তামণি—ব্ৰহ্মা, এটা কাল্পনিক বহু মূল্যবান ঐশ্বৰ্য্য, ক্ষমতা আদি সকলো দিব পৰা এটা মণি। স্পৰ্শ মণি।

চিন্তনা চিন্ত কৈছে—হৃদয়ত চিন্তা নকৰা কিয় ?

চিবুক—থুতৰি, মুখৰ তল ভাগ, the chin.

চিৰ—স্থায়ী, দীৰ্ঘদিন, সৰ্ব্বতো-কাল যেনে-চিৰকুমাৰ

চীৰ—বস্ত্ৰ, সুৰঙ্গ দেবাঙ্গ চীৰ।
মলয়া আঙুৰীৰ ॥
(গীতা ৰামানন্দ)

চুচুক—স্তনৰ আগভাগ।

চূড়ামণি—শিৰ ৰত্ন, শ্ৰেষ্ঠলোক, যোগবিশেষ
হা হৰি হৰি কি কাম কৰিবো
পুত্ৰ মোৰ চূড়ামণি।
পুত্ৰ যেন মোৰ মহাধনুৰ্ধৰ বীৰ মধ্যে অগ্ৰগণি ॥ (অভিমন্যু বধ নাট-নৰনাৰায়ণ)

চুম্পি—চোপ লৈ থকা।
ভয়ঙ্কৰ বকগোট বজ্ৰৰ সমান ঠোঁট।
চুম্পি বহি আছে সাৱধানে ॥
(বৰগীত)

চুৰা—গুৰ, raw sugar.
(আগৰ ভকতসকলে ব্যৱহাৰ

কৰা শব্দ, বৰ্ত্তমান এই শব্দ প্ৰায় অপ্ৰচলিত হোৱা দেখা গৈছে )

চূড়া—ম'ৰা চৰাইৰ মূৰত থকা শিখা, পাখি, চুলি, টিকনি ।

চেতিয়া—চিত্তদি, মনসুখে পাৰ কৈছে নিন্দ ।

তুমি চেতিয়া চিন্ত গোবিন্দ । (বৰগীত)

চেলি—চেলেং, টঙালি, a cloth girdle.

বাম কাষে শিঙ্গা বেত নেত কক্ষ চেলি ।

বহু ৰসে লাস বেশ কৰিয়া চলে কেলি ॥ (বৰগীত)

চৈধ্য পাৰিষদ—সুনন্দ, কুমুদ, নন্দ, পুষ্পদন্ত, প্ৰবল, জয়, বিজয়, উজ্জ্বল, জয়ন্ত, বিশ্বসেন, কুমুদাক্ষ শ্ৰুতদেৱ,গৰুড় আৰু সাত্যকী ।

চৈধ্য ভুবন—(চতুৰ্দ্দশ ভুবন চাওক)

চৈধ্য শাস্ত্ৰ— শিক্ষা, কল্প, জ্যোতিষ, মীমাংসা, ন্যায়, নীতি, দণ্ড, ব্যাকৰণ, আয়ুৰ্ব্বেদ, স্মৃতি, নিৰুক্ত, গান্ধৰ্ব্ব, ধনুৰ্ব্বেদ আৰু কাব্য ।

চোকামাৰি—চুৰ কৰি ।

চোঙ্কা—চোৰ, ডকাইত, চোচা, চোমৰা ।

হোই অচেতন, থিক কদম্ব-তলে, হামো পায়লো লাগ ।
চোঙ্কা মাৰি, ভুষণ নাহি লেলহ, থিক তোৰা কেৰি ভাগ ॥ (বৰগীত)

চোৰ—চুৰ কৰা মানুহ, a thief.

চৌদিশ—চাৰি দিশ, পূব, পশ্চিম, উত্তৰ, দক্ষিণ এই চাৰি দিশ, the four cardinal points.

চৌৰ্য্য—চুৰ কৰা কাৰ্য্য, theft, the act of stealing.

চ্যুত—পতিত, নষ্ট, দূৰ ।

চ্যুতনকৰু—দূৰ কৰা, নষ্ট কৰা

তাক জানি মই পাপী কৰিলো বৰ আশ ।
চ্যুতন কৰু মোৰে ওহি মোহ পাশ ॥ (বৰগীত)

## ছ

ছটা—দীপ্তি,পোহৰ,প্ৰকাশ, জ্যোতি,

light, lustre.

ছনে-বনে } চনপৰা আৰু বন থকা
চনে-বনে } মাটি, সাকৰা আৰু

অসাকৰা সকলো মাটি।

অৰুণ বৰুণ হৰিৰ চৰণ সদায়

চিন্তি মনে।

যবে নমাৰে বানে নেনে ফলে

ছনে বনে॥ (বৰগীত)

ছয় উৰ্ম্মি—(উৰ্ম্মি—বেজাৰ, দুঃখ, মনোতাপ) ছটা মানসিক দুঃখ-কষ্ট, যেনে-শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা আৰু পিপাসা।

ছয় ভক্ত—ছজন বিষ্ণুৰ প্ৰধান ভক্ত। এই ছজন হ'ল উদ্ধৱ, মৈত্ৰেয়, বিদুৰ, হনুমান, বিভীষণ, আৰু জাম্বৱন্ত।

ছয় ৰিপু—মানুহৰ অন্তৰৰ ছটা অসদ্ প্ৰবৃত্তি, মানৱ চৰিত্ৰ গঠনৰ ছটা শত্ৰু বা অন্তৰায়, যেনে-কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য।

১) কাম—স্ত্ৰী-পুৰুষৰ পৰস্পৰৰ সহবাসৰ ইচ্ছা,

a carnal desire lust.

২) ক্ৰোধ—খং, কোপ,

anger, rage,

৩) লোভ—আকাংক্ষা, হেঁপাহ, কোনো বস্তু পাবৰ কাৰণে হোৱা হেঁপাহ, cupidity, a longing what is pleasant to the senses.

৪) মোহ—ভ্ৰম, স্নেহ, মৰম, মিছাত সঁচা জ্ঞান, মায়াৰ পৰা হোৱা ভ্ৰান্তি, মিছা সংসাৰত সঁচা জ্ঞান, fascination, affection, avarice.

৫) মদ—অহঙ্কাৰ, গৰ্ব্ব, pride.

৬) মাৎসৰ্য্য—হিংসা, খিয়াল, পৰৰ ভাল দেখিব নোৱাৰা, envy, malice.

ছল—কূট যুদ্ধ, স্খলিত, নাহি কিছু ছল।

ভকত বৎসল॥ (গুণমালা)

ছাগৰথ—অগ্নি, জুই the fire.

ছানি—জুৰি পৰা, বিয়পি পৰা,

সকল বিৰিঞ্চা বন ছানি। জয়

জয় ৰাম কৃষ্ণ ধ্বনি ॥ (বৰগীত)

ছান্দনী— গছত উঠিবৰ কাৰণে ভৰিত লগোৱা কনাৰি।

ছান্দি— ঢাকি ধৰা; বেৰি ধৰা, টানকৈ মেৰাই ধৰা

পাপ পুণ্য ভৈল্য এবৰ ডোৰে।
গলাৰ মাজ ছান্দি ৰাখিল
পোৰে॥ ( বৰগীত )

ছান্দ—ৰান্ধ,

গলে গুঞ্জামণি, ভ্ৰুৱেৰ চালনি,
টালনি জুড়াৰ ছান্দে।
ছৰিল গিয়ান, খিয়ানে ৰহিলো;
বাজিয়া কানাইৰ ফান্দে ॥
( বৰগীত )

ছায়া— ১। প্ৰতিবিম্ব, ৰ'দ নপৰা ঠাই, ছাঁ, a shadow, a reflected image.

২। সূৰ্য্য পত্নী সংজ্ঞাৰ লিখিৰী অন্যমতে সংজ্ঞাৰ ভগ্নী। এই ছায়াৰ গৰ্ভত সূৰ্য্যৰ দুজন পুত্ৰ শনি আৰু ৮ম মনু সবৰ্ণ আৰু কন্যা তপতীৰ জন্ম হয়। (যম চাওক)

ছায়াসুত—শনি।

ছাৰ—নেওচা দিয়া, তুচ্ছজ্ঞান কৰা, এৰি দিয়া, disrespect.

ছাৰহু—এৰি দিয়া, ত্যাগ কৰা, to be abandoned.

মাধৱদাস কহয় শুন পামৰ
মন আত্মা।
ৰামক নাম লেহু সদায় ছাৰহু
সব ধান্ধা ॥ (বৰগীত)

ছুটে—(ছুট ছেদন কৰা) ছেদন কৰা, ত্যাগ কৰা ( দেহৰ অৰ্থত )

ভয়ো ভাই সাৱধান যাৱে নাহি
ছুটে প্ৰাণ।
গোবিন্দৰ কৰমান নিকটে
মিলিব জান॥ (বৰগীত)

ছেমণ্ড—পিতৃহীন।

ছোৰা—(ছুট-ছেদন কৰা, পৰিত্যাগ কৰা, এৰি দিয়া।

ছোৰাইতে—এৰিবলৈ, এৰাবলৈ।

তাকৰ ছোৰাইতে সব নাহি
থিক।
গকৰা মনোৰথ বাঢ়লি থিক॥
(বৰগীত)

জগতবন্দন — জগতৰ পূজনীয়, বৰেণ্য, ঈশ্বৰ, God

জগদম্বা—দুৰ্গা ।

জগদীশ—বিষ্ণু, পৰমেশ্বৰ ।

জগদ্ধাত্ৰী—দুৰ্গা ।

জঠৰ—উদৰ, কঠিন ।

জড়-জড়—জৰ্জ্জৰিত, বেদনাৰ দ্বাৰা কাতৰ, pained.

পায়ে পৰি হৰি কৰোহো
কাতৰি প্ৰাণ ৰাখবি মোৰ ।
বিষয় বিষধৰ বিষে জড় জড়
জীৱন নাৰহে মোৰ ॥ (বৰগীত)

জড়িত—কেইবাবিধো একেলগ কৰা, খটোৱা, যুক্ত কৰা ।

মৃগমদমলয়জ, মিলিত বহু
ভাজিত, চন্দন অঙ্গে চৰায় ।
হেম জড়িত বহু ৰতন বিভূষণ
হৰষে চলয় যদুৰায় ॥

জঙ্গম—অস্থাৱৰ, গতি শক্তি বিশিষ্ট, গমন কৰিব পৰা প্ৰাণী ।

মনুষ্য পশু পক্ষী প্ৰভৃতি ।
an animated being,

জনয়—জন্মগ্ৰহণকাৰী লোক.

মাতু পিতু পতনী তনয় জনয়
সব মৰণা ॥

জনশ্ৰুতি—কিম্বদন্তী, লোক প্ৰবাদ, a tradition.

জনাৰ্দ্দন—বিষ্ণু, জননাম অসুৰক অৰ্দ্দিত কৰা অৰ্থাৎ বধকৰা হেতুকে জনাৰ্দ্দন বোলা হয় ; আকৌ ভক্তক মায়া মৰ্দ্দন কৰি জন্মৰহিত কৰি মুক্তি দিয়া কাৰণে জনাৰ্দ্দন বোলা হয় । (জনং জন্ম অৰ্দ্দয়তি হন্তি ভক্তস্য মুক্তি দদ্যাদিতি জনাৰ্দ্দন)

ঘোষাত শ্ৰীমন্ত মাধৱ দেৱে কৈছে—

জনা পদে মায়া, দেৱীক বোলয়
ভক্তৰ মায়া মৰ্দ্দন্ত ।
এহি হেতু তেসে, জনাৰ্দ্দন
নাম, ধৰি আছা ভগৱন্ত ॥ ১৬৪

জন্তু—প্ৰাণী ।

জন্ম—উৎপতি ।

জন্মান্তৰ—পৰলোক, প্ৰেত্য, আন জন্ম ।

জন্মাষ্টমী—শ্ৰীকৃষ্ণৰ জন্মতিথি, ভাদ্ৰ মাহৰ কৃষ্ণাষ্টমী তিথি

জন্মেজয়—অৰ্জ্জুনৰ পুত্ৰ অভিমন্যুৰ ন্যাতি । এই জন্মেজয়ে বেদৰ

পিতৃ পৰীক্ষিতক সৰ্পেদংশন কৰি মৰাৰ কাৰণে সৰ্পকুল ধ্বংস কৰিবৰ কাৰণে সৰ্পযজ্ঞ কৰে। এই যজ্ঞত বহুত প্ৰাণী বধ হোৱাৰ কাৰণে সেই পাপৰপৰা মুক্ত হবৰ অভিপ্ৰায়ে পুনৰ অশ্বমেধ যজ্ঞ কৰিবৰ কাৰণে সিদ্ধান্ত কৰে॥ কিন্তু ইতি-মধ্যে কলিকাল আৰম্ভ হোৱাত কলিকালত যজ্ঞ নিষ্ফল হেতুকে বহুতে যজ্ঞ কৰিবলৈ বাধা কৰা স্বত্বেও জন্মেজয়ে সেই বাধা নামানি অশ্বমেধ যজ্ঞ আৰম্ভ কৰে। আচৰিত কথা যজ্ঞত পূৰ্ণাহুতী দিবৰ সময়ত যেতিয়া অশ্বৰ শিৰ ছেদন কৰা হ'ল, তেতিয়া ঘোঁৰাৰ কটা মূৰে হাঁহিবলৈ ধৰে, ইযাকে দেখি এজন ব্ৰাহ্মণৰ ল'ৰাই হাঁহি দিয়াত ৰজাৰ ভয়ানক খং উঠি হিতাহিত জ্ঞান হেৰুৱাই ব্ৰাহ্মণৰ ল'ৰাৰ শিৰঃচ্ছেদ কৰে। ফলত যজ্ঞস্থলত উপস্থিত থকা সকলো ব্ৰাহ্মণ যজ্ঞস্থলৰ পৰা উঠি গুচি গায় আৰু জন্মেজয়ৰ যজ্ঞটো সমাপন নহলেই বৰং ব্ৰহ্মবধ পাপতহে লিপ্ত হয়। এই পাপৰপৰা মুক্ত হবৰ কাৰণে ব্যাসৰ পৰামৰ্শ-মতে বৈশনপায়নৰ মুখে মহাভাৰত আখ্যান শুনি পাপৰ পৰা মুক্ত হয়।

জপহু — জপ কৰা।

ৰামক বাণী জপহু মন ভাই।
কলিকো কালে আৱৰ গতি নাই॥ (বৰগীত)

জমদগ্নি — পৰশুৰাম পিতা। জমদগ্নিৰ পিতৃ ভৃগু বংশৰ ঋষিকা আৰু মাতৃ কান্যকুব্জৰ ক্ষেত্ৰিয় ৰজা কুশি বংশৰ গাধীৰ কন্যা সত্যৱতী। মুনি ঋষিকাই ক্ষেত্ৰিয় কন্যা বিবাহ কৰাৰ কাৰণে তেওঁৰ পুত্ৰ সৰ্ব্বগুণ-সম্পন্ন ব্ৰাহ্মণ নহব বুলি সন্দেহ কৰি ভাল ব্ৰাহ্মণ সন্তান জন্ম হবৰ কাৰণে কিছু পৰমান্ন খাবলৈ দিয়ে; সত্যৱতীৰ অনুৰোধত ঋষিয়ে সত্যৱতীৰ

মাতৃয়ে এটা ক্ষমতাবন্ত ক্ষেত্রিয় জন্ম দিবৰ কাৰণে এচৰু পৰমান্ন দিয়ে। পিছত কিন্তু পৰমান্ন সলনি হৈ সত্যৱতীয়ে তেওঁৰ মাকলৈ দিয়া পৰমান্ন খায়; ফলত সত্যৱতীৰ পুত্ৰ জমদগ্নি মুক্তাৰু ব্ৰাহ্মণ হৈ জন্ম গ্ৰহণ কৰে অন্যফালে সত্যৱতীৰ মাতৃৰ সন্তান বিশ্বামিত্ৰ ব্ৰাহ্মণ গুণসম্পন্ন হৈ জন্ম গ্ৰহণ কৰে। জমদগ্নিয়ে সূৰ্য্যবংশৰ ৰজা ৰেণু বা প্ৰসেনজিতৰ কন্যা ৰেণুকাক বিবাহ কৰে। জমদগ্নিৰ ৰেণুকাৰ গৰ্ভত কমানৱত, সুসেনা, বসু, বিশ্ববসু আৰু পৰশুৰাম এই পাঁচ পুত্ৰ হয। এদিন জমদগ্নিৰ আশ্ৰমত কোনো নথকা অৱস্থাত হৈহৈ বংশৰ ৰজা কাৰ্ত্তবীৰ্য্যাই পৈ জমদগ্নিয় তপস্যাৰ প্ৰভাৱত পোৱা সুৰভী গাইক লৈ আহে। পৰশুৰাম আশ্ৰমলৈ আহি এই কথা জানি কাৰ্ত্তবীৰ্য্যক বধ কৰি গাইজনী উদ্ধাৰ কৰি আনে। পিছত কাৰ্ত্তবীৰ্য্যৰ পুত্ৰসকল আশ্ৰমলৈ গৈ পৰশুৰাম নথকা অৱস্থাত জমদগ্নিক পাই তেওঁক নিধন কৰে।

জমীৰ – জীৰ্ণ, ক্ষীণ।

জম্বুকী—জম্বুক, শিয়াল, a jackal

জয়ন্ত — ১) পিনাক, অজগৱ, হৰৰধনু।

সপ্ত পৰ্ব্ব জয়ন্ত ধনুক নিৰ্ম্মাণ॥
বহুকাল বধি ধনু থাকে শিৰস্থানে।
জয়ন্ত ধনুক দিলা ৰেণুকা নন্দনে॥
ভৃগু ৰাখিলেক পুষ্প: জনক ভৱনে। (মুকলীধৰ চাওক)

২) ইন্দ্ৰৰ পুত্ৰ।

জলদ — মেঘ, the cloud

জলধৰ — মেঘ সমুদ্ৰ, a cloud, an ocean.

জলধি — সমুদ্ৰ, সাগৰ, an ocean.

জলনিধি — সমুদ্ৰ, সাগৰ, an ocean

জলধিজা — জলধিৰ পুত্ৰী, লক্ষ্মী।

জলনিধিজা— জলনিধিৰ কন্যা, লক্ষ্মী।

জলনিধিজা ধাৱ—লক্ষ্মীৰ পতি,বিষ্ণু।

জলপতি—বৰুণ।

জলমসি—মেঘ, the cloud.

জলমূৰ্ত্তি—শিৱ।

জল-মলীয়া— জকমকীয়া, চিকমিকিয়া, glittering, sparkling

কুন্তল কুটিল অলক জলমলীয়া
সুন্দৰ কাপোল তিলক ভালি
বুলিয়া ॥ (বৰগীত)

জলেশ্বৰ—বৰুণ।

জল্পতু—জপ কৰা।

জাগু—সাৰপোৱা, উঠা। হামাক ৰাম চৰণে মন লাগু।

মায়াময় সয়ল ছুনিয়াই জানি
ভৰম তেজি লাগু ॥

জাণ্টে—যত্ন কৰি, জানি।

জাতিস্মৰ—পূৰ্ব্ব জন্মৰ কথা মনত ৰখা।

জানকী—সীতা।

জানু—আঠু।

জামদগ্ন্য—জামদগ্নিৰ পুত্ৰ। পৰশুৰাম।

জামাতা—জোঁৱাই, the son-in law.

জাম্বৱতী—জাম্ববানৰ কন্যা, শ্ৰীকৃষ্ণৰ পত্নী।

জাম্ববান—ঋক্ষৰাজ, ৰামচন্দ্ৰৰ পৰম ভক্ত। এওঁ সিংহক মাৰি স্যমন্তক মণি নিয়াত শ্ৰীকৃষ্ণৰ লগত যুদ্ধ লাগে। শেষত শ্ৰীকৃষ্ণক শ্ৰীৰাম চন্দ্ৰৰেই অৱতাৰ পুৰুষ বিষ্ণু বুলি চিনি পাই যুদ্ধ ত্যাগ কৰি মণি ঘূৰাই দিয়ে আৰু নিজ কন্যা জাম্বৱতীক শ্ৰীকৃষ্ণলৈ বিবাহ দিয়ে।

জায়া—ভাৰ্য্যা, স্ত্ৰী, তিৰোতা, the wife.

জালীয়া—জালী, কুমলীয়া, নতুন।

জাহ্নবী—গঙ্গা। ভগীৰথে গঙ্গাক স্বৰ্গৰপৰা নমাই আনোতে গঙ্গাৰ সোঁতৰ প্ৰকোপত জহ্নু মুনিৰ তপস্যা ভঙ্গ হোৱাত মুনিয়ে গঙ্গাক বন্ধ কৰি ৰাখে। পিছত ভগীৰথৰ স্তুতিত সন্তুষ্ট

হৈ পুনৰ বাহিৰ কৰি দিয়ে। এতেকে জহ্নুৰ কন্যাতুল্য হোৱাত এই নাম হয়।

জিঘাংসু—শত্রু, an enemy.

জিজ্ঞাসু—জানিবলৈ ইচ্ছা কৰা লোক।

জিতেন্দ্রিয়—ইন্দ্রিয়সমূহ বশ কৰোঁতা। ইন্দ্রিয় জয়ী। শান্ত শ্রান্ত।

জিষ্ণু—বিষ্ণু, ইন্দ্র, অৰ্জ্জুন।

জীমূত—পৰ্ব্বত, মেঘ, ইন্দ্র।

জীমূত বাহন—ইন্দ্র।

জীৱ—প্ৰাণী।

জীৱন্মুক্ত—অতিশয় পুৰ্ণ্যৱন্ত, জীৱন্ত কালতে মায়া বন্ধ ৰহিত; exonerated while living for future life.

জীৱন্মৃত—জীয়াই থাকোতেই মৰাৰ তুল্য; living dead.

জীৱাত্মা—যি শক্তিৰ দ্বাৰা প্ৰাণী জীয়াই থাকে। চেতন শক্তি। the soul, the vital principle in the body.

জীৱিত—জীৱন, the life

জুগুপ্সা কুৎসা, নিন্দা, ৯টা স্থায়ী ভাৱৰ এটা (স্থায়ী ভাব চাওক)

জুড়া—(জুৰ-বন্ধা) খোপা, a knot of hair tied on the top of.

জুমুৰিকা—মুড়ি।

জুকলা—দুৰ্ব্বল,দুখীয়া,শক্তি সামৰ্থ্য-হীন, a poor, enfeebled.

জুহুবান—কঠিন হৃদয়, অগ্নি। hard hearted, the fire.

জোনো—কি জানি,জানোচা,যেন।

জ্ঞান—বিদ্যা, বোধ, জনাগুণ, knowledge, wisdom

জ্ঞানী—জ্ঞান থকা লোক,বিজ্ঞলোক, a wiseman.

জ্ঞানেন্দ্রিয়—যিবিলাক ইন্দ্রিয়ৰ দ্বাৰা মানুহৰ জ্ঞান জন্মে। জ্ঞানেন্দ্রিয় ৫ টা যেনে - চকু, কাণ, নাক, জিহ্বা আৰু চৰ্ম্ম।

জ্যেষ্ঠ—বয়সে ডাঙৰ,elder born.

জ্যোতি—নক্ষত্ৰ, সূৰ্য্য,অগ্নি, দীপ্তি, প্ৰকাশ।

জ্যোতিষ—নক্ষত্ৰ গ্ৰহ আদি গণনা কৰা শাস্ত্ৰ।

## ঝ

ঝনকে—ৰুণ-জুন শব্দ কৰি বজা

অৰুণ-চৰণ মাজে, মঞ্জীৰ ঝনকে বাজে
সাজে কোটি মনমথ জিনি ।
যমুনা পুলিন বনে, ধায়া ধায়া ৰঙ্গ মনে
গেণ্ডুৱা খেলায় যদুমণি ॥
(বৰগীত)

ঝনকিত—ঝন ঝন বা ৰুণ জুন শব্দ কৰা ।

১) নিন্দি ইন্দু কোটি হৰি সাজে ।
ঝনকিত কিঙ্কিনী মঞ্জীৰ বাজে ॥
(বৰগীত)

২) ঘাগৰ ঘুগুৰ ঘুৰ কঙ্কণ ঝনকিত
চমকিত পঞ্চ বাণ ॥
(গীত-ৰামানন্দ)

ঝমকে—চিকমিককৈ জিলিকি থকা

ঝাণ্টে—বেগতে, সোনকালে ।

সংসাৰ তৰিতে লাগে নায় পচে ঝাণ্টে
চলিতে নিকট ভৈলা ভয়া দিও ঝাণ্টে ॥ (বৰগীত)

ঝামৰ—জামৰি যোৱা, শুকাই সৰু হোৱা ।

১) এ উদ্ধৱ শুন গোপিনীক দুখ ।
তনুমন ঝামৰ মলিন ভৈল মুখ ॥
(বৰগীত)

২) তনুমন ঝামাৰি নয়নে ঝুৰ বাৰি ।
পদনখ খিতি লেখুদেখু অঙ্কি-য়াৰি ॥ (কেলি গোপাল)

ঝামৰ-ঝুমুৰ— জুনুক জুনুক শব্দ কৰা ।

ৰতুৰ নুপুৰ ঝামৰ ঝুমুৰ কুঞ্জৰ গতি গমনা ।
কংস বংশ নাশৰ কাৰণ বেকত নন্দ লালনা ॥ (গীত-ৰামানন্দ)

ঝিকি—চিক মিকিয়া ।

ঝুণ্টাবাত (হি-জুঠা=মিছা, অসত্য, বাত=কথা) এতেকে মিছা কথা

ঝুৰয়—জুনুক জুনুক শব্দ কৰা

ৰতন মঞ্জীৰ ঝুৰয় দোহো পায়ে ।

নন্দ নন্দন প্ৰতি মাধৱে গাৱে ॥
(বৰগীত)

ঝুৰাই—চকুৰ পানী ওলোৱা, চকুৰ পানীটোকা।
হৰিক বয়ন হেৰি মাই।
ফোকাৰে নিশ্বাশ নীৰ নয়ন ঝুৰাই। (জনম যাত্ৰা)

ঝুৰে নিগৰে, নিজৰে,
বিৰহে আকুল গোপী হামাকু নিমিত্ত।
ঝুৰে নয়নৰ নীৰ স্থিৰ নোহে চিত্ত ॥ (বৰগীত)

ট

টঙ্ক—ক্ৰোধ, খং, তৰোৱাল।

টঙ্কাৰ—বিস্ময়, প্ৰসিদ্ধ, ধনুৰ জোৰৰ শব্দ, গৰ্ব্ব, অহঙ্কাৰ।
১) বাহু দৰ্পিয়ে কৰয় টঙ্কাৰ বোলয় ডাকি ডাকি অহঙ্কাৰ
(টঙ্কাৰ—অহঙ্কাৰ)
২) বাক্সাসবক আটোপ টঙ্কাৰ দেখিয়ে শুনিয়ে মহাভয়ে কম্পি-পাক হৃদয় কম্প মিলল।
(টঙ্ক-গৰ্ব্ব, ডাকোপ)
৩) শাৰঙ্গ ধনুক টঙ্কাৰ শুনিয়ে বাক্সাসবক হৃদয় কম্পল ॥
(টঙ্ক—ধনুৰ জোৰৰ শব্দ)

টঙ্ক ভাৱে—খং ভাৱে, ক্ৰোধ ভাৱে।
টঙ্ক ভাৱে মাৰিলে মুষল লৈয়া ধাই।

টঙ্কালি—কঁকালত বন্ধা এবিধ দীঘল ঠেংৰ পুতলৰ কাপোৰ বিশেষ।

টলকতে—অতি অলপ সময়তে, বেগতে, ক্ষন্তেকতে, in a moment.

টলবলনি—অস্থিৰতা; লৰচৰ হোৱা কাৰ্য্য, unsteadiness.

টাংটাঙ্গী—প্ৰতিজ্ঞা নৰখা, মিছলীয়া; pro crastinating.

টাটকীয়া—টুটকীয়া, প্ৰতাৰণা কৰা, ভেলকী বিদ্যাজন মানুহ।
a decietful, a juggler.

টালনি—জোকাৰণি
এখন সুচান্দ জুড়াৰ টালনি দেখি নাহি কোনো কালে
বঙ্কিম ললিত ভ্ৰুৱ সুললিত দেখিয়া পৰাণ হালে। (বৰগীত)

টিপ্পনী—টিকা, কোনো পুথিৰ অৰ্থ বুজোৱা পুথি, a commen-

tary.

টীকা—বিবৰণ গ্ৰন্থ, অৰ্থভঙ্গা পুথি, a commentary

টেটন } প্ৰবঞ্চক, প্ৰতাৰক,ধূৰ্ত্ত,
টেটোন } a knave, a villain

টেকৰা—(সং টৈৰক-বক্ৰচকু) কেৰা চকু, a squint eyed

টোকা—কোনো কথাৰ সংক্ষেপ বিবৰণ, a note

টোকাৰী— এবিধ গুণালগোৱা আঙ্গুলিৰে বজোৱা বাদ্য যন্ত্ৰ,

টোল—ঘৰ বাৰী, ঘৰৰ চাৰিওফালে থকা বাৰী মাটি আৰু ঘৰ।

ঠ

ঠগা—পুথি থোৱা কাঠৰ আধাৰ;

ঠগি—ঠগা।

ঠাকুৰ—(সং ঠক্কুৰ-দেৱতা) দেৱতা, প্ৰভু,

দয়াৰ ঠাকুৰ হৰি যদুমণি শ্ৰীৰাম,
অধমে তোমাৰ নাম ডাকে।
(বৰগীত)

ঠাকুৰাল—মহিমা, divine power

হৰি মোৰ হৰি মোৰ এ দীন দয়াল
কে জানিতে পাৰয় তোমাৰ ঠাকুৰাল। (বৰগীত)

ঠাত—সৈন্য, একেঠাইতে গোট খোৱা অনেক মানুহ, দল

১) ঠাত প্ৰকট পটু কোটি কোটি কপি
গিৰি গড় গড় পদ ঘাৱে।
(বৰগীত)

২) ঠায়ত বেঢ়ল চৌদিক লঙ্কা।
ৰাকস লোক মিলায় শঙ্কা॥
(ৰামবিজয়)

ঠান—প্ৰকাৰ, দৰে।

শ্যাম মনোহৰ হৰয়ে নগৰ জনে।
হামাৰি জীৱন কানু হৰলৰে,
কালা অঙ্গৰ তিনি ঠানে।
(বৰগীত)

ঠাম—ঠাই, স্থল, a place

নাভি কণ্ঠ বক্ষ অনুপাম।
বিহিক জনম ভেলি মোহি ঠাম। (পাৰিজাত হৰণ)

ঠামহি—ঠাইতে, at that place

নাম সুমৰিতে ছুটে অন্তকেৰি দায়।

উত্তৰ অমৰ পদ ঠামহি মিলাই ॥
(বৰগীত)

ঠামুৱা—ঠাম, ঠাই, a place
বিধিয়ে নিৰমিল, যতনা ৰূপগুণ,
সবহু সব একু ঠামুৱা
সুন্দৰ কানুক, ৰূপ একুতল,
তবহু কৈছে উপমুৱা। (বৰগীত)

ঠাৱ—ঠাই, ব্ৰহ্মা হৰে আৰাধে
যাহাৰ তুপাৱ।
সে তুমি লৱনু মালা। গোৱাৰীক
ঠাৱ ॥ (বৰগীত)

ঠোকাৰ—ঢকামৰা, চপৰিৱা।
হা কৃষ্ণ বুলি ঠোকাৰে বুক।
মাৰে অঘবক বৎস ধেনুক ॥

ড

ডগমগি—জকমকাই থকা, শোভা-
কৰা, to glitter,to sparkle
কুণ্ডল ডগমগি লম্বিত অংশা।
মানস চাৰু সৰোবৰ হংসা ॥
(বৰগীত)

ডম্বৰুধৰ—শিৱ।

ডৰুৱা—ভয় দেখুৱা ; to put in
fear

ডৰে—ভয়ত, ত্ৰাসত ; in fear
গোপাল পলায়া আছা,
মায়ে মাৰি বাৰ ডৰে।
ভূষণ হৰায় হৰি ভয়ে নাইলা
ঘৰে ॥ (বৰগীত)

ডাকিয়া—মতা, উচ্চ শব্দ কৰি মতা;
কেহো নাচে, কেহো হাসে,
কেহো বায়ে বেণু।
বাঁশীৰ স্বৰে, নাম ধৰি ডাকিয়া
আনে ধেনু— (বৰগীত)

ডাকু—ডকাইত।

ডাড়িম্ব—দালিম, হিন্দি, অনাৰ
মহাৰাষ্ট্ৰ দাড়িম।
english promegratrate.

ডেৰা—সৰু ঘৰ, বহা, পঁজা, a
hut, a cottage.
জননীক ভয়ে লুকি দিয়া ফিৰত,
গোৱাৰীক ডেৰা সোমাই।
হামাকু আগু, খেলায়ত ঐচন,
চাতুৰী ভূষণ পাই। (বৰগীত)

ডোৰ—ডোল, জৰী,
ৰূপ-ৰস আদি এ পঞ্চবাণে।
হৃদয় মাজে হামু ফুটলো টানে ॥
পাপ পুণ্য ভৈল এবৰ ডোৰে।
গলাৰ মাজে ছান্দি বান্ধিল

মোৰে। (বৰগীত)

ভোলাৰে—ইফালে সিফালে লৰচৰ কৰি থকা, ঘূৰাই-পকাই চাই ফুৰা,

গোধুৰি ধুসৰ তনু, শ্যাম সুন্দৰ বৰ, চঞ্চল নয়ন ভোলাৰে। শাৰদ চান্দ কোটি, বয়ন বিৰাজিত, সুমধুৰ মুৰুৰী বোলাৰে॥ (বৰগীত)

ঢ

ঢাণ্ডী—খকুৱা স্ত্ৰী।

ঢাল—বৰুৱাই গা ঢকা সজন, ফাৰ, a shield.

ঢোলে—দোলে,

শিৰ শশীমণ্ডল, ছত্ৰসুনিৰ্মল, শ্বেত চামৰ দোহে ঢোলে। মিলল মাহোৎসৱ, পৰম কোলাহল, সৱলুই মঙ্গল বোলে। (বৰগীত)

ত

তচু—তেওঁৰ, তাৰ,

জয় গোপাল, বৰ্জক বিলাস, তচু ককুকাল।

অজ্ঞ কুবুদ্ধী যোকৰতু গোপাল। (শক্তী প্ৰসাদ)

তচ্ছ—তুচ্ছ, অধম, নীচ, সামান্য, low, of no value.

তত্ত্বজ্ঞান—সত্যজ্ঞান, পৰমেশ্বৰৰ বিষয়ৰ জ্ঞান, ব্ৰহ্মজ্ঞান।

তত্ত্ব—স্বৰূপ, পৰমাত্মা.

১। তত্ত্ব (২৪) চতুৰ্বিংশতি বিধ যেনে ১। ক্ষিতি ২। অপ ৩। তেজ ৪। মৰুৎ ৫। ব্যোম ৬। গন্ধ ৭। ৰূপ ৮। ৰস ৯। স্পৰ্শ ১০। শব্দ ১১। চক্ষু। ১২। নাসিকা ১৩। জিহ্বা ১৪। কৰ্ণ ১৫। ত্বক ১৬। হস্ত ১৭। পাদ ১৮। মুখ ১৯। পায়ু ২০। লিঙ্গ ২১। প্ৰকৃতি ২২। মন ২৩। বুদ্ধি আৰু ২৪। অহঙ্কাৰ।

২। আকৌ তিনি তত্ত্ব হ'ল সত্ত্ব, ৰজ আৰু তম।

৩। পঞ্চ তত্ত্ব-শব্দ, স্পৰ্শ, গন্ধ, ৰস আৰু ৰূপ।

৪। ষড় বিধ তত্ত্ব-ক্ষিতি, অপ, তেজ, বায়ু, আকাশ, আৰু পৰমাত্মা।

৫। সপ্তবিধ তত্ত্ব- ক্ষিতি, অপ,

তেজ, বায়ু, আকাশ, জীৱ আৰু আত্মা

৬। একাদশতত্ত্ব — শ্ৰোতম্, ত্বক, চক্ষু, ঘ্ৰাণ, জিহ্বা বাক্ পাণি, উপস্থ, পায়ু পাদ আৰু মন

৭। নববিধতত্ত্ব —পুৰুষ, প্ৰকৃতি, মহতত্ত্ব, অহঙ্কাৰ, নভ্ বায়ু, জ্যোতি, অপ, আৰু ক্ষিতি

৮। পঞ্চবিংশতিতত্ত্ব — নভ্, বায়ু, জ্যোতি, অপ, পৃথ্বী, শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ, শ্ৰোত্ৰ, ত্বক, চক্ষু, জিহ্বা, বাক, ঘ্ৰাণম্, মন, আত্মা, পুৰুষ, প্ৰকৃতি পাণি উপস্থ,পায়ু , জিহ্বা আৰু পৰমাত্মা (ঈশ্বৰ)

তৎকালে— তেতিয়াই, ততালিকে

তয়ু—তোমাৰ, আপোনাৰ thine, yours

তয়ুনাভি কমলত ব্ৰহ্মা ভৈলা জাত ।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥ (কীৰ্ত্তন)

তথি—তাত, তাৰ ।

১। শ্যাম শৰীৰ জলদ ৰুচিৰ ভাসে ।
তথিপীত পিচোৰি তৰিত পৰকাশে ॥ (গীত- শ্ৰীৰাম আতা)

২। দুখ ইন্ধন বিষয় আমিষ ৰস ওহি ভৱ গহণ অনলা ।
তেজু তথিয়ে আশ কৈচন লালস, মানস মুগুধ বিড়ালা ॥ (বৰগীত)

তদন্তৰে—তাৰ পাছত ।

তদগত মনে— একাত্মমনে, একাগ্ৰ মনে, attentively.

তনয়—পুত্ৰ, ল'ৰা, a son.

তনিকৰ—তেওঁৰ,his.

জয় শ্ৰীৰাম, ভকত সুদাস, তনিকৰ ঠাম ।
গহনৰ দানে পূৰল কাম । (পত্নী প্ৰসাদ )

তনিকা— দৰিকণা, মোৱা আদি সৰু মাছ ।

তনু—শৰীৰ, দেহা, the body.

তপসাই—তপস্যা কৰি ।

তবহু—তেতিয়াও, even then.

লৱণুৰ সীমা নাহি মাথি মাথি।
ঘি।
তৰন্থ খাইবাৰ নেদ কাঙ্গালৰ
জী ॥ (গীত-শ্ৰীৰাম)

তৰঙ্গ – ঢৌ, ঊৰ্ম্মি, a wave.
ওহি আশা নদী ঘোৰ ঘন জলে
ভয়ো তৃষ্ণা
তৰঙ্গে আতুৰ মতি মেৰি।
কাম ক্ৰোধ ঘোৰ, কুম্ভীৰ মগৰ
মোৰ
হামো তথি গিলে বেৰি বেৰি ॥

তৰতৰ—থৰথৰিমান,ভয়ত কম্পমান, trembling with fear.
ধীৰ বীৰ শূৰ শেখৰ ৰাঘৱ
ৰাৱণ তুয়া পৰি ঝাম্পে।
সুৰ নৰ কিন্নৰ ফণধৰ তৰতৰ
মহীধৰ তৰসি প্ৰকাম্পে ॥
(বৰগীত)

তৰণা – তাৰণকৰ্ত্তা, ত্ৰাণকৰ্ত্তা, a saviour, a deliverer.
ৰে মন ৰাম চৰণ ধন সেৱনা।
বেদ বচন শুনি, ৰাম নাম বিনি,
নাহি নাহি ভৱকো তৰণা ॥
(বৰগীত)

তৰণী—নাও, নৌকা, যাৰদ্বাৰা নৈ পাৰ হ'ব পাৰি, a boat.
কৃষ্ণৰ কিঙ্কৰ ওহি শঙ্কৰ ভাণা।
বিনে হৰি ভকতি তৰণী নাহি
আনা ॥ (বৰগীত)

তৰঙ্গিনী— নদী, নৈ।
শুনিয়া মোহন ধ্বনি তম্ভিত
তৰঙ্গিনী ;
পুলক কমল কোল দোলে।
হৰিণী হৰায়ত চেতন এতন্থু,
বিছুৰি ৰহত ৰস ভোলে ॥
(কেলি গোপাল)

তৰল—তৰা, পাৰপোৱা, চঞ্চল।

তৰল লোচন—চঞ্চলনয়না নাৰী।

তৰবাৰি—খড়্গ, তৰোৱাল, a sword

তৰসি— ভয়ত,
সুৰ নৰ কিন্নৰ, ফণধৰ তৰতৰ,
মহীধৰ তৰসি প্ৰকাম্পে

তৰাস—ভয়, fear

তৰিত—(তড়িৎ) বিজুলী, বিদ্যুলী, a lightning.
কালা অঙ্গনীত পিচোৰি পৰিত
তৰিত জৰিত মেহু।

বয়ন উৱৰে নয়ন যেহেন কমল
খঞ্জন বহু ॥ (গীত-শ্ৰীৰাম)

তৰিতাম্বৰ—বিজুলীৰ নিচিনা চিক-মিকাই থকা কাপোৰ।
মকৰ কুণ্ডল মণ্ডিত গণ্ড গলে
গজমতি লুলে ।
তৰিতাম্বৰ শ্যাম সুন্দৰ শিৰে
শিখণ্ডিত ডুলে ॥ (বৰগীত)

তৰিণী—নাও,নৌকা, a boat

তৰী—নাও, গদা, দশা, a boat, an iron mace, luck.

তৰুণ—ডেকা, যুৱা, নতুন (ইতি ধৰণী) a young man

তৰুণী—যুৱতী, গাভৰু, a grown up girl.
তুহুঁ নব তৰুণী প্ৰধান ।
সোহৰি নবীন যুবান ॥
(ৰুক্মিণী হৰণ)

তৰু মৃগ—বান্দৰ, a monkey.

তৰ্ক—কথাৰ বাদ বিবাদৰ দ্বাৰা বিচাৰ মীমাংসা কৰা।

তৰ্ক-শাস্ত্ৰ—ন্যায় শাস্ত্ৰ, তৰ্ক বিদ্যা শিকোৱা শাস্ত্ৰ, the book which teaches the science of logic.

তৰ্জন—গৰ্জন, ডাবি দিয়া কাৰ্য্য, the act of threatning.

তৰ্পণ—তৃপ্তি; পিতৃ, ঋষি, আৰু দেৱতাসকলৰ তৃপ্তিৰ অৰ্থে দিয়া জলাঞ্জলি। (দেবৰ্ষি পিতৃ মনুষ্যাণাং জলাঞ্জলি দানেন তৃপ্তি (সম্পাদনম্)

তল ওল—তল ওপৰ কৰা
শকট শৰুত, দধি দুগ্ধ ঘট, তল
ওল কিয়ে তোই বহুগুণ গণ,
শুনিছো শ্ৰবন, তহিতে কানুক
মোই ॥ (শ্ৰীৰাম)

তলপ } (সং তল্প) শয্যা, a bed
তল্প } গোবিন্দ চিন্তহু বাল
গোপাল, ৰতন তলপ মহশয়নে
বহুতু হৰি পঙ্কজ নয়ন বিশালং॥
(বৰগীত)

তক্ষক—সৰ্পবিশেষ, কাশ্যপৰ ঔৰসত কদ্ৰুৰ গৰ্ভজাত সৰ্প। ইন্দ্ৰৰ সখা। এই তক্ষকে পৰীক্ষিতক দংশন কৰে। এই দংশনৰ ফলতে যদিও

পৰীক্ষিতৰ মৃত্যু হৈছিল তথাপি পৰীক্ষিতে এই দংশনক আশীর্ব্বাদ স্বৰূপে গ্রহণ কৰি কৈছিল ঃ গৃহ অন্ধ কুপত পৰিলো মহা পাপ ।
কৃষ্ণৰেসে প্রসাদত পাইলো ঋষি শাপ ॥
জানন্ত বিফলে মৰে ভৃত্যৰ সন্ততি ।
শাপ দিয়া উপজাইলা মোৰ বিৰকতি । (৩৭৪ ভাগৱত)
ইয়াৰ ফলস্বৰূপে ভাগৱত শাস্ত্র জগতত প্রচাৰ হয় ।

তাকৰ } তেওঁৰ, তেওঁক ।
তাকেৰি } ৰামচৰণে যোহি কৰত উপাসা ।
তাকেৰি হু হামো দাসকু দাসা ॥ (বৰগীত)

তাৰণা—শাসন কৰা, কোবোৱা ।
কৰি আছো অপৰাধ, কৰহু নাহিকে বাধ
তাৰণা এৰান নযাই ॥
(অর্জ্জুন ভঞ্জন)

তাণ্ডব—নৃত্য (ইতি অমৰ) উদ্ধত নৃত্য-(ইতি ভৰত)

তান্ত—তেওঁ, তেওঁত ।

তাপতিনি — তিনিপ্রকাৰ সন্তাপ, দুখ কষ্ট ।
আধ্যাত্মিক, আধিদৈবিক, আৰু আধি ভৌতিক ।
আধ্যাত্মিক দুই প্রকাৰ- শাৰীৰিক আৰু মানসিক ।
১। আধ্যাত্মিক (১) শাৰীৰিক বেমাৰ আদিৰ পৰা পোৱা
(২) মানসিক-প্রিয়জনৰ বিয়োগ বা অন্যান্য কষ্টৰ বাবে পোৱা মানসিক দুখ কষ্ট ।
২। আধিদৈবিক-জাৰ, গৰম, ব্রজ্রপাত আদিৰ পৰা পোৱা দুখ কষ্ট।
২। আধি ভৌতিক-পার্থিব প্রাণীৰ পৰা যেনে—সাপে খোৱা, বাঘে কামোৰা আদি ।

তামস-প্রকৃতিৰ এটা গুণ বিশেষ ।
প্রকৃতিৰ গুণ তিনিবিধ যেনে- সাত্বিক, ৰাজসিক আৰু তামসিক । "যজন্তে সাত্বিকা দেবান্ যক্ষৰক্ষাংসি ৰাজসা ।

প্ৰেতান ভূতগণাং শ্চাম্ভে যজন্তে
তামসা জনাঃ।

তামসী—দুৰ্গা, অন্ধকাৰ নিশা।
the goddess Durga, the dark night

তাৰ—(১) অতি উচ্চ ধ্বনি, মুক্তা; মুক্তাৰ উজ্জ্বলতা; Pearl, loud voice.

হাতে তাৰখাৰু মাথাত মুকুট
গলাই পিন্ধাইবো হাৰ।
ৰত্নৰ নুপুৰ পাৱত চৰাইবো ৰুণ
ঝুন জাতিস্কাৰ (শ্ৰীৰাম)

২) তাৰকা; তৰা; the stars.

নিৰ্ম্মল গগনে যেন জ্যোতি
কৰে তাৰ। (বৰগীত)

তাৰক—১। ত্ৰাণকৰ্ত্তা, মুক্তি দিওঁতা; Savior, deliverer.

ৰামক নাম ভাবহু মনমোৰা।
বিনা ৰাম নাম তাৰক নাহি
তোৰা॥ (বৰগীত)

২। তৰা, the stars.

সতড়িত নীল নবীন মেঘ জিনিয়ে
তনুশোভিত পীত বাসে॥
নিৰমল গগনে তাৰক ঝিকি
জিনিয়ে
ৰতনভূষণ পৰকালে॥
(বৰগীত)

তাৰতৰে—তাৰ কাৰণে.সেইকাৰণে, for that, that is why.

এ যশোৱা মাই, আৰৰ কৰহু
মই, নাথাকো তোমাৰ ঘৰে।
কড়া দুই ধনৰ,হাণ্ডিক ভাঙিলোঁ।
গালি পাৰা তাৰ তৰে।
(গীত-শ্ৰীৰাম)

তাৰহি—ত্ৰাণ কৰাহি, উদ্ধাৰ কৰাহি।

জগতপতি, গতি তুয়া পদ বিনে
নাই।
আশাঘোৰ নদী মহ, মজিয়ে
ৰহলো হামো।
তুমহি তাৰহি যতুৰাই॥
(গীত-শ্ৰীৰাম)

তাৰু—ত্ৰাণ কৰা, উদ্ধাৰ কৰা,

মোকে তাৰু তাৰু ৰাম জগন্নাথ, অনাথ পৰিয়া ৰৈলো।
কাল মায়া ভয়, যাতনা শুনিয়া,
হৃদয় চিন্তিয়া ৰৈলো।
(গীত-ৰামানন্দ)

তাৰেক—ত্ৰাণকৰ্ত্তা,তাৰণ কৰেঁাতা, deliverer.

গোবিন্দ পদ, পঙ্কজ বিনো

তাৰেক নাহি আনা ॥ (বৰগীত)

তাৰয়—তাপ দিয়া, পোৰণি, a burning sensation.

তাৱে—পোৰণি উঠা,তেই পুৰিষোৱা ভাব,

ঐচন মোহন, মধুৰ মুৰুতি,

নাহেৰিতে তনু তাৱে ।

নিৰেখি বহয়, চেতন হৰয় ।

গোপী শ্ৰীৰামে গাৱে ॥

(গীত-শ্ৰীৰাম)

তাসু— তাতে

নিৰমিল বিৰ কিখ, কামিনী

লোহ।

তাসু পৰলমেৰি এমন মোহ ॥

(বৰগীত)

তাহে—তাতে, সেই কাৰণে

আপুন কৰমে জনম যাহা

হোই ।

তাহে তুৱা চৰণে চাকৰ বহু

মোই ॥ (বৰগীত)

তাহেৰ—তেওঁৰ,

যিটো জগতৰ অন্তৰ্য্যামী সৰ্ব্ব

সাক্ষী ।

তাহেৰ ভূষণ গুঞ্জা গেক মৈৰা

পাখি ॥ (বৰগীত)

তিনিগুণ—সত্ত্ব, ৰজ আৰু তম এই তিনিগুণ ।

তিনিতাপ—(তাপ তিনি চাওক)

তিমিৰ—অন্ধকাৰ, অজ্ঞান, জ্ঞান-হীন।

১) ৰজনী বিদুৰ দিশ ধৱলী

ৰৰণ ।

তিমিৰ ফেৰিয়া বাজ ৰবিৰ

কিৰণ ॥ (বৰগীত)

২) তোমাৰ অনাদি অবিদ্যা-

তিমিৰে অন্ধ কৰি আছে

মোৰে তোমাক নজানি দেহক

মই বুলি মজিলো এ দুখ

ঘোৰে ॥ (বৰগীত)

তিলক— কপালত লোৱা ফোঁট, কপাল আদি শৰীৰৰ বাৰ স্থানত চন্দন আদিৰে লোৱা চিহ্ন বিশেষ। স্নানাদি কৰি ভগবানক নিত্য আৰাধনা কৰোতে এই তিলক ধাৰণ বিধি দ্বাদশাঙ্গে

ললাটদৌ তিলকং হৰি মন্দিৰম্। স্নানান্তে বৈষ্ণবঃ কুৰ্য্যাৎ প্ৰত্যেকং কৃষ্ণ নামাভিঃ ॥ বাসে বক্ষসি নেত্ৰান্তে গণ্ডে হংসে শঙ্খ চিহ্নিতম্। তথৈব দক্ষিণে কুৰ্য্যাদ্ধৰে শচক্ৰাঙ্কিতং মুনে। ললাটে কেশবং বিদ্যাৎ কণ্ঠে শ্ৰীপুৰুষোত্তমম্। বাম বাহু বাসুদেবং সব্যেদামোদৰ তথা। নাভৌ নাৰায়ণঞ্চৈব মাধৱ হৃদয়ে তথা; গোবিন্দং দক্ষিণ পাৰ্শ্বে বামেচৈব ত্ৰিবিক্ৰমম্। বিষ্ণু সব্যে কৰ্ণমূলে দক্ষিণে মধুসূদনম্। শিৰোমধ্যে হৃষীকেশং পদ্মনাভঞ্চ পৃষ্ঠতঃ ॥ হৰেৰ্দ্বাদশ নামানি পঠিত্বা তিল কানিতু। যঃ কুৰ্য্যাদ বৈষ্ণবো নিত্যস প্ৰেম ভক্তিমাপ্নুয়াৎ ॥

তীৰিথ—তীৰ্থ, পুণ্যস্থান।

তীৰ্থ—পুণ্যস্থান, যি ঠাইত স্নান আদি কৰিলে পুণ্য হয়।

তীৰ্থ তিনি প্ৰকাৰ, যেনে-মানস, জঙ্গম আৰু ভৌম বা স্থাৱৰ।

(১) মানসতীৰ্থ-সত্য, ক্ষমা দয়া, দান, ইন্দ্ৰিয় নিগ্ৰহ, সৰলতা সন্তোষ, ব্ৰহ্মচৰ্য্য, মিষ্ট বাক্য, জ্ঞান, ধৈৰ্য্য, পুণ্য আৰু মনশুদ্ধি

(২) জঙ্গম-নিৰ্ম্মলাচিত।

(৩) স্থাৱৰ বা ভৌম-কাশী, গয়া গঙ্গা আদি।

ব্ৰাহ্মণা জঙ্গম তীৰ্থং নিৰ্ম্মলং সাৰ্ব্বকামিকম্। যেষাং বাক্যোদকেনৈব শুদ্ধ্যন্তি মলিনো জনাঃ। অপস্তিকবাচ-শৃণু তীৰ্থানিগদতো মানসানি মমানঘে। যেষু সম্যক নৰঃ স্নাত্বা প্ৰয়াতি পৰমাং গতিম্। সত্যং তীৰ্থং ক্ষমা তীৰ্থং তীৰ্থ মিন্দ্ৰিয়নিগ্ৰহঃ। সৰ্ব্বভূতদয়া তীৰ্থং সৰ্ব্বত্ৰাৰ্জ্জৱ মেচ ॥ দানং তীৰ্থং দমস্তীৰ্থং সন্তোষস্তীৰ্থমুচ্যতে। ব্ৰহ্মচৰ্য্যং পৰং তীৰ্থং তীৰ্থঞ্চ প্ৰিয়বাদিতা। জ্ঞানং তীৰ্থং ধৃতিতীৰ্থ পুণ্যং তীৰ্থমুদাহৃতম্। তীৰ্থা নাপি তত্তীৰ্থং বিশুদ্ধিৰ্মনস। পৰা। এতত্তে কথিতংদেবি মানসতীৰ্থ লক্ষণম্।

ভৌমানাপি তীৰ্থানাং পুণ্যত্বে
কাৰণং শৃণু। যাথ শৰীৰ স্যোদ্দেশাঃ
কেচিন্মে ধ্যতমা তথা স্মৃতাঃ
পৃথিব্যাসুদ্দেশাঃ কেচিৎ
পুণ্যতমা স্মৃতাঃ প্ৰভাবাদদ্ভুতাদ্
ভূমেঃ সলিলস্য চ তেজসা।
পৰিগ্ৰহা মুনীনাঞ্চ তীৰ্থানাং
পুণ্যতা স্মৃতা ॥ তস্মাদ্ভৌমেষু
তীৰ্থেষু মানসেষু চ নিত্যশঃ॥
উভয়েস্বপি যঃ
স্নাতি স যাতি পৰমাং গতিম্॥

তীবৰ—সমুদ্ৰ, ব্যাধ বৰ্ণসঙ্কৰ জাতি বিশেষ।

তীব্ৰ—অতিশয়, উগ্ৰ, প্ৰবল।

তুন্দী—নাভি, নাই,

তুমহি—তুমিয়েই, একমাত্ৰ।

অসাৰশৰসম, পতনী তনয়জন
তাহেক মেৰিকয় মান।
তুমহি সুহৃদসিষ্ট, গুৰুবন্ধুদেৱ
ইষ্ট, মন পুনুতাহে নজান।
(গীত-শ্ৰীৰাম)

তুমুল—দুইপক্ষৰ সৈন্য একেলগ হৈ কৰা কটা কটি ৰণ সংকুল। ৰণ সংঘাত, সংকীৰ্ণ যুদ্ধ।

তুম্বুৰু—স্বৰ্গৰ গায়ক।

তুৰঙ্গ—ঘোঁৰা; the horse

তুৰঙ্গ বদন—কিন্নৰ।

তুৰিত—(ত্বৰিতম) বেগতে, শীঘ্ৰে,

তুৱা—তোমাৰ; thine.

তুৱাজন—তোমাৰজন, ভগবানৰ ভক্তজন, thy votary. your worshiper.

পতিত পাবন প্ৰভু, তুৱা পদ
পঙ্কজ তাহেশৰণ লেহু জানি।
তুৱাজন সঙ্গনাম, বহুমুখে
অবিৰাম, কহত মাধৱ পৰমাণি॥
(বৰগীত)

তুৱাপৰি—তোমাৰ ওপৰত

ধীৰবীৰ শূৰ, শেখৰ ৰাঘৱ,
ৰাৱণ তুৱা পৰি ঝাঁপ।
(বৰগীত)

তুষাৰ—হিম, বৰফ, dew, snow.

তুষ্ট—সন্তুষ্ট, সন্তোষ; gratified, Pleased.

তৃণদশনে—দাঁতেৰে বন কামুৰি ধৰা, অতি বিনম্ৰভাৱে।

তুৱা নিজ দাস সঙ্গতি ৰতি
ভকতি,

তৃণদশনে মাগোহো প্ৰভু
ৰাম ।

তৃপ্তি—ভোজন পানৰ পৰা পোৱা হৰ্ষ, সন্তোষ, satisfaction.

তৃষ্ণা—পানী পিবৰ কাৰণে হেপাহ, পিয়াহ লগা, লিপ্সা ; thirst, craving.

শোক মোহ ভয়েমহা পঙ্কে তল
কৰে ।
তৃষ্ণা তৰঙ্গে পায়া সবশ্ৰুতি
হৰে ॥ (বৰগীত)

তৃষ্ণা-তৰঙ্গ — সাংসাৰিক ভোগ বিলাসৰ কাৰণে অপাৰ হেঁপাহ, লিপ্সা,

তেখনে—তেতিয়া, then.

তেজি—এৰি, ত্যাগ কৰি।

তেজু—ত্যাগ কৰা, এৰি দিয়া।

হৰিপদ সেৱা বিনে তেজু সবে
কাম।
নিগম নিগূঢ় বিত্ত জপ হৰি
নাম ॥ (বৰগীত)

তেৰি—তোমাৰ, your

দাৰুণী পুতনী তন বিষ দেলহ,
তেৰি মৰণ কয়ে আশ ।
যশোমতী জননীক গতি সম
যাৱত, পাৱত বৈকুণ্ঠে বাস ।
(শ্ৰীৰাম)

তৈছে—তেনেকৈ

যৈচে পঙ্কজ দলগত
বিষয় লুবুধমন তৈছে অথিৰ ।
( বৰগীত)

তৈত্তিৰীয়—যজুৰ্ব্বেদৰ শাখা বিশেষ।

তৈসানি—তেতিয়া ।

তোই—তোমাৰ ।

তোটয়—(তোটকম্) বাৰটা স্বৰযুক্ত আখৰৰ এটা ছন্দ, (পদ্য) শ্ৰীমন্ত শঙ্কৰদেৱৰ এইতোকৈ ছন্দত লিখা পদ্যক তোটয় বোলা হয় । যেনে—

মধুদানৱ দাৰুণ দেৱ বৰং ।
বৰবাৰিজ লোচন চক্ৰ ধৰং ॥

তোৰল—ছেদ কৰা, মৰা, ছিঙা,

ধেনুকবৎস কংস কেশী মোৰল,
ছোৰল পিতাকেৰি বন্ধ ।
কুবলয়কাল, মল্লসব মোৰল,
ৰজকেৰি তোৰল কন্ধ ।
(গীত-ৰামানন্দ)

ত্যাগ—এৰা, এৰি দিয়া ।

ত্যাগী—ত্যাগশীল, generous

ত্যাজ্য—ত্যাগৰ যোগ্য, এৰি দিব পৰা।

ত্রস্ত—ভয়পোৱা ভীত, fearful

ত্রাণ—উদ্ধাৰ, পৰকালৰমুক্তি, salvation

ত্ৰতো—উদ্ধাৰ কৰোতা,deliverer.

ত্রাহি—উদ্ধাৰ কৰা, সংকটৰ পৰা ৰক্ষা কৰা, to save

ত্রাহিদেৱ দামোদৰ যাদৱনন্দ
দীনদয়াশীল স্বামী।
কৰাহা নিস্তাৰ তোমাৰ চৰণে
শৰণ পশিলো আমি॥ (কীৰ্ত্তন)

ত্রিকালজ্ঞ—ভূত, ভবিষ্যত আৰু বৰ্ত্তমান তিনিওকালৰ কথা কব পৰা, সৰ্ব্বজ্ঞানী।

ত্রিকুল—পিতৃ, মাতৃ আৰু শহুৰ এই তিনিকুল।

ত্রিকুট—লঙ্কাদ্বীপত থকা এটা তিনিকোণীয়া পৰ্ব্বত, সুবেল।

সেতু বন্ধ কৰি, সমুদ্ৰক তৰি,
প্রবেশিলা নিৰন্তৰে।
সসৈন্যে ৰাঘৱ, পৰিনিদ্ৰা গৈল
সুবেল গিৰিশিখৰে।
(গীত-গোপাল আতা)

ত্রিগম্ভীৰ—কৃষ্ণৰ তিনি গম্ভীৰ, যেনে, গমন, বচন, আৰু নাভি কমল (৩৯৪ ঘোষা চাওক)

ত্রিগুণ—সত্ত্ব, ৰজ আৰু তম এই তিনি গুণ।

ত্রিগুণাতীত—সত্ত্ব, ৰজ আৰু তম এই তিনি গুণৰ বাহিৰ অর্থাৎ পাপ পুণ্যই পাব নোৱাৰা, পৰমেশ্বৰ।

ত্রিজগত—স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল এই তিনি জগত।

ত্রিদশ—দেৱতা।

ত্রিদশালয়—স্বৰ্গ, সুমেৰু পৰ্ব্বত।

ত্রিদশেশ্বৰী—দুৰ্গা।

ত্রিনয়ন—শিৱ।

ত্রিবলিবলিত—শ্রীকৃষ্ণৰ নাভিকমল শোভা কৰা তিনিডাল সুশ্ৰী মাংসৰ ৰেখা বিশেষ। ( নাভি প্রদক্ষিণ বৰ্ত্তামধ্য ত্রিবলী-শব্দ কল্পদ্রুম )

অশ্বত্থৰ দলজিনি, সুন্দৰে উদৰ
তিনি,ৰেখা বলি আছে কচিকৰ।
নাভিগম্ভে সৰোবৰ, জলে তাত
পদ্মবৰ, উপৰে শ্রীবৎস কচিকৰ।

(ভাগৱত)

ত্ৰিমূৰ্ত্তি—ব্ৰহ্মা; বিষ্ণু আৰু শিৱ; পদ্ম পুৰাণৰ মতে ভগবানে যেতিয়া জগত স্ৰজন কৰিবলৈ ইচ্ছা কৰে তেতিয়া প্ৰথমে জগত সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কাৰণে সত্ত্ব, ৰজ আৰু তম এই তিনি গুণধাৰী তিনি মূৰ্ত্তি-ৰূপে সোঁ-বাহুৰপৰা ৰজো-গুণী ব্ৰহ্মাক, বক্ষৰপৰা সত্ত্ব গুণধাৰী বিষ্ণুক আৰু বাওঁ বাহুৰপৰা তমো গুণী শিৱক স্ৰজন কৰে। এই তিনি গুণেই তিনি মূৰ্ত্তি, সেয়ে বৈষ্ণৱ-সকলে একেই তিনি আৰু তিনিয়েই এক বুলি ভাবে।

আকৌ কিছু ঠাইত বেদৰ অগ্নি, বায়ু আৰু সূৰ্য্য এই তিনিজন দেৱতাক ত্ৰিমূৰ্ত্তি বোলা হৈছে।

ত্ৰিলোচন—শিৱ।

ত্ৰিশঙ্কু—সূৰ্য্য বংশৰ ৰজা হৰি-চন্দ্ৰৰ পিতৃ সত্যব্ৰত। এই সত্যব্ৰত সপ্তম মনু। ৰামা-য়ণৰ মতে সত্যব্ৰত ৰজাই সোশৰীৰে স্বৰ্গলৈ যাবৰ অভি-প্ৰায়ে যজ্ঞ কৰিবলৈ তেওঁৰ কুল পুৰোহিত বশিষ্ঠক অনু-ৰোধ জনায়। বশিষ্ঠই সেই কাম অসম্ভৱ বুলি যজ্ঞ কৰিবলৈ অমান্তি হয়; তেতিয়া তেওঁ সেই যজ্ঞ কৰিবৰ কাৰণে বশিষ্ঠৰ পুত্ৰসকলক অনুৰোধ কৰে। পুত্ৰসকলে তেতিয়া খং কৰি তেওঁক চণ্ডাল হবৰ কাৰণে অভিশাপ দিয়ে। সত্যব্ৰত চণ্ডাল হৈ অৰণ্যত ঘূৰি ফুৰা সময়তে দেশত দুৰ্ভিক্ষ হয়। এই দুৰ্ভিক্ষৰ সময়ত ঋষি বিশ্বামিত্ৰ আশ্ৰমত নাছিল, সেই সময়ত তেওঁ অৰণ্যত তপস্যা কৰি আছিল। বিশ্বামিত্ৰৰ অনুপস্থিতিত আশ্ৰ-মত থকা পুত্ৰ পৰিবাৰসকল বৰ কষ্টত পৰিল। এই সময়তে সত্যব্ৰত সেই আশ্ৰমত উপস্থিত হয় আৰু বিশ্বা-মিত্ৰৰ পুত্ৰ পৰিবাৰসকলৰ

কষ্ট দেখি নিজে ফলমূল আদি সংগ্রহ কৰি আনি তেওঁলোকৰ জীৱন ৰক্ষা কৰে। পিছত বিশ্বামিত্র আহি এই কাৰ্যাত সন্তুষ্ট হৈ যজ্ঞ কৰি ৰজাক সোঁ-শৰীৰে স্বৰ্গলৈ পঠায়; কিন্তু ইন্দ্ৰই স্বৰ্গলৈ সোমাব নিদি বাধা কৰাত বিশ্বামিত্ৰই নতুন স্বৰ্গ নিৰ্ম্মাণ কৰিবলৈ নাইবা ইন্দ্ৰক নিৰ্ম্মূল কৰি-বৰ কাৰণে প্ৰতিজ্ঞা কৰাত দেৱতাসকলে ভয় পাই সত্য-ব্ৰতক আকাশত তললৈ মূৰ কৰি জিলিকি থকাৰ দিহা কৰি দিয়াত বিশ্বামিত্ৰ মান্তি হয়। সেই সিদ্ধান্ত মতে সত্য-ব্ৰত আকাশত জিলিকি থাকে আৰু নাম হয় ত্ৰিশঙ্কু।

এই সত্যব্ৰত বা ৭ম মনুৰ দিনতে প্ৰলয় হয় আৰু এই প্ৰলয়ত ভগবানে মৎস্য ৰূপ ধাৰণ কৰি সত্যব্ৰতক ৰক্ষা কৰে।

সত্যব্ৰত ৰজাক দেখাইলা নিজ মায়া।

নধৰিলা সমুদ্ৰে তোমাৰ মৎস্য কায়া॥ (কীৰ্ত্তন)

ত্ৰিশূল—তিনটা শূল থকা যাঠী। শিৱৰ অস্ত্ৰ বিশেষ।

ত্ৰিশূলী—শিৱ।

ত্ৰিস্ৰোতা—গঙ্গা।

ত্ৰেতাযুগ — দ্বিতীয় যুগ। (যুগ চাওক)

ত্ৰ্যম্বক—শিৱ।

ত্ৰ্যম্বক সখা—কুবেৰ।

ত্ৰ্যম্বকা—দুৰ্গা।

## থ

থমকে থমকে—ৰৈ ৰৈ গৈ থকা

ঝনকে কিঙ্কিনীবাজে সাজে নট বিলাসেৰে।

থমকে থমকে চলে অমিয়া মাধুৰী হাসেৰে। (বৰগীত)

থঙ্গা—বহিবৰ কাৰণে নোম লগোৱা এবিধ কম্বল।

থাপনা—বৈষ্ণৱ সকলে পূৱা গধূলা ভগবানক সেৱা সৎকাৰ কৰাৰ উদ্দেশ্যে গুৰুসকলৰ ৰচিত এখন পুথি বৈষ্ণৱ সকলৰ নিয়ম

পদ্ধতি অনুসাৰে স্থাপন কৰা আসন।

থিৰ — স্থিৰ, লৰচৰ নোহোৱা। steady, fixed.

থুল—কোনো ধৰ্ম্মৰ একমতত পোট খোৱা এটা দল বিশেষ।

একে মহাপুৰুষীয়া ধৰ্ম্মৰ চাৰিটা মতত ভাগ হোৱা চাৰিটা থুল, যেনে-ব্ৰহ্মসংহতি, কাল সংহতি পুৰুষ সংহতি আৰু নিকা সংহতি।

থোৰ — ক্ষন্তেক, অলপ সময়, খন্তেক ; a moment

বিষয় বিষধৰ বিষে জড় জড় জীৱন নৰহে থোৰ। (বৰগীত)

থোৰা — অলপমান ; a small quantity.

থোস মোস — ভয়ত মাতিব নোৱাৰাকৈ থকা।

ভূষণ প্ৰাণ হামো তেৰি ৰাখলো হামাৰি ঐচত দোষ।
হামোবাত পুছিতে মাহি উত্তৰ ৰহসি কয় থোস মোস।
(বৰগীত)

দ

দগমগী— জকমকীয়া, জকমকাই থকা, sparkling, glittering

কুণ্ডল দগমগী, কুণ্ডল দগমগী,
শ্ৰুতিমূলে ডোলন্ত এ যাদু
থমকে থমকে চলে পাৱত এ॥
(গীত-শ্ৰীৰাম)

দণ্ডধৰ — যম।

দণ্ডনীতি—অৰ্থশাস্ত্ৰ।

দত্তাত্ৰেয় দত্তাত্ৰেয়ৰ পিতৃ অত্ৰি আৰু মাতৃ অনসূয়া। এওঁক বিষ্ণুৰ এটা অৱতাৰ বুলি ধৰা হয়। এওঁৰ সোম, দত্ত আৰু দুৰ্ব্বাসা তিনিজন পুত্ৰ। এই দত্তাত্ৰেয়ই কাৰ্ত্তবীৰ্য্যৰ তপস্যাত সন্তুষ্ট হৈ তেওঁক সহস্ৰ বাহু আৰু এখন সুবৰ্ণৰ ৰথ দিয়ে।

দধীচি—অথৰ্ব্বৰ পুত্ৰ এজন মুনি। এওঁ বৃত্ৰাসুৰক মাৰিবৰ কাৰণে নিজৰ প্ৰাণ আহুতি দিয়ে আৰু এওঁৰ হাৰেৰে বজ্ৰ নিৰ্মাণ কৰি ইন্দ্ৰই বৃত্ৰাসুৰক বধ কৰে।

দম্ভুজ—এটা দুৰ্দ্দান্ত অসুৰ। ইয়াক

কবন্ধ বুলিও কয়। মূৰ আৰু ডিঙিহীন গোটেই শৰীৰ নোমেৰে ঢাক খাই থকা এটা পৰ্ব্বতাকাৰ দৈত্য; এই দৈত্যৰ বুকুত মাত্ৰ এটা চক্ষু আৰু এখন মুখ। এই দৈত্য এটা গন্ধৰ্ব্ব আছিল। কিছুৰ মতে, ইন্দ্ৰৰ লগত যুদ্ধ লগাত ইন্দ্ৰই এনে বিকৃতি আকাৰ কৰে। অন্যমতে, ঋষিৰ শাপত এনে আকৃতি হয়। ৰামে এই দৈত্য বধ কৰিবলৈ ধৰাত দৈত্যই তেওঁৰ মৃত্যুৰ পিছত শটো অগ্নিত দাহ কৰিবৰ কাৰণে ৰামক অনুৰোধ জনায়। অনুৰোধ অনুসৰি কবন্ধৰ শটো দাহ কৰা হয়, আৰু জুইৰ মাজৰপৰা গন্ধৰ্ব্বৰ ৰূপ লাভ কৰি নিজ স্থানলৈ যায়। দৈত্য, দানৱ, অসুৰ।

দনুজাৰি—দনুজৰ শত্ৰু, বিষ্ণু।

দন্তী—দঁতাল হাতী, a tusker. (পাপদন্তী-হস্তীৰূপী পাপ)

দমন—বশকৰা, পৰাস্ত কৰা, the act of subdeuing, controlling.

জনম মৰণ শোক শমন দুখ দমন ভাৰণা।

ৰামানন্দ দীন, ভকতিবিহীন, চৰণ সমীপে ৰাখনা।।

(গীত-ৰামানন্দ)

দয়িত — পতি, স্বামী, the husband.

দয়িতা—পত্নী, ভাৰ্য্যা, the wife.

দৰিকণা—এবিধ সৰু মাছ, a kind of small fish.

দৰ্পহাৰী—দৰ্প বা অহঙ্কাৰ নাশ কৰোঁতা, গৰ্ব্ব নাশ কৰোঁতা, one who humbles the pride.

দৰ্শন—দেখা, জ্ঞান, a sight, wisdom.

দৰ্শন শাস্ত্ৰ— এই জগত আৰু জগতকৰ্ত্তাৰ বিষয়ে জ্ঞান দিয়া পুথি। loves of wisdom or knowledge especially that which deals with

ultimate reality or with the most general causes and principles of things natural philosophy-study of natural objects and principles of human action or conduct. (Concise Ooxford Dictionary).

দর্শন শাস্ত্র ছখন; ১। ন্যায়শাস্ত্র প্রণেতা গৌতম ।

২। বৈশাশিক প্রণেতা কনাদ

৩। সাংখ্য প্রণেতা কপিল,

৪। যোগ – প্রণেতা পাতঞ্জলি,

৫। পূৰ্ব্বামীমাংসা প্ৰণেতা জৈমিনি,

৬ উত্তৰ মীমাংসা প্রণেতা ব্যাস ।

এই ষট্ দৰ্শনৰ উপৰিও নাস্তিক দৰ্শন বা চাৰ্বাক দৰ্শন বৌদ্ধ আৰু জৈন দৰ্শন আছে ।

দলিত— মৰ্দ্দিত, ধ্বংস কৰা, to cut to pieces.

(দলিতাঞ্জন মেঘ পুঞ্জেত্যাদি— ক্রমদীপিকা (শব্দ কল্পদ্রুম)

তমুনবঘন দলিত অঞ্জন জিনিয়া আভি বিৰাজে ।

ৰতনভূষণ, কেয়ুৰ কঙ্কণ, কটিত কিঙ্কিনী বাজে ॥ (বৰগীত)

দশকণ্ঠ – ৰাৱণ ।

দশভুজা—দুর্গা ।

দশবায়ু— প্রাণ, অপান, সমান, উদান, ব্যান, নাগ, কূৰ্ম্ম, কৃকৰ দেৱদত্ত আৰু ধনঞ্জয় ।

দশহৰা – জেঠমাহৰ শুক্লা দশমী ।

দশানন—ৰাৱণ ।

দশোন্দ্রিয় – শৰীৰৰ দহোটা ইন্দ্রিয়, যেনে:—কাণ, নাক, চকু জিভা, চৰ্ম্ম, মুখ, ভৰি, হাত, লিংগ, আৰু গুহ্যদ্বাৰ ।

দক্ষ— ১। পার্গত, পটু, able, competent, clever.

২। ব্ৰহ্মাৰবুঢ়া আঙুলিৰ পৰা জন্ম হোৱা এজন মুনি। দহজন প্ৰচেতাৰ এজন । দক্ষৰ ৫১ গৰাকী কন্যাৰ ১০ গৰাকী ধৰ্ম্মৰাজ যমে, ১৩গৰাকী কাশ্যপে, ১৭ গৰাকী চন্দ্ৰই এগৰাকী (সতী)ক শিৱই বিবাহ কৰে।

পিতৃৰ আদেশে স্রজিলন্ত
ভূতগণ ॥
ব্ৰহ্মায়ে স্রজিলা পাছে পুত্ৰ
দশজন ॥
কোলাত নাৰদ ভৈলা দক্ষ
আঙুলিত।
প্ৰাণত বশিষ্ঠ ভৈলা পুলহ
নাভিত ॥ (অনাদি পাতন)
(প্ৰজাপতি চাওক)

দক্ষিণাপতি—যম।

দাতা—দান দিওঁতা।

দাদুৰী—বেং, ভেকোলা।

দানপতি—অক্ৰূৰ।

দানব—অসুৰ। দক্ষ কন্যা অনুৰ গৰ্ভজাত কাশ্যপৰ সন্তান। দানব সকলৰ প্ৰধান ১৮ জন হ'ল- দ্বিমূৰ্দ্ধা, শম্বৰ, অৰিষ্ট, হয়গ্ৰীব, বিভাবসু, অয়োমুখ, শঙ্কু শিৰা, স্বৰ্ভানু, কপিল, অৰুণ, পুলোমা, বৃষ পৰ্ব্ব! একচক্ৰ, তাপন, ধূম্ৰকেশ, বিৰূপাক্ষ, বিপ্ৰচিত্তি আৰু দুৰ্জ্জয়।

দায়াদ—সপিণ্ড, পুত্ৰ।

দায়াদী—কন্যা।

দাৰুক—শ্ৰীকৃষ্ণৰ সাৰথি

দাশৰথ / দাশৰথি }—শ্ৰীৰাম চন্দ্ৰ।

দিগন্তৰ—দূৰ।
বসতি দিগন্তৰ নাথ হামাক।
ভেণ্ট কেমনে হোই স্বামী মুৰাক ॥
(ৰুক্মিণী হৰণ)

দিগপাল—দশ দিশৰ অধিপতি সকল। যেনে-পূব দিশৰ ইন্দ্ৰ, অগ্নি কোণৰ (দক্ষিণ পূব) বহ্নি, দক্ষিণ দিশৰ যম, পশ্চিম দিশৰ বৰুণ, উত্তৰ দিশৰ কুবেৰ, বায়ু কোণৰ মৰুৎ, ঈশান কোণৰ সোম, নৈঋত কোণৰ সূৰ্য্য, উৰ্দ্ধ দিশৰ ব্ৰহ্মা আৰু অধোদিশৰ অনন্ত।

দিতি—দক্ষৰ কন্যা, কাশ্যপৰ ভাৰ্য্যা, দৈত্যৰ মাতৃ।

দিবাকৰ—সূৰ্য্য।

দিবিগত—স্বৰ্গগত।

দীৰ্ঘনাদ—শঙ্খ।

দীক্ষা—গুৰুমুখৰ পৰা শ্ৰেষ্ট দেবমন্ত্ৰ গ্ৰহণ।

দুই পক্ষী—জীৱাত্মা আৰু পৰমাত্মা

দুজা— দুই, দুটি।

মঞি সেৱহু ৰাম চৰণ দুজা।
কাহে কৰহু হামো আৱৰি
পূজা। (বৰগীত)

দুন্দুভি—এবিধ বাদ্য, এটা দৈত্যৰ
নাম।

দুৰজন— দুৰ্জ্জন, দুষ্টমানুহ,
a wicked person.

দুৰিত— পাপ, Sin, vice

দুৰিত সাঞ্চিলো; আপুনি
বঞ্চিলো নাশিলো মনেৰ
সঙ্গে।
অমিয়া বুলিয়া, বিষয় গৰল,
মই পাপী ভক্ষিলো ৰঙ্গে॥
(বৰগীত)

দুৰিত নাশন— পাপ নাশ কৰোঁতা।
জয় যাদব, দনুজদাৰণ, পৰম
পুৰুষ দেৱবৰং।
জলদ সুন্দৰ, পীত অম্বৰ, দুৰিত
নাশন চক্রধৰং॥ শ্ৰীৰাম

দুৰ্জ্জন— দুষ্ট, খল,
a wicked person.

দুৰ্জ্জন পামৰ পাপমতি, তেজি
তুৱা চৰণে ভকতি।
কৰহু পৰম ৰসে গতি, শৰদ-
সুগন্ধে আসেমন্তি॥ শ্ৰীৰাম।

দুৰ্ল্লভ—লাভ কৰিবলৈ টান, দুষ্প্ৰাপ্য
উত্তম, শ্ৰেষ্ঠ, difficult of
attainment, Rare.

মোৰ পতিত পাৱন প্ৰভু হৰি-
হৰি ৰে বাপ
কিনাগতি হইল হামাৰ।
দুৰ্ল্লভ লভিয়া প্ৰভু ভাৱতে
মানবীতনু
নামলৈতে নপাৰো তোমাৰ॥
(বৰগীত)

দুলে
দোলে } ওলমিথকা to suspend.

দেবযোনি— দেৱযোনি জন্মলোক
যেনে বিদ্যাধৰ, অপেশ্বৰী ৰক্ষ,
ৰাক্ষস, গন্ধৰ্ব, কিন্নৰ, পিশাচ
গুহ্যকসিদ্ধ, ভূতগন।

দেবৰ্ষি— দেৱতুল্য ঋষি, যেনে-নাৰদ,
অত্ৰি, মৰীচি, ভৰদ্বাজ, পুলস্ত্য,
পুলহ ক্ৰতু, ভৃগু,বশিষ্ঠ,প্ৰচেতা।

দেহু—দিয়া।

দোলি থেলি—ওলমি থকা,
শ্ৰুতিমূলে মণিময়, মকৰিকুণ্ডল

দোলিখেলি গণ্ড শোহে ।
কণ্ঠে কৌস্তুভমণি মৌতিম মালা
মাথে মুকুট জগমোহে ॥
(বৰগীত)

দোলনা
দোলানা } ওলমি থকা, তুলি থকা

চৰণে মঞ্জীৰ জুৰে উৰেহাৰ
দোলানা ৰে ।
চন্দনে লেপিতভূজ দোলাত ভ্ৰূব
চালনা ৰে ॥ (বৰগীত)

দোহনু—দোহন কৰা, নিবৃত্তি কৰা ।

দ্যূত—পাশাখেল, জুৱাখেল ।

দ্ৰবিণ—ধন, সোন, শক্তি (ধনম্, কাঞ্চনম্, বলম্-ইতিমেদিনী)

দ্ৰোণাচাৰ্য্য—ভৰদ্বাজ মুনিৰ পুত্ৰ । অশ্বথামাৰ পিতৃ ; কৌৰব-পাণ্ডৱৰ অস্ত্ৰ শিক্ষা গুৰু । পত্নী কৃপী ।

দ্ৰৌপদী—দ্ৰুপদ ৰজাৰ কন্যা ; পাণ্ডৱৰ পত্নী । এওঁৰ অন্যান্য নাম হ'ল—পাঞ্চালী, কৃষ্ণা, সৈৰিন্ধ্ৰী, নিত্যযৌৱনা, বেদিজা, যজ্ঞসেনী । পূৰ্ব্বে সীতাক ৰাৱণে হৰি নিয়াৰ আগতে অগ্নিয়ে জানিব পাৰি ৰামক এগৰাকী ছাঁয়া সীতা দি আচল সীতা নিজে লৈ যায় । ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি আনি যেতিয়া সীতাক অগ্নি পৰীক্ষা কৰা হয় সেই সময়ত অগ্নিয়ে ছাঁয়া সীতা নি ৰামক আচল সীতা ঘূৰাই দিয়ে । ছাঁয়া সীতাই পতি নোপোৱা দুখত নাৰায়ণ সৰো-বৰৰ পাৰত দিব্যশ বছৰ শিৱক আৰাধনা কৰে । তপস্যাত শিৱ সন্তুষ্ট হৈ তপস্যাৰ কাৰণ সোধাত ছাঁয়া সীতাই পতি দিয়ক, পতি দিয়ক বুলি পাঁচ বাৰ কয় । মহাদেৱে 'তথাস্তু' বুলি গুচি যায় । সেই পাঁচ বাৰ পতি প্ৰাৰ্থনা কৰা কাৰণে ছাঁয়া সীতাই দ্বাপৰ যুগত দ্ৰৌপদীৰ জন্ম লৈ পাঁচ পাণ্ডৱক পাঁচ পতি লাভ কৰে ।

দ্বিজ বন্ধু—অব্ৰাহ্মণ, নিন্দিত ব্ৰাহ্মণ ।

দ্বিজৰাজ—চন্দ্ৰ, ইন্দু, বিধু, অব্জ,

সোম, শশধৰ, মৃগাঙ্ক সুধাংশু,
কুমুদ বান্ধৱ, নিশাপতি
শুভ্ৰাংশু ।

দ্বৈতবাদ—জীবাত্মা আৰু পৰমাত্মা পৃথক কৰণ । জীৱ আৰু পৰম ব্ৰহ্ম দুয়োৰে সুকীয়া অস্তিত্ব স্বীকাৰ কৰা মত ।

ধ

ধটি—ধুটি, বস্ত্ৰ চুৰিয়া ।

ধনঞ্জয়—অগ্নি, অৰ্জ্জুন, দেহৰ দহ বায়ুৰ এটা । যেনে-মৰিলেও নেৰে ধনঞ্জয় বায়ুত ।

ধনপতি—কুবেৰ ।

ধন্ধ—ধান্দা, চিন্তা,
যতদেখুকায়া, সুত বিত্তজায়া,
মায়াকো সবধন্ধ ।
হামু যত জীৱ, শিৱতেৰি অংশা,
কাহে ওহি মহ বন্ধ ॥ (বৰগীত)

ধনশ্ৰী—এটা ৰাগিনী; হনুমন মতে শ্ৰীৰাগৰ তৃতীয় ভাৰ্য্যা। কল্লিনাথমতে মেঘৰাগৰ চতুৰ্থ ভাৰ্য্যা; ভৰত মতে গান্ধাৰ ৰাগৰ পত্নী ।

ধন্বন্তৰি— দেৱবৈদ্য, বিষ্ণুৰ এক অৱতাৰ, আয়ুৰ্ব্বেদ চিকিৎসা বিদ্যাৰ প্ৰবৰ্ত্তক ।
সাগৰ মথন্তে অমৃতৰ ঘটধৰি।
ধন্বন্তৰি নামে অৱতাৰ ভৈলা
হৰি ॥
যত বৈদ্যশাস্ত্ৰচয় কৰিলা
প্ৰকাশ ।
যাহাক জানিলে হোৱে ব্যাধিৰ
সকাশ ॥ কীৰ্ত্তন ।

ধনুফান্দ—ধনুভিৰিয়া ।
আয়ুদিলা ভাটি হাতে লৈলা
লাঠি, হান্তিতে নচলে পাৱ ।
ভাঙ্গিলা মাগুলি, আগ গৈলা
চলি, ধনুফান্দ ভৈলা গাৱ ॥
(বৰগীত)

ধৰা
ধড়া } চুৰীয়া, ধুতি ।

গজমুকুতাৰ হাৰ গাঠি গলে
লুলে ।
পিন্ধন নেতেৰ ধড়া কটি বেঢ়ি
দুলে ॥ (বৰগীত)

ধৰ্ম্মৰাজ—যম, যুধিষ্ঠিৰ ।

ধৰ্ম্মশাস্ত্ৰ— মনু আদি ঋষিসকলে কৰা সংহিতাসমূহ । এই

সংহিতা কৰিছিল, যেনে—মনু, অত্ৰি, বিষ্ণু, হাৰীত, যাজ্ঞবল্ক্য, অঙ্গিৰা, যম, আপস্তম্ব, সংবৰ্ত্তা, কাত্যায়ন, বৃহস্পতি, পৰাশৰ, ব্যাস, শঙ্খ, লিখিত, দক্ষ, গৌতম, শাতাতপ, বশিষ্ঠ আৰু উশন।

ধৰ্ষিত—ৰতি, মৈথুন।

ধৰ্ষিতা—বল প্ৰয়োগ কৰি কোনো পুৰুষে ৰমণ কৰা নাৰী।

ধৱলী—শুক্লা, পোহৰ।

ৰজনী বিদূৰ দিশ ধৱলী বৰণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ ॥ (বৰগীত)

ধাতা—ব্ৰহ্মা, বিষ্ণু।

ধাতৃ পুত্ৰ—সনত কুমাৰ।

ধাত্ৰী—মাতৃ, উপমাতা, আমলখী, a nurse, Embilica-officinalis.

ধান্দা—চিন্তা, the act of thinking,

মনমেৰি চিন্ত গোবিন্দ পদ আন্ধা।
জনম মৰণ শোক সোপন সম্পদ জানি সব চোৰহ ধান্দা। (শ্ৰীৰাম)

ধামনিধি—সূৰ্য্য।

ধায়া—লৰদিয়া, খেদি অহা, খেদা, to proceed towards,

এভৱ গহন বন, আতি মোহ পাশে চন্ন তাতে হামু হৰিণা
বেৰাই ফান্দিলো মায়াৰ পাশে, কাল ব্যাধে ধায়া আসে
কাম ক্ৰোধ কুত্তা খেদি খায় ॥ (বৰগীত)

ধাৰণা—বুদ্ধি, অনুমান, স্থিতি, যোগাঙ্গ বিশেষ, ন্যায়পথত থকা।

ধাৰিণী—ধৰণী, পৃথিবী, শিমলু গছ।

ধিয়াই—ধ্যান কৰি।

ধীৰ—ধৈৰ্য্যশীল, পণ্ডিত, গহীন, গম্ভীৰ।

ধীৱৰ—কৈৱৰ্ত্ত।

ধূৰ্জ্জতি—শিৱ।

ধূসৰ—ঈসৎ পাণ্ডুবৰ্ণ, ধূলি, slight pale, dust.

ধূম্ৰবৰ্ণ—শ্যাম ৰক্ত মিশ্ৰিত বৰ্ণ।

ধৃতি—ধৈর্য্য, স্থিৰতা, patience, endurance.

ধেনু—নৱ প্ৰসূতি গাই, গৰু, a cow.

ধেনুক—এটা অসুৰ।

ধেনুক সূদন—শ্ৰীকৃষ্ণ।

ধৈৰ্য্য—ধীৰতা, স্থিৰ চিত্তে থকা, endurance.

ধ্বনি—শব্দ, sound.

ধ্যান—ধিয়ান, চিন্তা, কোনো এক বিষয়ে অবিচ্ছিনভাবে চিন্তাত নিমগ্ন।

ধ্ৰুব—হৰ, বিষ্ণু, উত্তান পাদৰ পুত্ৰ। উত্তান পাদৰ পুত্ৰ ধ্ৰুবই বিমাতৃ সুৰুচিৰ ব্যৱহাৰত অসন্তুষ্ট হৈ গৃহ ত্যাগ কৰি অৰণ্যত একান্তমনে ভগবানক আৰাধনা কৰিবলৈ লয়। ধ্ৰুবৰ তপস্যাত ভগবান সন্তুষ্ট হৈ সকলোৰে ওপৰত উচ্চ স্থান দিয়ে. (সৰ্ব্বেষামুপৰি স্থানং তব দত্তং ময়া ধ্ৰুব ভগবান উবাচ)

## ন

নকহসি—নকৈ, ধুবুলি,
নৰ ভয়ো তাই ভাবতে কতি ভাগা।
নকহসি বাম মৰসি কতি লাগা॥ (বৰগীত)

নকুল—নেউল, a mongoose

নখচন্দ্ৰ—নখচন্দ্ৰ, মানুহৰ নখৰ গুৰিত থকা অৰ্দ্ধচন্দ্ৰৰ নিচিনা বগা দাগ।

নগ—পৰ্ব্বত, বৃক্ষ, a mountain, a tree.
যত জীৱ জঙ্গম কীট পতঙ্গম
অগনগ জগতেৰি কায়া ;
সবকছু মাৰি পূৰত উহি উদৰ
নাহি কৰতু ভূত দায়া॥

নগনন্দিনী—পাৰ্ব্বতী।

নগ্ন—বিবস্ত্ৰ, নাঙঠ ; naked.

নটবৰ—নৃত্যত শ্ৰেষ্ঠ। নৃত্যপটু।

নন্দ—বিষ্ণু, শ্ৰীকৃষ্ণৰ পিতা।

নন্দনন্দন—শ্ৰীকৃষ্ণ।

নন্দীশ্বৰ—শিৱ।

নপুংসক—ক্লীব, an eunuch.

নপাক—নোৱাৰো।

নভ—আকাশ, the sky

নয়ন—চক্ষু, the eye.

নয়ন আঞ্চোৰ—চকুৰ পানী, চকুলো;
বংশী অধৰে ধৰি, নয়ন
আঞ্চোৰে ভৰি, প্ৰেমৰসে
বৰিষে অমিয়া।
মানিক মুখেৰ কান্তি, দশন
মোতিম পান্তি, প্ৰাণমেৰি
হৰত হাসিয়া॥ (বৰগীত)

নয়ন চকোৰ—চকোৰ চৰাইৰ দৰে
চকু। (চকোৰ-চাকৈ চকোৱা)
সখিহে চলে কানু বিৰিন্দাবনে।
নয়ন চান্দেৰ সুৰা, নয়ন চকোৰ
হুহো,
পিয়া থাকো হেন লয় মনে॥
(বৰগীত)

নয়ন ঢুলায়—চকু ইফালে সিফালে
ঘূৰোৱা, চকুৰ সঞ্চালন।

নয়ন ঢুলায়ত—চকুৰে ধুৱলি কুঁৱলী
দেখা; haziness
শিৰ ফিৰায়ত, নয়ন ঢুলায়ত,
ঘন ঘন আয়ত হাসি।
জ্ঞান বিৰহিত, দুই কদম্বতলে,
একা শুতায়লো আমি॥
(বৰগীত)

নয় বিশাৰদ—নীতি শাস্ত্ৰজ্ঞ।

নৰ—মনুষ্য, মানুহ, a man

নৰক—অসুৰ বিশেষ; পৃথিবীৰ গৰ্ভত
বৰাহৰূপী বিষ্ণুৰ ঔৰসত জন্ম।
এই অসুৰৰ প্ৰতাপত দেৱতা-
সকল স্থিৰেৰে থাকিব নোৱাৰি
যেনি তেনি পলাবলৈ লয়।
বহুত দেৱতাক বন্দী কৰি
আনি নিজৰ ভৃত্যৰ দৰে কামত
লগায়। বিশ্বকৰ্ম্মাৰ কন্যাকে
আদি কৰি দেৱতা গন্ধৰ্ব্ব;
অপেস্বৰী আদি ১৬০০০ কন্যা
আনি পত্নীৰূপে ৰাখে। ইন্দ্ৰৰ
মাতৃ অদিতিৰ কৰ্ণকুণ্ডল, বৰুণৰ
ছত্ৰ আৰু মণি পৰ্ব্বত সকলো
কাঢ়ি আনে। শেষত নৰকৰ
অত্যাচাৰত দেৱতা সকল তিষ্ঠিব
নোৱাৰি শ্ৰীকৃষ্ণৰ ওচৰ চাপে।
শ্ৰীকৃষ্ণই দেৱতা সকলৰ শান্তিৰ
কাৰণে নৰকক বধ কৰি তেওঁৰ
পুত্ৰ ভগদত্তক ৰজা পাতে আৰু
নৰকৰ ১৬০০০ পত্নী উদ্ধাৰ
কৰে।
২। মৃত্যুৰ পিছত মানুহক পাপ
কৰ্ম্মৰ বাবে জীবক শাস্তি দিবৰ

নিমিত্তে ৰখা কুণ্ডসমূহ। বিভিন্ন পাপৰ নিমিত্তে বিভিন্নকুণ্ড। এনে ৮৪ কুণ্ডকে ৮৪ নৰক বোলা হয়। এই কুণ্ডসমূহ হ'ল:
১। বহ্নিকুণ্ড ২। তপ্তকুণ্ড ৩। ক্ষাৰ কুণ্ড ৪। বিটকুণ্ড ৫। মূত্ৰকুণ্ড ৬। শ্লেষ্মকুণ্ড ৭।গৰকুণ্ড ৮। দূষিকা কুণ্ড ৯। কনাকুণ্ড ১০। শুক্ৰকুণ্ড ১১। অসৃককুণ্ড ১২। অশ্ৰুকুণ্ড ১৩। গাত্ৰমলকুণ্ড ১৪। কৰ্ণবিট-কুণ্ড ১৫। মজ্জকুণ্ড ১৬। মাংসকুণ্ড ১৭। নখকুণ্ড ১৮। লোমকুণ্ড ১৯। কেশকুণ্ড ২০। অস্থিকুণ্ড ২১। তাম্ৰকুণ্ড ২২। তীক্ষ্ণকণ্টক কুণ্ড ২৩। লৌহকুণ্ড ২৪। বিষ-কুণ্ড ২৫। ধৰ্ম্মকুণ্ড ২৬। তপ্তসুৰা কুণ্ড ২৭। প্ৰতপ্ততৈলকুণ্ড ২৮। কুন্তকুণ্ড ২৯। কৃমিকুণ্ড ৩০। পূয়কুণ্ড ৩১। সৰ্পকুণ্ড ৩২। যশকুণ্ড ৩৩ দংশকুণ্ড ৩৪। গৰলকুণ্ড ৩৫। বজ্ৰদংষ্ট্ৰকুণ্ড ৩৬। বৃশ্চিককুণ্ড ৩৭। শৰকুণ্ড ৩৮। শূলকুণ্ড ৩৯. খড়্গকুণ্ড ৪০। গোলকুণ্ড ৪১। নক্ৰকুণ্ড ৪২। কাককুণ্ড ৪৩। সঞ্চানকুণ্ড ৪৪। বাজকুণ্ড ৪৫। বজ্ৰকুণ্ড ৪৬। তপ্তপাষাণকুণ্ড ৪৭। তীক্ষ্ণ-পাষাণকুণ্ড ৪৮। লীলাকুণ্ড ৪৯। মসীকুণ্ড ৫০। চূৰ্ণকুণ্ড ৫১। চক্ৰকুণ্ড ৫২। বক্ৰকুণ্ড ৫৩। কূৰ্ম্মকুণ্ড ৫৪। জ্বালাকুণ্ড ৫৫। ভস্মকুণ্ড ৫৬। দগ্ধকুণ্ড ৫৭। তপ্ত শূৰ্ম্মীকুণ্ড ৫৮। অসি-পত্ৰকুণ্ড ৫৯। ক্ষুৰধাৰ কুণ্ড ৬০। সূচীমুখ কুণ্ড ৬১। গোধা-মুখ কুণ্ড ৬২। নক্ৰমুখ কুণ্ড ৬৩। গজদংশ কুণ্ড ৬৪। গোমুখ-কুণ্ড ৬৫। কুম্ভীপাক কুণ্ড ৬৬। কালসূত্ৰ কুণ্ড ৬৭। অব-টোদ কুণ্ড ৬৮। অকন্তুদ কুণ্ড ৬৯। পাংশুভোজ ' কুণ্ড ৭০। পাশবেষ্টকুণ্ড ৭১। শূল-পোত কুণ্ড ৭২। প্ৰকম্পন কুণ্ড ৭৩। উল্কামুখ কুণ্ড ৭৪। অন্ধকূপ কুণ্ড ৭৫। বেধন কুণ্ড ৭৬ দণ্ড তাড়ন কুণ্ড ৭৭। জাল বন্ধ কুণ্ড ৭৮। দেহচূৰ্ণকুণ্ড ৭৯। দলন কুণ্ড ৮০। শোষণ কুণ্ড ৮১। কষ কুণ্ড

৮২। সূৰ্প কুণ্ড ৮৩। জ্বালামুখ-কুণ্ড ৮৪। ভিক্ষকুণ্ড এই চৌৰাশী নৰক কুণ্ড ; ইয়াৰ বাহিৰেও ছুটা নৰক কুণ্ডৰ নাম পোৱা হয় যেনে-ধূম্ৰান্ধ কুণ্ড নাগ বেষ্টন কুণ্ড। মাধৱদেৱৰ বৰগীতত দিছে :

স্থাৱৰ জঙ্গম যত, কীট পশু পতঙ্গম, জনমিলো কতনাহি সীমা।

চতুৰাশী নৰকত, পাইলো দুখ-নানামত, নজানিয়া তোমাৰ মহিমা।

এইদৰে প্ৰায় চৌৰাশী নৰকৰ কথাহে উল্লেখ পোৱা হয়।

নৰহৰি—নৃসিংহ অৱতাৰ, "কেশৱ ধৃত নৰহৰি ৰূপ জয় জগদীশ হৰে।"

নৰ্ত্তকী—নৃত্য কাৰিণী।

নলকুবেৰ—কুবেৰৰ পুত্ৰ ; নল-কুবেৰ আৰু মণিগ্ৰীৱা ছুই ভাতৃয়ে সুৰা পান কৰি বিবস্ত্ৰা হৈ কৈলাসত স্ত্ৰী সহ ক্ৰীড়া কৰি থকাত নাৰদে দেখি শাপ দিয়েঃ শাপত ছুই ভাতৃ জমলা অৰ্জ্জুন ছুজোপা বৃক্ষ হৈ থাকে। দ্বাপৰ যুগত শ্ৰীকৃষ্ণৰ পাদ পদ্মৰ স্পৰ্শত শাপ মুক্ত হৈ পুনৰ গৃহলৈ যায়।

নলিন—পদুম ফুল ;

নলিনজ—ব্ৰহ্মা।

নলিনজ ত্ৰ্যম্বক সুৰপতি বন্দিত, চৰণ প্ৰণত ভৱ নাশং।

চিন্তয়েতম বুধ সেৱক সেৱকী, শিৱজন মানস বাসং॥ ৰামানন্দ।

নৱদল—পদুমফুলৰ কেশৰ সমীপৰ ঠাৰি। পদুম ফুলৰ ফুলিব খবা নতুন পাত।

নৱদ্বাৰ—নখন দুৱাৰ। দুই কাণ, দুই নাক, দুই চক্ষু, মুখ, মল-দ্বাৰ আৰু লিঙ্গ। ন সংখ্যা বুজাবৰ কাৰণে বহুত সময়ত দ্বাৰ বা ৰন্ধ্ৰ ব্যৱহাৰ কৰা হয়। "বিন্দুৰন্ধ্ৰ বেদ চন্দ্ৰ শাকে।" (১৪৯০ শক)

নৱধৰ—নৱ অধৰ।

নৱনিধি—ন বিধ ঐশ্বৰ্য্য যেনে-পদ্ম, মহা পদ্ম, শঙ্খ, মকৰ মুকুন্দ,

কুন্দ, নীল, কচ্ছপ ; আৰু খৰ্ব্ব । অন্য প্ৰকাৰে মুক্তা ; মাণিক, বৈদূৰ্য্য, গোমেদক, বিদ্ৰুম, পদ্মৰাগ, মৰকত, নীল আৰু হীৰা বা বজ্ৰ ।

লাসে লাসে ধেনু দোহ দুধেৰ অবধি ।

মই পুত্ৰ ভৈলো তোৰ ঘৰে নবনিধি ॥ (গীত-শ্ৰীৰাম)

নৱনীত — মাখন, Butter

নবনীতক — ঘৃত, ঘিউ, ghee

নবনীতকণা — মাখনৰ কণা ।

নৱনীৰদ }
নবীন নীৰদ } নতুন মেঘ ।

নৱযৌৱনা — যুৱতী, গাভৰু, a grown up girl.

নৱৰত্ন — ১। বিক্ৰমাদিত্য ৰাজ সভাৰ ন জনা পণ্ডিত, যেনে- ১) ধন্বন্তৰি ২) ক্ষপণক ৩) অমৰ সিংহ ৪) শঙ্কু ৫) বেতাল ভট্ট ৬) ঘটকৰ্পৰ ৮) বৰাহ-মিহিৰ ৯) কালিদাস

২। নবিধ ৰত্ন — (নবনিধি চাওক) গ্ৰহদোষ নিবাৰণ কৰিবৰ কাৰণেও এই ৰত্ন ধাৰণ কৰা হয় । ৰবিগ্ৰহৰ বাবে বৈদূৰ্য্য, চন্দ্ৰৰ বাবে নীল বা পদ্মৰাগ ; মঙ্গলৰ বাবে মাণিক; বুধৰ বাবে বিদ্ৰুম, বৃহস্পতিৰ বাবে মুক্তা, শুক্ৰৰ বাবে হীৰা (বজ্ৰ) শনিৰ বাবে নীল, ৰাহুৰ বাবে গোমেদক আৰু কেতুৰ বাবে মৰকত । (বৈদূৰ্য্যং ধাৰয়েৎ সূৰ্য্যে নীলঞ্চ মৃগ লাঞ্ছনে অবনে-য়হপি মাণিক্যং পদ্মৰাগ শশা-ঙ্কজে । গুৰৌ মুক্তা ভৃগৌ বজ্ৰং শনৌ নীলং বিদুৰ্বুধাঃ । ৰাহৌ গোমেদকং ধাৰ্য্যং কেতৌ মৰকতন্তথা-ইতি দীপিকা)

নহুষ — পাণ্ডৱৰ ঊৰ্দ্ধপুৰুষ ; যযাতিৰ পিতৃ । নহুষে নিজৰ সদ আচৰণৰ কাৰণে আৰু তপস্যাৰ বলত তিনি ত্ৰৈলো-ক্যৰ অধিকাৰী হয় । সেই সময়ত স্বৰ্গত ইন্দ্ৰ নোহোৱাত (ইন্দ্ৰ চাওক) দেৱতাসকলে

নহুষক স্বৰ্গৰ ৰজা পাতিবৰ কাৰণে স্থিৰ কৰে। এনে পদ পোৱাৰ আশা দেখি নহুষৰ অন্তৰত গৰ্ব্বভাৱ হয় আৰু স্বৰ্গৰ লগতে ইন্দ্ৰ পত্নী শচীকো লাভ কৰিবৰ কাৰণে আকাঙ্ক্ষা জন্মে। শচীয়ে তেতিয়া উত্তৰ দিলে যদি নহুষ আবাহনৰ কান্ধত আহিব পাৰে তেন্তে তেওঁক পতি হিচাবে গ্ৰহণ কৰাত আপত্তি নাই। এই কথাত নহুষে এখন দোলা নিৰ্ম্মান কৰি অগস্তি মুনিকে আদি কৰি কেইজনমান ব্ৰাহ্মণক তেওঁ আৰোহন কৰা দোলা নিবৰ কাৰণে নিৰ্দ্দেশ দিয়ে; কিন্তু নহুষ দোলাৰ ওপৰত উঠি যাওতে তেওঁৰ ভৰি ব্ৰাহ্মণৰ গাত লাগে, ইয়াতে অগস্ত্যাই দুখ পাই তেওঁক অজগৰ হৈ থাকিবলৈ শাপ দিয়ে। লগে লগে নহুষ স্বৰ্গৰ পৰা পৰি এটা ডাঙৰ অজগৰ হৈ পৃথিবীৰ এটা শিতনি পুখুৰীত পৰি থাকিল। নহুষৰ পৰা প্ৰায় ৪০ পুৰুষৰ পিছত সেই বংশতে জন্ম গ্ৰহণ কৰা পঞ্চপাণ্ডৱে বনবাসত থাকোতে নৈমিষাৰণ্যৰ পৰা অন্য ঠাইলৈ যাওতে বাটত পিয়াহ লগাত সহদেৱক পানী বিচাৰি পঠায়। সহদেৱে সেই অজগৰ পৰি থকা পুখুৰীৰ পৰা পানী আনিবলৈ ধৰাত অজগৰে বাধা দিয়ে। সহদেৱে সেই বাধা নমনাত অজগৰে সহদেৱক ধৰি নি পিতনিত সুমাই থয়। এই-দৰে এজনৰ পিছত এজনকৈ চাৰিজনক পিতনিত সুমাই থোৱাৰ পিছত যুধিষ্ঠিৰ যায়। যুধিষ্ঠিৰকো পানী খাবলৈ মানা কৰি কয়, "যদি তুমি মোৰ চাৰিটা প্ৰশ্নৰ উত্তৰ দিব পাৰিবা তেন্তে পানী খাব পাৰিব।" যুধিষ্ঠিৰে তেতিয়া প্ৰশ্নকেইটা সোধাত অজগৰে কলে, "এই সংসাৰত সবাতোকৈ বহলকি? সবাতোকৈ উচ্চ কি? অতি বেগৱন্ত কি? আৰু সবাতোকৈ শ্ৰেষ্ঠ কোন?" যুধিষ্ঠিৰে উত্তৰ

দিলে, পৃথিবীতকৈ বহল নাই; আকাশতকৈ উচ্চ নাই, মনৰ সমান বেগৱন্ত কোনো নাই আৰু বিষ্ণুতকৈ শ্ৰেষ্ঠ কোনো নাই। অজগৰে যুধিষ্ঠিৰৰ উত্তৰত সন্তুষ্ট হৈ নিজৰ পৰিচয় দি চাৰিজনক এৰি দিয়ে আৰু পূৰ্ব্বৰ অগস্তি মুনিৰ বাক্য মতে শাপ মুক্ত হৈ স্বৰ্গলৈ যায়।

নাক – নাসিকা ; স্বৰ্গ ; সুৰলোক, ত্ৰিদশালয়,

নাকায়ী – নকৰা ; নকুৰে,

জাকেৰি চাকেৰি কৰতহোঁ গতি পাতকী পায়।

শঙ্কৰ কহ সোহি হৰিকো কতি ভকতি নাকায়ী

নাছোৰা – নেৰা

নাৰায়ণ কাহে ভকতি কৰো তেৰা।

মেৰি পামৰু মন, মাধৱ ঘনে ঘন, ঘাতুক পাপ নাছোৰা।

নাগেৰ (নাগৰেয়ক – নগৰ সম্বন্ধীয়) নগৰত থকা চতুৰ লোক, ধুন মাৰি ধুনীয়াহৈ ফুৰা লোক, বঙ্গিয়াল লোক।

সখিহে বিনন্দীয়া নাগেৰ কানাই।

ময়ুৰ পুচ্ছে শোহে, হাসি হাসি মন মোহে, চিত্ত আৰ ধৰণ নৰাই॥ (গীত- ৰামানন্দ)

নাগেৰী – নগৰৰ তিৰোতা

আজু যত নাগেৰী, কৰত নয়ন ভৰি, মুখ পঙ্কজ মধুপানা

হামাৰ বঙ্ক বিধি, হাতে হৰাল নিধি, কৃষ্ণৰ কিঙ্কৰ ৰস ভানা। (বৰগীত)

নাগৰা – ধুনীয়া।

সকল কলা ৰস সিন্ধু নাগৰা।

মাধৱ কহ গতি গোবিন্দ সেৱা॥ (বৰগীত)

নাচতু—নচা

নাছোৰা—নেৰা, এৰি নিদিয়া

নাঠি – নাশি, নষ্ট কৰি

নাথ – গৰাকী, প্ৰভু, স্বামী, ভৰ্ত্তা।

নাথৱন্ত – গৰাকী যাৰ আছে, যাৰ স্বামী আছে, পৰাধীন।

নাদ – শব্দ।

নান্দী – নাটক আদিৰ আৰম্ভণিতে

ভগবানৰ বা দেৱতাৰ উদ্দেশ্যে- কৰা স্তুতি পাঠ।

নান্দীমুখ—পিতৃগণৰ পূজা। সচ পিত্ৰাদিত্ৰিকং মাতামহাদি ত্ৰিকঞ্চ। ইতি গোভিল সূত্ৰম্॥ বিবাহ আদি কাৰ্য্যৰ আগত, তীৰ্থলৈ যোৱাৰ আগত আৰু তীৰ্থৰ পৰা ঘূৰি আহি এই নান্দীমুখ শ্ৰাদ্ধ কৰা বিধি। "অন্ন প্ৰাশেচ সীমন্তে পুত্ৰোৎ- পত্তি নিমিত্তকে। পুংসবনে নিষেকেচ নববেশন প্ৰবেশনে। দেব বৃক্ষ জলাদীনাং প্ৰতিষ্ঠায়াং বিশেষত:। তীৰ্থযাত্ৰা বৃষোৎ- সৰ্গে বৃদ্ধি শ্ৰাদ্ধং প্ৰকীৰ্ত্তিতম্। ইতিমৎস্য পুৰাণে॥ কূৰ্ম্ম পুৰাণে-তীৰ্থ যাত্ৰা সমা- ৰম্ভে তীৰ্থ প্ৰত্যাগমেষু চ॥"

নাবিন্থক—নাপাহুৰো।

বৃন্দাবন বৈৰী হামাৰি ভেলি।
পেখিতে নাবিন্থক গোপাল কেলি॥ (বৰগীত)

নামাপৰাধ—নামৰ অপৰাধ, সাধু- লোকক নিন্দা কৰা, বেদক নিন্দা কৰা, গুৰুকহেলা কৰা, হৰিৰ নামত অৰ্থবাদ কৰা, হৰিৰ নামে তাৰিব এই বুলি পাপ কৰ্ম্ম কৰা, আন লোকে ভগবানৰ নাম কীৰ্ত্তন কৰোঁতে তালৈ মনোযোগ নিদিয়া আদি কৰ্ম্ম। (কীৰ্ত্তনৰ ৪৮ৰ পৰা ৭১ চাওক)

নায়ক—নেতা, শ্ৰেষ্ঠ, সেনাপতি, a leader

নায়িকা—দুৰ্গাশক্তি।

নাৰদ—দেবৰ্ষি বিশেষ।

নাৰায়ণ—বিষ্ণু, ভগবান।

প্ৰকৃতি পুৰুষ, দুইটো কৰি পৰ,
দুইহানো নিজ কাৰণ।
পৰম ঈশ্বৰ, নামক ধৰিয়া আছা
তাতে নাৰায়ণ॥ (১৭১-ঘোষা)
নাৰায়ণ নাম নৰসমস্তৰ
প্ৰসিদ্ধটোৰ বিশেষ।
অনেক জন্মৰ, সঞ্চিত পাতক,
স্মৰণে হৰে নিঃশেষ॥
(৩৩০-ঘোষা)

"সাৰূপ্যমুক্তি বচনো নাৰেতি চ বিষ্ণুৰ্ধা। যো দেবো অপায়নং

তস্ত স চ নারায়ণঃ স্মৃতঃ।
নারশ্চ কৃত পা প্রাশ্চা পায়নং
গমনঃ স্মৃতম্। যতো হি গমনং
তেষাং সোহবং নারায়ণ স্মৃতঃ
ইতি শব্দ কল্পদ্রুম।

নারী—স্ত্রী, যোষিৎ; অবলা, যোষা, মহিলা, সিন্দুর তিলক।

নায়ে—নাহে।

নাসা—নাসিকা, নাক, nose.

নাসেরিলো—সেরা নকরিলো।

হরি এ করুণাময়, মুই পাপী
কিবা কাম কৈলো।
এ ভব সাগরে মজি মৈলো।
অভয় চরণে নাসো রিলো॥
(বরগীত)

নাহেরি—মনত পরি, সুঁরি,

তব পদ পঙ্কজ জীবন আধারু
তাহে নাহেরি হরি বহয়ে
নপারু॥ (কেলি গোপাল)

নাহোই—নহয়

কহয় মাধর শুনহ নরলোই।
রাম বিনে কতি মুকুতি
নাহোই। (বরগীত)

নিক—নির্ম্মল, নিকা; neat and clean.

আরক্ত অধর মাণিক নিরু
দশনা।
শ্যাম শরীর পরিত পীত
বসনা॥ (বরগীত)

নিকট—ওচর; proximity.

নিকর—সমূহ, ন্যায়মতে দিব লগা ধন, নিধি ইতি মেদিনী।

ব্যাধি নিকরে রুক পীড়িত
মন্দা।
ঐচন তাপ পারত তোহো
আন্ধা (শ্রীরাম)

নিকরুণ—করুণাহীন, নিদারুণ; cruel

দেখু সখি ঐছন নিকরুণ কান।
পয়োধর অধর দশন নখ হান।
(কেলি গোপাল)

নিকার—নরক, নিরয়, দুখ।

ই তিনি ভুবনে হায়ো জনম-
ধরলো হরি
উচ্চ নীচ দেহে বারে বার।
নানা নরককুণ্ডে পরি পরি হেথ
মুণ্ডে
পার নাহি ভুজিলো নিকার॥

(গীত-শ্ৰীৰাম)

নিকাৰা — দুঃখ, কষ্ট, sufferings, distress.

নিকুঞ্জ — চাৰিওফালে লতা আদিৰে আবৃত কৰি মাজত থকা শূন্য ঠাই ।

নিগড়ে — বৈ যোৱা, লাহে লাহে ওলাই বৈ পৰা, বাহিৰ হোৱা

আগো মঞি কি কহবো দুখ ।
পৰাণ নিগড়ে নেদেখিয়া চান্দ
মুখ ॥ বৰগীত ।

নিগড়—শিকলি, জিঁজিৰি, a fetter, a chain

নিগম—বেদ,

নিগূঢ়—গুপ্ত, সহজে বুজিব নোৱাৰা ; abstrus, profound.

নিত — নিত্য, স্থায়ী, নিতৌ, everlasting, permanent, daily

অঘট ঘটন পটু চাতুৰী যোনিত
অনিত সমান সব হোই ।
যতয়ে অনিত নিতসম ভাৱত,
ঐসব চাতুৰী হৰিতোই ॥

(বৰগীত)

নিতম্ব— তিৰোতাৰ কঁকালৰ তলৰ পিঠি ভাগ । the buttocks.

নিতৰে — নিস্তাৰ হোৱা, তৰা, ভৱ-সাগৰৰ পৰা পাৰ পোৱা ।

নাম পঞ্চানন নাদে পলায়ত্ত
পাপদন্তী ভয় ভীত ।
বুলিতে এক, শুনিলে শত
নিতৰে, নামধৰম বিপৰীত ॥
(বৰগীত)

নিতম্ব—নিতম্ব । the buttock.

নিতি—নিতৌ, প্ৰতিদিনে, daily.

নিদানা—মূল কাৰণ, আদি কাৰণ, Primary cause.

বোল হু ৰাম নামেসে মুকুতি
নিদানা ।
ভৱবৈতৰণী তৰণী সুখ সৰণী,
নাহি নাহি নাম সমানা ॥
(বৰগীত)

নিধি — ধন, ঐশ্বৰ্য্য, Wealth, treasury.

নিন্দ—নিদ্ৰা, টোপনি, Sleep.

নাৱে নয়নে নিন্দ, নাহি অন্ন
পান ।

হা হৰি বুলিতে তেজয় থৈছে প্ৰাণ ॥ (বৰগীত)

নিবেশিত—মনোযোগ দিয়া, সুমাই দিয়া, ঢোৱা, প্ৰবেশ কৰা।

ভ্ৰুব মদনধনু তথিয়ে নিবেশিত বঙ্কিম নয়নে পঞ্চবান।
অমিয়া মধুৰ বাণী মোহ মন্তৰ জপি, ঘনে ঘনে কৰতু সন্ধান ॥ (বৰগীত)

নিবেশিয়া—প্ৰবেশ কৰি, সোমাই, হাতদি দেখুৱা।

থালীউদৰে হৰি, হাত নিবেশিয়া দেখত বোলত বাণী।
আপোন তনয়কহো দুখ দেখিয়ে-মাই নয়নে জুৰায়ত পানী ॥ (বৰগীত)

নিয়ম—কাৰ্য্যৰ বিধি যেনে শৌচ, সন্তোষ, স্বাধ্যায়, তপ আৰু ঈশ্বৰ প্ৰণিধান।

নিৰয়— নৰক, দুৰ্গতি, Sufferings

শাৰঙ্গ পাণি পাহে পামৰমতি হামি।
নিৰয় নিবাৰ, আৱৰি নাহি হেৰছ, বিনে চৰণ তমু স্বামী (বৰগীত)

নিৰমল—নিৰ্ম্মল, পবিত্ৰ, Pure

নিৰমিল—নিৰ্ম্মাণ কৰা, সৃজন কৰা, to creat.

নিৰজাল—নিৰ্জ্জন, জনশূন্য, নাশ কৰা, solitary

নিৰঞ্জন—নিৰ্ম্মল, দীপ্তিমন্ত, পৰমেশ্বৰ, অহঙ্কাৰ আদিয়ে নষ্ট কৰিব নোৱাৰা,

অহঙ্কাৰ আদি একোৱে উপাধি, কৰিতে নপাৰে ছয়।
এহিসে কাৰণে, মহন্তসকলে, বোলে তাঙ্ক নিৰঞ্জন ॥ ঘোষা।

নিৰণ্ঠুক—কোনো সম্বন্ধ নথকা, বলহীন,

ইহাত আমাক দোষ নিদিব বিস্তৰ।
ক্ষমাসে ভূষণ মহামহন্ত সৱৰ ॥৯
নাহিকে শৃঙ্খল গ্ৰন্থ অতি নিৰণ্ঠুক।
তাৰপদ কৰি কোনে মিলাইবে কৌতুক ॥ (নাম মালিকা)

নিৰন্তৰে—ছেদ নোহোৱাকৈ, অনৱৰত, সদায়, incessantly.

নিৰাকাৰ—আকাৰ শূন্য,যাৰ কোনো আকাৰ নাই, ব্ৰহ্ম।

সাকাৰঞ্চ নিৰাকাৰং সগুণং নিৰ্গুণং প্ৰভুম্।
সৰ্ব্বধাৰঞ্চ সৰ্ব্বঞ্চ স্বেচ্ছাৰূপং নমাম্যহম্॥
যতেক প্ৰকৃত, আকাৰ বৰ্জ্জিত, ভৈলন্ত বিহেতু হৰি।
সেহিহেতু তেসে, নিৰাকাৰ নাম আছন্ত ঈশ্বৰে ধৰি॥
(ঘোষা-১৬২)

নিৰাকৃত—নিৰস্ত কৰা, খণ্ডিত কৰা, মিছা কৰা।

নিৰাচাৰ—আচাৰশূন্য, অনাচাৰ। improper conduct, immoral.

নিৰানন্দ — আনন্দিত নোহোৱা, আনন্দৰ অভাৱ।

নিৰাময়—ৰোগহীন, নীৰুজ, ঈশ্বৰ, পৰমেশ্বৰ, ভগৱান, free from disease god.

সত্ত্ব, ৰজ, তম তিনিগুণ বৃত্তি, লুপ্ত তাৰ নকৰয়।
সেহিসে কাৰণে, বেদশাস্ত্ৰ গণে, বোলে তাৰ নিৰাময়॥
(ঘোষা)

নিৰামিষ—মাছ মাংস নোহোৱা আহাৰ, food other than meat and fish.

নিৰাশা— আশাহীন; বাঞ্ছাহীন, having no hope.

নিৰাশ্ৰয়—আশ্ৰয় নোহোৱা, সহায় বা ৰক্ষক নথকা, having no protector, helpless.

নিৰীক্ষণ— দূৰৰপৰা দৃষ্টি দিয়া, looking at (from a distance.)

নিৰুক্ত—বেদৰ অঙ্গশাস্ত্ৰ; বেদাঙ্গশাস্ত্ৰ বিশেষ। শব্দ, বিজ্ঞান শব্দৰ ৰূপ আৰু ধাতুৰ প্ৰকৰণ, পৰিভাষা আৰু অপ্ৰচলিত শব্দৰ পৰিভাষা আদিৰ বিশ্লেষণ ব্যাখ্যা থকা শাস্ত্ৰ। নিৰুক্তৰ তিনিটা ভাগ, যেনে— নৈঘণ্টুক, নৈগম আৰু দৈৱত। Etymology and glossary

নিৰুপদ্ৰৱ—উপদ্ৰৱ নথকা, সঙ্কট শূন্য, free from danger.

নিৰুপম— অনুপম, তুলনা নথকা, in comparable.

নিবেখি—(নিৰীক্ষণ) দেখা, চোৱা, looking at.

নিৰোধ— বাধা, ভেঁটা, নাশ check, restraint

নিৰ্গুণ—সত্ত্ব, ৰজ আৰু তম তিনি গুণৰ অতীত, পৰমেশ্বৰ। (সত্ত্বৰজস্তমো গুণাতীতঃ। পৰমেশ্বৰ ইতি শব্দ কল্পদ্ৰুম্)

নিৰ্জ্জন — জন শূন্যস্থান, মানুহ নথকা ঠাই, a solitary place.

নিৰ্জ্জিত—পৰাজিত, পৰাজয়, বশী-ভূত, defeated

নিৰ্জ্জীৱ— জীৱাত্মা শূন্য, প্ৰাণ নথকা ; inanimate dead.

নিৰ্ণয়—নিশ্চয়, স্থিৰতা

নিৰ্দ্দয়—দয়া শূন্য, নিমৰমিয়াল, নিষ্ঠুৰ ; unkind.

নিৰ্ব্বাণ— নিবৃত্তি, ঈশ্বৰত লয় পোৱা, মুক্তি, the total emancipation of the individual soul from matter and from the necessity of re-intera-ted birth (হেমকোষ)

নিৰ্ম্মালি—(১) ঈশ্বৰ বা দেৱতাৰ উদ্দেশ্যে অৰ্পন কৰা ফুল আদি (২) সত্ৰত সত্ৰাধিকাৰসকলে কৰা পকামিঠৈ। এই পকা-মিঠৈ বা নিৰ্ম্মালি দিয়া সেৱাক বহুত সত্ৰত সমূহ সেৱা বুলি কয়, এই সেৱাৰ খৰচ সত্ৰা-ধিকাৰ টকাত দহ ভাগ আৰু ভকতসকলৰ ছভাগ।

নিলয়— বাসস্থান, নিবাস, গৃহ, a house .

নিশাকৰ—চন্দ্ৰ, the moon.

নিশাচৰ— ৰাক্ষস, ভূত, সৰ্প, শিয়াল।

নিশাপতি—চন্দ্ৰ, the moon

নিশাপুষ্পম্— ভেঁটফুল, উৎপল, the water lily.

নিশামণি—চন্দ্ৰ, the moon.

নিশামৃগ —শিয়াল, a jackal.

নিশুম্ভ—দানৱ বিশেষ ; শুম্ভ আৰু নিশুম্ভ দুটা কশ্যপৰ পুত্ৰ।

দুইজনে অমৰত্ব লাভ কৰিবৰ কাৰণে ৫০০০ বছৰ শিৱক আৰাধনা কৰে ; দৈত্যৰ তপস্যা দেখি দেৱতাসকলে ভয় কৰি তপস্যা ভঙ্গ কৰি বৰ কাৰণে ৰম্ভা আৰু তিলোত্তমাক পঠাই দিয়ে। এই দুই গৰাকী অপে-স্বৰীয়েই তেওঁলোকৰ তপস্যা ভঙ্গ কৰাত কৃতকাৰ্য্য হয় আৰু অপেস্বৰীসকলৰ লগত ৫০০০ বছৰ কাল কটোৱাৰ পিছত মোহ ভঙ্গ হৈ তেওঁ-লোকক স্বৰ্গলৈ পঠাই দি পুনৰ তপস্যা আৰম্ভ কৰে। এইবাৰ শিৱই তেওঁলোকৰ তপস্যাত সন্তুষ্ট হৈ দেৱতা সকলতকৈ অধিক শক্তিশালী হবৰ কাৰণে বৰ দিয়ে। বৰ পাই দুই দৈত্যাই দেৱতাসকলক যুদ্ধত পৰাজয় কৰি স্বৰ্গচ্যুত কৰে। শেষত দেৱতাসকলৰ অনুৰোধত দুৰ্গাই দুই এই দৈত্যক নিধন কৰে।

**নিশেষ**—শেষ বা বাকী নথকা ; সম্পূৰ্ণ, আশা ত্যাগ কৰা ; completed, ended.

কৃষ্ণ নাম যশ, পৰম অমিয়া ৰস,
গায়ত মুকুত নিশেষ।
পৰম মুৰুখ মতি, কহয় মাধৱ
দীন, শঙ্কৰ গুৰু উপদেশ।
(বৰগীত)

**নিষাদ**—চণ্ডাল, ব্যাধ, ধীবৰ a very low caste person. a hunter, a fisherman.

**নিষ্ক্রান্ত**—বাহিৰলৈ যোৱা নিৰ্গত, gone out.

**নিষ্পাপী**—পাপ শূন্য, পবিত্ৰ, a sinless, pure.

**নিষ্প্ৰয়োজন**—আৱশ্যক নোহোৱা ; absence of necessity.

**নিসফিয়া**—সিঁচি পেলোৱা ; scattered about

খায়া দায়া নিসফিয়া লৱঙ্গু
কৈলি নাশ।
মাৰিয়া শিখাইবো আজি আৱৰ
নেবাস ॥ (বৰগীত)

**নিস্পৃহ**—স্পৃহা শূন্য, আকাঙ্ক্ষা হীন, হেঁপাহ নোহোৱা, not desiring anything.

নিশ্বান—শব্দ, a sound.

নিহাল—১। চোৱা, দৃষ্টি কৰা, observe, to look at.

প্ৰসেনৰ পথে চলি যান্ত বনমালী।

প্ৰবন্ধে ঘোঁৰাৰ সিটো খোজক নিহালি ॥ ১৪২২ (কীৰ্ত্তন)

২। শিকলি, fetters

ভাগিল নিহাল ভৈল মেলান কপাট।

দেখি ভয়ে যমুনা আপুনি দিলা বাট ॥ ৬৬৬ কীৰ্ত্তন।

নীচু—তল, চাপৰ ঠাই, lowland

নীৰ—জলম্, পানী, water

নীৰজ—পদুম ফুল, মুক্তা, a lotus, a pearl,

কপালে চন্দনৰাজে, আভীৰ বালক মাজে,

মেঘমহ মৈছন চান্দ।

নীৰজ নয়ন বয়নবৰ বাৰিজ, জলমল মোহন কান্দ ॥ (গীত-শ্ৰীৰাম)

নীৰজুৰি—চকুৰ পানী বৈ গোৱা।

নীৰদ—মেঘ, the cloud.

নীৰনিধি—সমুদ্ৰ, সাগৰ, the ocean.

নীৰধি—সমুদ্ৰ, সাগৰ, the ocean.

নীৰুজ—নিৰোগ, কোনো ঘাঁ আদি নলগা, healthful,

খানিকো নভৈল ঘাৱ, কৃষ্ণৰ নীৰুজ গাৱ।

দেখিয়া কৌতুক পাইলো বৰে।

ধেনুবৎস আগেকৰি, আনন্দে আসন্ত হৰি

আমি সৱে আসিলো লৱৰে ॥ (বৰগীত)

নীলকণ্ঠ—শিৱ, ময়ুৰ চৰাই, Siva, a Peacock.

নীলকমল—নীলবৰণীয়া পদুম, a blue lotus.

নীলগ্ৰীব—শিৱ।

নীলতৰু—নাৰিকল, the cocoa-nut, Palm and its tree.

নীলমণি—এবিধ বৰ মূল্যবান মণি।

নীলবস্ত্ৰ—নীল বৰণীয়া বস্ত্ৰ, বলৰাম।

নীলাম্বৰ—বলৰাম।

নূপুৰ—নেপুৰ, a tinkling ornament for the feet.

নৃকেশৰী—নৰসিংহ অৱতাৰ।

নৃপাসন—সিংহাসন, ভদ্ৰলোকৰ আসন।

নৃযজ্ঞ—অতিথি সেৱা,

অধ্যাপনং ব্ৰহ্মযজ্ঞ, পিতৃযজ্ঞস্তু তৰ্পনম্। হোমোদৈবো বলি-ৰ্ভৌতো, নৃযজ্ঞ অতিথি পূজ-নম ইতি মন্থু।

নৃসিংহ—বিষ্ণু, নৰসিংহ অৱতাৰ।

নৃসিংহ চতুৰ্দ্দশী—বহাগ মাহৰ শুক্লা চতুৰ্দ্দশী। বহাগ মাহৰ শুক্লা চতুৰ্দ্দশী দিনত নৃসিংহ অৱতাৰ হয়।

নেট—পাটৰ কাপোৰ,

নেটৰ আঞ্চোল, কৰে জলমল,
পাৱে পৰিমল বাসে।
ওহি ৰূপে মন, মজোক
হামাৰ, কহয় মাধৱ দাসে॥
(বৰগীত)

নেত্ৰ—চকু, the eye.

নেত্ৰপিণ্ড—মেকুৰী, the cat.

নেত্ৰযোনি—ইন্দ্ৰ।

নেহা—মৰম, স্নেহ, affection.

নেহাৰি—মনত পৰি, সুঁৰৰি; recollecting, remembering.

বহুৰি গৌৰী, গোপাল প্ৰাণ
নেহাৰি ফোকাৰে নিশ্বাস
চলয়ে নাহি চৰণা; নয়ন পুৰিত
বাৰি॥ (কেলি গোপাল)

নৈবেদ্য—ঈশ্বৰ বা দেৱতা আদিৰ উদ্দেশ্যে নিবেদন কৰা খাদ্য।

নৈমিত্তিক কৰ্ম্ম—কোনো এক বিশেষ উদ্দেশ্যেৰে কৰা কৰ্ম্ম যেনে—যজ্ঞ, শ্ৰাদ্ধ, পূজা আদি।

নৈৰাশা—নিৰাশ; হতাশ; having no hope, disappointed

শ্ৰীকৃষ্ণক নৈৰাশা শুনিয়ে দিশ
দশ অন্ধিয়াৰি দেখিয়ে মূৰ্চ্ছিত
হুয়া তৎকালে পৰল, সৈচে
কদলিক বাতে উপাৰল।
(ৰুক্মিণীহৰণ)

নৈঋ ত—ৰাক্ষস, দক্ষিণ পশ্চিম কোণৰ অধিপতি সূৰ্য্য।

নৈষ্ঠিক—ধাৰ্ম্মিক, ঈশ্বৰত ভক্তি থকা; faithful to God

and deities

নৈসৰ্গিক — স্বাভাবিক, আপুনি হোৱা।

ন্যায়শাস্ত্র — যুক্তি বিচাৰ কৰা শাস্ত্ৰ, কাৰ্য্যৰ পৰা কাৰণ আৰু কাৰণৰ পৰা কাৰ্য্য শিক্ষা দিয়া পুথি ; তৰ্ক শাস্ত্ৰ।

নূন্যাধিক — অলপ কম বা বেচি ; a little more or less.

## প

পক্কান্ন—সিজোৱা ৰন্ধা আহাৰ, ভাত, ওদন, cooked food

পখালন — ধোৱন, the act of washing.

পঙ্কজ— পদুম ফুল ; a lotus.

পঙ্কজ দল গতনীৰ — পদুমৰ পাহিত লাগি থকা পানী।

পঞ্চকৰ্ম্মেন্দ্ৰিয় — হাত, ভৰি, বাক, গুহ্যদ্বাৰ আৰু লিঙ্গ।
hands feet, mouth, anus and gental

পঞ্চগব্য — গকৰ এৱা গাখীৰ দৈ গাখীৰ, ঘিউ, গৰুৰ মূত আৰু গৰুৰ গোবৰ এই পাঁচ বস্তু, a collection of five articles derived from the cow viz. milk curd, ghee, urine and dung.

পঞ্চচিহ্ন — বিষ্ণুৰ পাদ পদ্মৰ তলত থকা ৫ টা চিহ্ন, যেনে, অঙ্কুশ পদ্ম, ধ্বজ, বজ্ৰ আৰু যৱ। এই পঞ্চ চিহ্নৰ অঙ্কুশে ৰুদ্ৰক, পদ্মই ব্ৰহ্মাক ধ্বজই বায়ুক বজ্ৰই ইন্দ্ৰক আৰু যৱই লক্ষ্মীক বুজায় (হৰিচাওক)

পঞ্চজ্ঞানেন্দ্ৰিয় — কৰ্ণ, চক্ষু, জিহ্বা, নাসিকা আৰু চৰ্ম্ম।
ear, eys, tongue nose, and skin.

পঞ্চত্ব — মৃত্যু, death.

পঞ্চতন্মাত্ৰ—ৰূপ, ৰস, পৰশ, শব্দ আৰু গন্ধ, loveliness, taste, the act of touching, sound and smell.

পঞ্চদীৰ্ঘ—কৃষ্ণৰ দীঘল পঞ্চ অঙ্গ, যেনে—নয়ন, গ্ৰীবা, (ডিঙি) বাহু পদ আৰু আঙ্গুলি, (৩৯৬ ঘোষা চাওক)

the eyes, the neck, the arms, the feet and the fingers.

পঞ্চানন—শিৱ, সিংহ, Siva, a lion.

নাম পঞ্চানন নাদে পলাৱন্ত পাপদন্তী ভয় ভীত।
বুলিতে এক শুনিতে শত নিতৰে নাম ধৰম বিপৰীত। (বৰগীত)

পঞ্চবদন—শিৱ।

পঞ্চবাণ—কামদেৱৰ সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন এইবোৰক পঞ্চবাণ বোলা হয়। ৰঙা পদুম, নীলা পদুম, অশোকৰ ফুল, আমৰ ফুল আৰু নৱমল্লিকাৰ ফুল এই পঞ্চ পুষ্প শৰ।

এতেকে বাণ বুলিলে পাঁচ সংখ্যাকো বুজোৱা হয়, যেনে—চন্দ্ৰ বেদ, ঘোঁৰা বাণ, শকে ভৈলা জন্ম ভান = চন্দ্ৰ ১ বেদ = ৪, ঘোঁৰা = ৭ আৰু বাণ = ৫ এতেকে ১৪৭৫ শক শ্ৰীমন্ত মাধৱদেৱৰ "কেমনে পাইবো হৰিচৰণ তোৰে" এই বৰগীতত থকা, ৰূপ, ৰস আদি এবাণে" ইয়াত বাণ শব্দই পঞ্চতন্মাত্ৰহে বুজাইছে।

পঞ্চবৃক্ষ—স্বৰ্গত থকা পাঁচজোপা বৃক্ষ, যেনে— পাৰিজাত মন্দাৰ, পাৰিজাত, সন্তান, কল্পবৃক্ষ আৰু হৰিচন্দন।

পঞ্চৈতে দেৱতৰৱো মন্দাৰঃ পাৰিজাতকঃ।
সন্তানঃ কল্পবৃক্ষশ্চ পুংসি বা হৰিচন্দনম্॥ (ইতি অমৰ স্বৰ্ণবৰ্গ ৪৭)

পঞ্চভূত—(পাঁচ মূল পদাৰ্থ) পৃথিবী, আকাশ, পানী, বায়ু আৰু জুই পাঁচমূল পদাৰ্থ; the five elements viz earth, air, water and fire

পঞ্চম—(১) পাঁচ, পাঁচনম্বৰ, fifth number.

২) গীতৰ এটা সুৰ। কল্লিনাথৰ মতে ৬টা ৰাগৰ পঞ্চম এটা ৰাগ, কিন্তু ভৰতৰ মতে ভৈৰৱ ৰাগৰ

অষ্টম পুত্ৰ (ৰাগ চাওক)

পঞ্চমকাৰ—গুপ্তসাধন তন্ত্ৰমতে পঞ্চতত্ত্ব এই পাঁচটা হ'ল- মদ, মাংস, মৎস্য, মুদ্ৰা (ভজাবস্তু) আৰু মৈথুন (ৰতিক্ৰিয়া)।
যথা মদ্যং মাংসং তথা মৎস্যং মুদ্ৰাং মৈথুন মেবচ।
পঞ্চতত্ত্বমিদং দেবি নিৰ্ব্বাণ মুক্তি হেতবে।" the fire essentials of worship according to the doctrine held by the heterdox followers ofthe tantras viz spirituous liquor, flesh, fish, friedgram and capulation.

পঞ্চমবুলাই—গীতৰ পঞ্চম ৰাগত (সুৰত) গোৱা।

পঞ্চমহাযজ্ঞ— গৃহস্থই প্ৰতিদিনে কৰিব লগা পঞ্চনিত্য কৰ্ম্ম।
হোম, তৰ্পন, বলিদান, শ্ৰাদ্ধ আৰু সমভাব।
পিতৃ ভূতপতি দেৱ ঋষি সুহৃদৰ।
উপজিলে আসন্নাৰ ঋণী হোৱে নৰ॥
হোমে দেৱ ঋণ সুঝে তৰ্পনে ঋষিৰ।
বলিদানে ভূত শ্ৰাদ্ধ আদিয়ে পিতৃৰ॥
সমভাৱে সুহৃদ সবৰ সুঝে ঋণ।
এতিভাৱে ঋণী সদা ভকতি বিহীন॥

পঞ্চমুহ—শিৱ, সিংহ আৰু ব্ৰহ্মা
শিবস্তত্ৰ স্থিতঃ সাক্ষাৎ সৰ্ব্ব পাপ হৰ। শুভঃ। সুত পঞ্চমুখঃ খ্যাতো লোকে সৰ্ব্বাৰ্থ সাধকঃ।
পঞ্চব্ৰহ্মাত্মকো যস্মাত্তেন পঞ্চমুখঃ স্মৃতঃ। (ব্ৰহ্মা চাওক)

পঞ্চমেপায়—পঞ্চম ৰাগত গোৱা গীত।

পঞ্চজন—শঙ্খৰ ৰূপধাৰণ কৰি সাগৰত বাস কৰা এটা দৈত্য। এই দৈত্যাই শ্ৰীকৃষ্ণৰ শিক্ষা গুৰু সান্দিপনি ঋষিৰ পুত্ৰক ধৰি নিয়ে। পিছত শ্ৰীকৃষ্ণই সেই দৈত্যক বধ কৰি ঋষিৰ পুত্ৰক উদ্ধাৰ কৰে আৰু দৈত্যৰ খোলাৰে শঙ্খ কৰে, এই শঙ্খৰ

নাম হয় পাঞ্চজন্য।

পঞ্চৰত্ন—পাঁচবিধ ৰত্ন, যেনে-সোন, ৰূপ, মুকুতা, ফটিক আৰু তাম। অন্যমতে কনক, হীৰা, নীলমণি, পদ্মৰাগ, আৰু মুক্তা।

পঞ্চামৃত— একেলগে গোটোৱা পাঁচ বিধ অমৃত অর্থাৎ অতি সোৱাদ স্বাস্থ্যকৰ বস্তু, যেনে-এৱা গাখীৰ, দৈ গাখীৰ, চেনি, ঘিউ আৰু মৌ, "দুগ্ধংস শর্কৰঞ্চৈব ঘৃতং দধি তথা মধু। পঞ্চমৃতমিদং প্রোক্তং বিধেয় সর্ব্বকর্ম্মেসু ॥"

পট—দেখিবলৈ শুৱনি কৰি চিত্রিত কৰা কাপোৰ বা সেই পর্য্যায়ৰ লিখনিৰে লিখা মানুহ, জন্তু গছ আদিৰ নক্সা, এতেকে গঢ় আকৃতি আদি ; a picture.

পটন্তৰ—উদাহৰণ, দৃষ্টান্ত, উপমা ; a simile
কোনো এক উপদেশ দিওঁতে তাক বুজাবৰ কাৰণে দিয়া অন্য এটা উদাহৰণ বা দৃষ্টান্ত।

পটা পুত্র—পটা শুটি, a stone for grinding spices.
অৰুণ অধৰ ছুহো, কোপে কম্পান্বিত, ওষ্ঠ কামুৰি ধৰি দন্ত। পটা পুত্র হানি, মথনি মাৰি ভাঙ্গিয়ে, খুপি বৈথল ভগৱন্ত ॥ (বৰগীত)

পটী—কোনো কাপোৰৰ দাঁতিত লগাবলৈ আৰু ভাৱৰীয়াই ককালত মেৰিয়াই লবৰ কাৰণে সোণালী বা ৰূপালী শুণাৰে বোৱা ঠেক কাপোৰ বিশেষ।

পটু—দক্ষ, চতুৰ, নীৰোগ, পাকৈত, পাৰ্গত ; expert.
নিষ্ঠুৰ ইতি জটাধৰ, ধূর্ত্ত ইতি ত্রিকাণ্ড শেষ।

পতঙ্গম—পাখি লগা পকৱা আদি ; any winged insect.

পতনকায়া—পতন=তললৈ যোৱা, পৰা বা নষ্ট হোৱা,
কায়া=শৰীৰ-এতেকে নষ্ট হব লগা এই শৰীৰ।

পতনী—(সং পত্নী) ভার্য্যা ; স্ত্রী, জায়া ; wife
জনমি বন্দী ঠাম গৃহ বাসা।

ৰাখয় পতনী তনয় দেখ নাশা। সোহি নিগড় দৰ ভাঙ্গিতে বৰি-টান। তাৰণা কৰু কাম ক্রোধ মদ মান॥ (গীত-শ্রীৰাম)

পতিত— পাপ কৰা হেতুকে ওপৰ শ্রেণীৰ পৰা তললৈ নমা, জাতি যোৱা; degraded.

পতিত পাৱন— পাপীক উদ্ধাৰ কৰোতা; ত্রাণকর্ত্তা, ঈশ্বৰ। Saviour of sinners.

পতিব্রতা— নিজ স্বামীৰ বাজে আন পুৰুষক চিন্তা নকৰা। সতী স্ত্রী, স্বামী অনুৰক্তা; faithful to one's own husband.

পত্তি— এটা হাতী, এখন ৰথ, তিনিটা অশ্ব আৰু পাঁচটা পদাতিক সৈন্যৰ দল।

পদ— পদবি, ব্যৱসায় বা খিতাপ, চিহ্ন, ভৰি, বাক্য, পদ্য, পাদ-চিহ্ন; a title, an official designation, a mark, a foot, a sentence a poetry, a metre, sign in the foot print

শ্রীকৃষ্ণৰ পদচিহ্ন ভগৱন্তই সোঁভৰিৰ বুঢ়া আঙুলিত পদ্মধাৰণ কৰিছে, সেই ফুলৰ প্রতি আকৃষ্ট হৈ ভোমোৰাই আত্মাহাৰা হয়, পদ্মৰ তলৰ ফালে জয় পতাকাই শোভা কৰিছে। কনিষ্ঠ আঙুলিৰ মূলতঃ ভক্তসকলৰ পৰ্ব্ব-সদৃশ পাপনাশক বজ্রধাৰণ কৰিছে। গোৰোৱাত ভক্ত-সকলৰ অন্তৰত উদিত ভয়নাশক অঙ্কুশ, মধ্যমা আঙুলিত যৱ আৰু বাঁওভৰিৰ বুঢ়া আঙুলিত পাঞ্চজন্য ধাৰণ কৰিছে। যথা-মধ্যমাঙ্গলিমূলে তুধত্তে কমল-মচ্যুতঃ। ধাতুশ্চিতদ্বিৰেফাণাং লোভমায়াতি শোভনম্। পদ্ম স্যাধোধ্বজংধত্তে সর্ব্বানর্থ জয়-ধ্বজম্। কনিষ্ঠামূলতো বজ্রং ভক্ত পাপাদ্রি ভেদনম্।

পাৰ্ষ্ণিমধ্যেহ কুশং ভক্তচিত্তে ভৱশকাৰণম্।

ভোগ সম্পনায়ং ধত্তে যবমঙ্গুষ্ঠ পর্ব্বনি। তথা বামাঙ্গুষ্ঠমূলে

পাঞ্চজনস্য লক্ষণম্। সৰ্ব্ববিদ্যা প্ৰকাশায়ধত্তে চ ভগবানজ॥ ইতি শব্দকল্পদ্ৰুম্।

পদদন্দ—চৰণযুগল।

পদব্ৰজে—খোজ কাঢ়ি, on foot,

পদৰথ চাৰি—ধৰ্ম্ম, অৰ্থ, কাম এই পদাৰ্থ।

যোহৰি দাতা পদৰথ চাৰি।
মাগতলৰনু সোহিমুৰাৰি॥
বৰগীত।

পদ্ম—পদুমফুল। a lotus.

পদ্মনাভ—পদুমৰ নিচিনা যাৰ নাভি, শ্ৰীকৃষ্ণ। শয়নৰ সময়ত লোৱা বিষ্ণুৰ এটা নাম। যথা ঔষধে চিন্তয়েদ্বিষ্ণুং ভোজনে চ জনাৰ্দ্দনম্। শয়নে পদ্মনাভঞ্চ বিবাহে চ প্ৰজাপতিম।

পদ্মৰাগ—ৰঙাবৰণৰ মণি বিশেষ; মাণিক

পদ্মযোনি—ব্ৰহ্মা।

পদ্মলাঞ্ছন—ব্ৰহ্মা, সূৰ্য্য, কুবেৰ।

পদ্মলাঞ্ছন— লক্ষ্মী, সৰস্বতী, তৰা

পনিশ } জ্ঞানহীন, মিথ্যাবাদী,
পনীশ } কটুবাক্যবাদী, উপাসনাহীন, এটা নীচ জাতি, তেওঁলোকে গৰু ম'হ আদি চুৰি কৰি নি গুহাত ৰাখিছিল। In the Rig Veda, the senseless, false evil speaking, unbelieving unpraising, unworshipping, Panis were Dasyus or envious demons who used to steal the cows and hide them in caverns (C D.)

বৈদিক যুগৰ এটা বেপাৰী জাতি

পঞ্জৰ—শৰীৰৰ অস্থিসমূহ, কঙ্কাল, পিঞ্জৰা, সজা,

হৰিপদ পঙ্কজ পঞ্জৰ মোই।
তামহ ৰহু ৰাজহংস হোই॥
(বৰগীত)

পবন—বায়ু, প্ৰভঞ্জন, সমীৰণ, জগৎপ্ৰাণ, নভস্বৎ, বাত. the wind

পয়ৰ—পাও,চৰণ, পাদ, a foot

শঙ্কৰ কহ পছু পয়ৰহি লাগো,

মাগোনাহি আন কামা ।
এহি কৃপাকক, ৰূপহৃদয়ে ৰহু,
ৰহুমুহ ভৰি তেৰি নাম ॥ ৰৰগীত

পয়োধৰ— স্তন, মেঘ, নাৰিকল, the female breast, cloud, coconut.

পয়োধি—সমুদ্ৰ, the ocean.

পয়োনিধি সমুদ্ৰ the ocean.

পয়োসাৰ } প্ৰবেশ ;
পযসাৰ } আৱত্ত ৰুকমিনী কযো
পযোসাৰ ।
সখীসৱ সঙ্গে ৰঙ্গে কৰত
বিহাৰ ॥ (ৰুক্মিনী হৰণ)

পৰকাশ— প্ৰকাশ কৰা, to illuminate, to publish

পৰতেক - প্ৰত্যক, সাক্ষাৎ

পৰণা } নপাৰিবা ;
পড়না } বিষয় বিলাস পাশে বন্দা
পৰণা
ধৰণা ভৰি চৰণা ॥ ৰৰগীত

পৰমগতি—মুক্তি, salvation.

পৰমপদ— শ্ৰেষ্ঠস্থান, পৰমেশ্বৰৰ স্থান এতেকে বৈকুণ্ঠ, মুক্তি ; the heaven of Vishnu, final felicity

পৰমব্ৰহ্ম— পৰমেশ্বৰ, নাৰায়ণ, যাৰ কোনো ৰূপ বৰ্ণনা কৰিব নোৱাৰি, মুৰ্ত্তি বা গোত্ৰৰহিত, সংজ্ঞাবৰ্জ্জিত, সৰ্ব্বশক্তিমান । the supreme Being.
সত্যাত পা উবাচ— যদেতৎ পৰংব্ৰহ্ম ত্বয়া প্ৰোক্তং মহামুনে। তস্য ৰূপং ন জানন্তি যোগিনো-ঽপি মহাত্মনঃ । অনামগোত্ৰ ৰহিত মমূৰ্ত্তং মূৰ্ত্তিবৰ্জ্জিতম্ । কথং তজ্জ্ঞায়তে ব্ৰহ্ম সংজ্ঞানাম বিবৰ্জ্জিতম্ । তত্তসা সংজ্ঞাং কথয় যেন জানামাহং গুৰো । দুৰ্ব্বাসা উবাচ—যদেতৎ পৰমং ব্ৰহ্ম বেদবাদেষু পঠ্যতে । স দেবঃ পুণ্ডৰীকাক্ষঃ স্বয়ং নাৰায়ণঃ পৰঃ । স যজ্ঞৈ বিবিধৈৰিষ্টৈ দক্ষৈশ্চ সত্তম্ । প্ৰাপ্যতে পৰমো দেবঃ স্বয়ং নাৰায়ণো হৰিঃ ॥ ইতি ৰৰাহ পুৰাণম্, শব্দ কল্পদ্ৰুম্)

পৰমহংস—সন্ন্যাসী বিশেষ ।

পৰমাত্মা — পৰমেশ্বৰ, the

supreme being

পৰমানি—প্ৰমাণ কৰি, ভালকৈ বুজি ।

পৰল—পৰিল ; has fallen

পৰশি—স্পৰ্শকৰি, হাতেৰে ধৰি, the act of touching.

পৰশুৰাম— বিষ্ণুৰ ষষ্ঠ অৱতাৰ, পিতৃ জমদগ্নি মুনি মাতৃ ৰেণুকা । জমদগ্নিৰ পাঁচজন পুত্ৰৰ এওঁ কনিষ্ঠ আছিল । জমদগ্নিয়ে তেওঁৰ ভাৰ্য্যা ৰেণুকাৰ চৰিত্ৰ সন্দেহ কৰি তেওঁক কাটিবৰ কাৰণে পাঁচজন পুত্ৰক আদেশ কৰে। কিন্তু পৰশুৰামৰ বাদে বাকী চাৰিজন অমান্তি হয় । পিতৃৰ আদেশ মানি পৰশুৰামে মাতৃ হত্যা কৰে । এই কাৰ্য্যত জমদগ্নি পৰম সন্তুষ্ট হৈ কি বৰ লাগে বুলি সোধাত পৰশুৰামে কলে যে তেওঁৰ মাতৃয়ে পুণৰ্জ্জীৱন লাভ কৰিব লাগে আৰু তেওঁৰ চাৰি ভাতৃয়ে পুনৰ সুস্থ অৱস্থা লাভ কৰিব লাগে । জমদগ্নিয়ে সেই বৰ-দান দিয়ে ।

এদিন জমদগ্নিৰ আশ্ৰমত কোনো নথকা অৱস্থাত হৈহয় বংশৰ কাৰ্ত্তবীৰ্য্য ৰজা আহি যমদগ্নি ঋষিয়ে তপস্যা কৰি লাভ কৰা সুৰভী গাই লৈ যায় । পৰশুৰাম আশ্ৰমলৈ ঘূৰি আহি এই কথা জানি কাৰ্ত্তবীৰ্যাৰ নগৰলৈ গৈ যুদ্ধ কৰি কাৰ্ত্তবীৰ্যাক বধ কৰি গাই-জনী লৈ আহে। পিছত কাৰ্ত্ত-বীৰ্য্যৰ পুত্ৰসকল আহি আশ্ৰ-মলৈ গৈ পৰশুৰামক নাপাই তেওঁৰ পিতৃ জমদগ্নিক নিধন কৰে। এই কাৰ্য্যত পৰশুৰামৰ ভীষণ ক্ৰোধ হয় আৰু পৃথিবীৰ পৰা ক্ষেত্ৰিয় জাতি নিৰ্ম্মূল কৰিবৰ কাৰণে প্ৰতিজ্ঞা কৰি ২১ বাৰ পৃথিবী ঘূৰি ক্ষত্ৰিয় সকলক নিধন কৰে।

যতেক ক্ষত্ৰিয় মানে, বধিলেক ঘোৰ ৰণে

নিক্ষত্ৰিয় কৰিলা ধৰণী ।

যিবাৰৈল অবশেষ পলাইগৈল

দশোদিশ
ৰামেসে ৰাখিলা মনে গুণি ॥
লোহকাৰ স্বৰ্ণকাৰ হুয়া কতো-
জনে ॥
সাৱহিত হুয়া প্ৰাণ ৰাখিয়া
আছয় ॥ মহাভাৰত।
জামদগ্ন্যা ভয়ভীতা ক্ষত্ৰিয়
পূৰ্ব্বনেব সে
ম্লেচ্ছদ্ম্যাম্যা পাদায়: জলধীশং
শৰণং গতাঃ ॥ কালিকা পুৰাণ
ৰামে যেতিয়া হৰধনু ভঙ্গ কৰি
সীতাক বিবাহ কৰে: তেতিয়া
পৰশুৰামে তেওঁৰ গুৰুৰ ধনু
ভঙ্গ কৰাৰ কাৰণে উগ্ৰ মূৰ্ত্তি ধৰি
ৰামক মাৰিব লৈ খেদি আহে ;
কিন্তু ৰামক দেখি তেওঁৰ
অৱতাৰৰ কাৰ্য্যকাল অন্ত হোৱা
বুলি বুজিব পাৰি যুদ্ধত্যাগ কৰি
ৰামৰ পৰা বিদায় লৈ তপস্যা
কৰিবলৈ যায়।

পৰাদাস— ক্ষত্ৰিয়ৰ পৰা পতিত
হোৱা এটা হীন জাতি।

পৰাভৱ—তিৰস্কাৰ, বিনাশ, পৰা-
জয়, abuse, destruction,
def.at

পৰাভূত—পৰাজিত।

পৰাশৰ—শক্তিমুনিৰ পুত্ৰ, ব্যাসৰ
পিতৃ।

পৰিঘা (পৰিঘ) মুদগড়, শূল।
আময় পৰিঘা যেন লাখুটি
তাহাৰ ॥ (মহাভাৰত)

পৰিত—পিন্ধা, সমৰ্ত্ত।
আৰক্ত অধৰ মানিক নিক
দশনা।
শ্যাম শৰীৰ পৰিত পীত বসনা ॥
(বৰগীত)

পৰিধান বস্ত্ৰ পিন্ধা।

পৰিপাত্ৰ—বিন্ধ্য পৰ্ব্বতৰ উত্তৰ-
কালৰ এডোখৰ ঠাই। এই
ঠাইতে শ্ৰীকৃষ্ণ আৰু ইন্দ্ৰৰ যুদ্ধ
লাগিছিল ; যুদ্ধত শ্ৰীকৃষ্ণৰ
ভৰত ঠাইডোখৰ বহি যোৱা
বুলি উল্লেখ পোৱা যায়।

পৰিভূত— অৱহেলিত, অনাদৃত,
অগ্ৰস্তুত, neglected, frag-
rance

পৰিমল— গন্ধ, সৌৰভ, চন্দনাদি
সুগন্ধিযুক্ত বস্ত,

গোধুলি গোধন, বান্ধি নাৰায়ণ,
স্নানিয়া শীতল জলে ।
ক্ষীৰ দধি অন্ন, কৰিয়া ভোজন,
অঙ্গ ৰঞ্জি পৰিমলে ।। (বৰগীত)

পৰিবৃত—আবৃত, বেষ্টিত, আবৰি থকা, surrounded

পৰিবেশ—পৰিধি, পৰিবেষ্টিত, চন্দ্ৰ আৰু সূৰ্য্যৰ চতুৰ্দ্দিশব্যাপী পৰিবেষ্টন ৰশ্মিমণ্ডল ।

পৰিলম্বিত — কেউকাষে ওলমি পৰা ।

শ্যাম শৰীৰ পীত, পট
পৰিলম্বিত,
কণ্ঠে কদম্ব মালা লুলেৰে ।
ৰূপে কোটিমদন, মনোমোহন
শিৰে শিখণ্ডক ঢুলেৰে ।।
(বৰগীত)

পৰিশিষ্ট—কোনো পুথিৰ অন্তত তাৰ অঙ্গ হিচাবে লগ লগোৱা অংশ, পৰিশেষ বিশিষ্ট, supplement, appendix.

পৰিহাৰ—ত্যাগ, অবজ্ঞা, অনাদৰ, abandon, neglect.

পৰিহাস—ঠাট্টা, বিদ্ৰূপ, ইতিকিং ইত্যাদি অৰ্থত ধেমালি ব্যৱহাৰ কৰা শব্দ ।

পৰীবাৰ—জঙ্গম, পোচাক-পৰিচ্ছদ ।

পৰিচ্ছদঃ শোভাজনক মুপকৰণং
ছত্ৰচামৰাদি সভ্য নাদিশ্চ এষু
পৰীবাৰ (ভৰত)

পৰ্ণসি — পদুম, পানীৰ মাজত থকা ঘৰ,

পৰ্ণাশন—মেঘ, cloud.

পৰ্য্যটক—ভ্ৰমণ কৰি ফুৰা লোক, a tourist.

পলাৰেল—পলাল,

ক্ষীৰ উতাৰি, আসিযে মাইদে-
খল, ভাঙ্গিল মথনী মধাই ।
সব দধি নাশল, কতিহু
পলয়েল, দীন মাধৱে গুণ গায় ।
( বৰগীত )

পল্লৱ—কুঁহিপাতেৰে ক্ষুদ্ৰ ডাল, গজালি, নব-পত্ৰ স্তবক, কিসলয় । a small branch with new leaves

পল্লী—সৰু গাঁও ।

পৱন—বায়ু, the wind.

পৱনব্যাধি—উদ্ধৱ; শ্ৰীকৃষ্ণৰ সখা ।

পশুপতি— শিৱ।

পশুৰাজ – সিংহ, a lion.

পসাৰ—পোহাৰ, a petty shop

পহু— প্ৰভু, গৰাকী, (সামান্য অৰ্থত এবিধ চাৰিঠেঙীয়া জন্তু যেনে হৰিণা, শহ-ইত্যাদি) কামক্ৰোধমদ, মানমোহমেৰি, ঐসব বৈৰী বিশাল। শঙ্কৰ কহপহু, তুমি বিনে নাই আন, সেৱক পাল গোপাল॥ (বৰগীত)

পহ্নব / পহ্লৱ } এটা ম্লেচ্ছ জাতি; এওঁলোকে মুখত দীঘল দাঢ়ি গোঁফ ৰাখিছিল। মনুৱে এওঁলোকক ক্ষত্ৰিয় জাতিৰ পৰা পতিত জাতি বুলি কৈছে। মহাভাৰতৰ মতে - এওঁলোক বশিষ্ঠৰ কামধেনুৰ নেজৰ পৰা আৰু ৰামায়ণে কামধেনুৰ নিশ্বাসৰ পৰা জন্ম বুলি কয়॥ John Dowson এ লিখিছে— Manu places the Pahlavas among the northern nations and perhaps the name is connected with the word Pahlavi in Persian. They let their beards grow by command of king Sagara. According to Manu they were Kshatriyas who had become outcaste but the Mahabharata says they were created from the tail of Vasithas cow of fortune; and the Ramayanas states that they sprang from her breath. They were also called Pahnavas.

পক্ষচৰ— চন্দ্ৰ, the moon

পক্ষজ— চন্দ্ৰ, the moon

পক্ষজন্মা – চন্দ্ৰ, the moon.

পক্ষধৰ – চন্দ্ৰ, the moon

পক্ষিণী – আজি আৰু অহা ৰাতি। "আগামি বৰ্ত্তমানাহযুক্ত ৰাত্ৰি"।

ইতি অমৰ ।

পাই } পদ, চৰণ, the foot
পায় } কৃষ্ণ কিঙ্কৰ শঙ্কৰ কহ ভজ
গোবিন্দক পায় ।
সোহি পণ্ডিত, সোহি প্ৰণ্ডিত,
যো হৰি গুণ গায় ॥ (বৰগীত)

পাক শাসন - ইন্দ্ৰ ।

পাগ—গৰু বন্ধা পঘা ।
কোনচাৰ পুৰাতন,সে কড়ি দুই-
বধন, কলসী ভাঙ্গিলো দেখি
ৰাগে হৈবাৰ নথৈল মোৰ, যেন
পায়া খটচোৰ, বান্ধিলা গৰুৰ
লৈয়া পাগে (বৰগীত)

পাচক - অগ্নি , পাক কৰ্ত্তা

পাঞ্চজন্য - বিষ্ণুৰ শঙ্খ । (পঞ্চজন
চাওক)

পাঞ্চনি - ১) এছাৰি, ২) আদেশ,
১) দধি দুগ্ধ ঘৃত ব্যঞ্জন
ভাতে ।
পাঞ্চনি শিঙ্গা শঙ্খ হাতে ॥
(বৰগীত)
২) কংসৰ পাঞ্চনি পাই যত
দৈত্য আসে ।
তুমি অগনিত যেন পুড়িমৰে
ঝাসে ॥ ৬৪৯ কীৰ্ত্তন ।

পাঞ্চালী—পাণ্ডৱৰ পত্নী, দ্ৰৌপদী,
কৃষ্ণা, যাজ্ঞসেনী ।

পাট—সিংহাসন ।
বীৰবৰ বানৰ ৰাকস সঙ্গেলৈয়া-
কহো
নিজ পাটে ৰাম বোলাও ।
বোলয় শ্ৰীৰাম, হামাৰ
ঐচনকাম
ভকত সঙ্গতি তুৱা চাও ।
( গীত-শ্ৰীৰাম )

পাটন—ছেদন, নিৰ্ম্মূলকৰণ,

পাণি—হাত, a hand

পাণিগ্ৰহণ — বিবাহ, marriage

পাণ্ডৱ - পাণ্ডুনন্দন, পঞ্চ পাণ্ডৱ ।

পাতক - পাপ, নৰকলৈ যাব লগা
কাৰ্য্য, a sin, a vice

পাতাল - আধোভুবন, বলি সত্ৰ ।
পাতাল ৭ খন যেনে - পাতাল,
অতল, বিতল, সুতল, তলাতল,
মহাতল, আৰু ৰসাতল ।

পাদ — চৰণ, ভৰি, a foot

পাদকটক- নূপুৰ ।

পাদুকা - পাদুকা, a sandal,

a shoe

পাদ প্ৰহাৰ— পদাঘাত, গোৰমৰা, a kick

পাদৰথী – পাদুকা, a sandal, a shoe

পাদোদক —চৰণ ধোৱা জল; চৰণামৃতম, যথা হৃদিবিষ্ণুপং মুখে নাম নৈবেদ্যমুদৰে হৰেঃ। পাদোদককঞ্চ নির্ম্মাল্যং মস্তকে যস্য সোহচ্যুত্যঃ। নৈবেদ্যমন্নং তুলশ্যাবিমিশ্ৰং বিশেষত. পাদ জল পিবেচ্চ। যোহশ্নাতি নিত্যং প্রসতোম্মুৰাৰেঃপ্রাপ্নোতি সুপ্ৰেমযুক্তাং স ভক্তিম ॥ ইত্যাদি ( শব্দ কল্পদ্ৰুম্ )

পানৈ– পাদুকা, জোতা, a shoe

শুনিযো সজ্জন শাস্ত্ৰসাৰ সকল
সম্পত্তি জানা তাৰ
হৰি ভক্তিৰসে সন্তোষ মন
যাহাৰ।
চৰ্ম্মৰ নিৰ্ম্মিত পানৈ যুৰি চৰণ
ঢাকিলে যিটোজন
যেন সবেভূমি চৰ্ম্মাবৃত ভৈল
তাৰ ॥ ৫৯৪ ঘোষা

পাপ—অধৰ্ম্ম, কুকৰ্ম্ম, পাতক; a sin, a vice

পাপশীল – পাপ মতি, যাৰ পাপ কৰা স্বভাৱ, a vicious

পামৰু – (পামৰ) খল, নীচ, মূৰ্খ, a fool, an ignorant

পায়ু— মলদ্বাৰ, the anus

পাৰণ—মেঘ, the cloud.

পাৰমাৰ্থিক – পৰমাৰ্থিক যুক্ত।

পাৰশৱ—শূদ্ৰাৰ গৰ্ভত বিপ্ৰসন্তান। নিষাদ জাতি। ( নিষাদঃ শূদ্ৰকন্যায়াং মঃ পাৰশৱ উচ্যতে )

পাৰা – চুবুৰি, এখন গাঁৱৰ এটা অংশ, a part of a village.

ঘৰ মহচোৰ গোৱালী সব
ডাকে।
পাৰাক গোৱাৰী আৱল সব
ডাকে ॥(বৰগীত)।

পাৰাবাৰ— সমুদ্ৰ, an ocean.

পাৰিষদ – সভাসদ, সমজুৱা, দেৱতাৰ অনুচৰ, স্বৰ্গৰ দূত, an attendant of a god. a member of a society

পালকাপ্য – মুনি বিশেষ। ধনন্তৰি।

পালিত—ৰক্ষিত, protected.

পাৱক— অগ্নি, the fire (অগ্নি চাওক)

পাৱতৰি—পোৱা

হামু বিছানত খেৰি খেলাৱত,
আজু কিছুয়ে নাহি খাৱতৰি।
তুমহি হামাকু, নাহি ডাকল
মাই ভুখহি বৰ দুখ পাৱতৰি॥
(বৰগীত)

পাশ—১) ওচৰ, নিকট ; vicinity

কীৰ্ত্তনৰ ধ্বনি, যি থানত শুনি,
তাৰ নচাপিবি পাশ
বিষ্ণুদূত চয়, তথাতে থাকয়,
কৰিবন্ত সৰ্ব্বনাশ॥ ১৯৫ কীৰ্ত্তন

২) জৰী, জাল, a rope, a net

নাৰায়ণ চৰণে কৰোহো গোহাৰি।
বিষয় বিলাস পাশ ছান্দি ইন্দ্রিয়,
মোহি ওহি লুটে বাটোৱাৰী॥
(বৰগীত)

পাশা—জাল, জৰী, a rope, a net

কহয় মাধৱ মন ছোড়ি ভৱ পাশা।
ভকত সম্পদ হৰি পদে কৰু আশা॥ (বৰগীত)

পাষাণ—শিল, প্রস্তৰ, উপল, a stone

তাসু মাজে নন্দ সুত বিৰাজিত
পঙ্কজ কেশৰ সমানা।
কুসুম পাষাণ পত্র ফল পল্লব
কৰ বহু পাত্র বিধানা॥
(বৰগীত)

পাহে—ৰক্ষা কৰা, উদ্ধাৰ কৰা, to save, to deliver.

শাৰঙ্গ পাণি পাহে পামৰ মতি হামি।
নিৰয় নিবাৰ আৰৰি নাহি হেকহু, বিনে চৰণ তুয়ু স্বামী॥
(বৰগীত)

পাহি—ৰক্ষা কৰা, উদ্ধাৰ কৰা, to save, to deliver

পাহি যাদৱ পাহি গোবিন্দ
মাকুৰু মা পতিত্যাগং॥
অনিমিষ কাল গ্রসিতজন
তাৰণ, কুৰু মম বিষয় বিৰাগং॥
(গীত-ৰামানন্দ)

পিউ—প্ৰিয়জন, dear, beloved.

মথুৰা ৰহল গোপিনীক পিউ।
কেশৱ বিনে কৈছে ধৰবো জীউ॥
( বৰগীত )

পিক—কোকিল, কুলিচৰাই, a cuckoo

আৰ কি শৰতকাল মিলব তুনাই। সুমৰিতে ৰাস ৰাতি প্ৰাণ ফুটি যায় চিৰ চন্দন পিক ভৃঙ্গ সমীৰ। ইসব দেখিয়া সখি দগধ শৰীৰ॥
( গীত-ৰামানন্দ )

পিঙ্গলা - দক্ষিণদিগধিপতি হস্তী বামনৰ পত্নী।

পিচোৰা—পিচৰা, কাপোৰ, বস্ত্ৰ, clothes,

পিতাকেৰি—পিতাৰ, পিতৃৰ।

পিধান - পৰিধান, বস্ত্ৰ অলঙ্কাৰ পৰিধান কৰা।

পিনাক } শিৱৰধনু, অজগব, জয়ন্ত।
পীনাক } ( মুকলীধৰ আৰু জয়ন্ত চাওক )

পিপ্পল—( জলম ) পানী, water.

নিশি জোৰল চিন্তনা ভাৱে গৰল হৈমক কৰি।
স্মৰণ ভ্ৰমৰণ বিচৰণ বৃন্দাবন মুঝে গুৰুজন তাৰি॥
কলকল পিপ্পল কৰে দলদোল হয়ো অনামিনী নাৰী।
দীনদয়াল পতিতজন পাৱন ৰামানন্দ লেহু তাৰি॥
( গীত-ৰামানন্দ )

পিয়াক—প্ৰিয়জন, dear, beloved.

ৰেসোই গোপাল পিয়াক, মেৰি প্ৰাণ আধাক।
মধুপুৰীৰহে দহে জীউ হামাৰি।
( বৰগীত )

পিশঙ্গ - পিঙ্গলবৰ্ণ, নীলা আৰু হালধীয়া মিশ্ৰিত বৰণ।

কনক পিশঙ্গ বসন ভালা।
উৰে লুলে বৈজয়ন্তী মালা॥
(বৰগীত)

পিশুন—দুৰ্জ্জন, খল, a wicked person, a back biter.

পীত—হালধীয়া বৰণ, yellow.

পীতপট—নানা চিত্ৰ বিচিত্ৰ কৰি দেখিবলৈ শুৱনি কৰা হালধীয়া

বৰণৰ কাপোৰ।

পীতমণি— পুষ্পৰাগ মণি।

পীতাম্বৰ— বিষ্ণু।

পীতু—সূৰ্য্য, the sun.

পীথ—পানী, ঘিউ, সূৰ্য্য, অগ্নি।

পীন—স্থূল, বহল, ডাঙৰ।

পুক্কশ— চণ্ডাল।

পুঙ্গব— বৃষভ, শ্ৰেষ্ঠ।

পুছা—সোধা, প্ৰশ্ন কৰা ; to ask

পুণ্ডৰীক— দক্ষিণ পূবদিগধিপতি অগ্নিৰ বাহন

পুণ্ডৰীকাক্ষ— বিষ্ণু, যাক স্মৰণ কৰিলে বাহিৰে অন্তৰে শুচি হয়।

যথা যঃ স্মৰেৎ পুণ্ডৰীকাক্ষং স বহ্যাভ্যন্তৰ : শুচি :।

পুণ্য—ধৰ্ম্ম, সুকৃতি, সৎকৰ্ম্ম, পৰজন্মত সদগতি হোৱা কৰ্ম্ম। Virtue.

পুণ্যশীল — পুণ্যকাৰ্য্য কৰা যাৰ স্বভাৱ, পুণ্যবান Virtuous.

পুণ্যশ্লোক — যাৰ নাম উচ্চাৰণ কৰিলে পুণ্য হয় তেনে ব্যক্তি ; যেনে—বিষ্ণু, যুধিষ্ঠিৰ, নলৰাজ ইত্যাদি, পুণ্য চৰিত্ৰবান।

পুণ্যশ্লোকা—দ্ৰৌপদী, সীতা।

(পুণ্যশ্লোকো নলোৰাজা,
পুণ্যশ্লোকো যুধিষ্ঠিৰঃ।
পুণ্যশ্লোকা চবৈদেহী
পুণ্যশ্লোকো জনাৰ্দ্দনঃ ইতি
পুৰাণম্ (শব্দ কল্পদ্ৰুম)

পুণ্যা — তুলসী

পুণ্যাত্মা - পুণ্যৱন্ত, ধাৰ্ম্মিক, a virtuous, a pious

পুত—পুত্ৰ, a son

পুত পুত বুলি, আঁঠুৱালে মুখ,
শ্যাম শৰীৰক ধুলি।
ধেৰা বাপ বুলি, ক্ষীৰ পিয়াইল,
বাহুমেলি কোলে তুলি ॥
(বৰগীত)

পুতা—পুত্ৰ, a son

আৰৰ নযায়ো পুতা লাগল
পাইলো তোৰে।
কত বৰিষেৰ মথনী মাথি ভাঙ্গি
আছা মোৰে ॥ (বৰগীত)

পুত্ৰ—সন্তান, a son

মনুৱে পুত্ৰ ১২ প্ৰকাৰ বুলি কৈছে ; যেনে ঔৰস, ক্ষেত্ৰজ,

দত্তক, কৃত্রিম, গূঢ়োৎপন্ন, অপৰিদ্ধ, কানীন, সহোঢ়, ক্রীতক, পৌনর্ভৱ, স্বয়ং দত্ত আৰু শূদ্ৰা পুত্ৰ।

(ঔৰস চাওক)

পুত্ৰিকা—কন্যা, পুত্ৰী, মনুৰ মতে-কন্যা সম্প্ৰদান কৰোতে "এই কন্যাৰ যি পুত্ৰ হব সি মোৰ শ্ৰাদ্ধ পিণ্ডৰ অধিকাৰী হব"। এইবুলি জামাতাৰ লগত বন্দ-বস্ত কৰে সেই কন্যাক পুত্ৰিকা বোলে, যেনে— অপুত্ৰোহনেন বিধিনা সুতাং কুৰ্ব্বীত পুত্ৰিকাম্। যদপত্যং ভবেদস্যাং তন্মম স্যাৎ স্বধাকৰম্। মনু ৯ ১১৭

পুত্ৰী - কন্যা, সুতা; তনয়া, daughter.

পুনৰ্ব্বসু—বিষ্ণু, শিৱ, কাত্যায়ন-মুনি, ধনু আকৃতিৰ পঞ্চতৰা ২৭ টা নক্ষত্ৰৰ সপ্তম নক্ষত্ৰ।

পুৰন্দৰ—ইন্দ্ৰ, স্বৰ্গৰ ৰজা; মাতৃ অদিতি আৰু পিতৃকশ্যপ।

(ইন্দ্ৰ চাওক)

পুৰাণ— হিন্দু ধৰ্ম্মৰ নীতি আদৰ্শ, বিশ্বৰ সৃষ্টি, ধ্বংস, পৌৰাণিক কাহিনী আদিৰ বৰ্ণনা থকা পুথি। পুৰাণ ১৮ খন। পুৰাণ-সমূহ গুণ অনুসৰি তিনি ভাগত-ভাগ কৰা হৈছে যেনে বিষ্ণু,নাৰ-দীয়, ভাগৱত, গৰুড়, পদ্ম আৰু বৰাহ এই ছখনত বিষ্ণুৰ গুণানু-কীৰ্ত্তন বিশেষভাৱে বৰ্ণনা থকা হেতু সত্বগুণী, মৎস্য, কূৰ্ম্ম, লিঙ্গ, শিৱ, স্কন্দ আৰু অগ্নি এই ছখনত শিৱৰ বিষয় বৰ্ণনা থকা হেতু তমোগুণী আৰু ব্ৰহ্ম, ব্ৰহ্মাণ্ড, ব্ৰহ্মবৈবৰ্ত্ত, মাৰ্কণ্ডেয় ভবিষ্য আৰু বামন পুৰাণত ব্ৰহ্মাৰ বিষয় বৰ্ণনা থকা হেতু ৰজোগুণী। ইয়াৰ বাহি-ৰেও ১৮ খন উপ পুৰাণ যেনে সনতকুমাৰ, নৰসিংহ (নৃসিংহ) নৰদীয়, দুৰ্ব্বাসা, কপিল, মানৱ, ঔসনস, বৰুণ, কালিকা, সাম্ব, নন্দী, সৌৰ, পৰাশৰ, আদিত্য, মহেশ্বৰ, বশিষ্ঠ আৰু পৰাশৰ।

পুৰাণপুৰুষ – বিষ্ণু ।

পুৰাতন – পুৰণা, an old.

কোন চাৰ পুৰাতন, সেকড়া ছুইৰ ধন,
কলসী ভাঙ্গিলো দেখি ৰাগে ।
হৈবাৰ নবৈল মোৰ, যেন পায়া খটচোৰ, বান্ধিলা গৰুৰ লৈয়া পাগে ॥ ( বৰগীত )

পুৰাবসু— ভীষ্ম ।

পুৰীষ— বিষ্ঠা, ordure.

ছোড়ি ৰামনাম অমিয়া উপযোগা ।
সৈছে পুৰীষ শূকৰ কয়ো॥ ভোগা ( বৰগীত )

পুৰুষ – আত্মা, ঈশ্বৰ, মুনিহমানুহ, বংশৰ এথাপ, একে বংশৰ একেজন পিতৃৰ পৰা জন্ম হৈ নামি অহা একোজন লোক এক পুৰুষ হয় ।

পুৰুষাৰ্থ – পুৰুষৰ শ্ৰেষ্ঠ প্ৰয়োজন; পুৰুষাৰ্থ ৫বিধ যেনে– ধৰ্ম, অৰ্থ, কাম, মোক্ষ আৰু ভক্তি ।
"ভক্তি পঞ্চম পুৰুষাৰ্থঃ ॥"

পুৰুৰবা— বুধৰ পুত্ৰ, চন্দ্ৰবংশৰ আদি ৰজা।

পুলিন – নৈ পানী শুকাই ওলোৱা পানীৰ চৰ, বলুকা a small island in the middle of a river মাই খেলত গোপাল গোসাই । কালিন্দী, পুলিন বন, এ যদু নন্দন ফিৰত গউৱা চৰাই ॥ ( বৰগীত )

পুষ্কৰ — বৰুণৰ পুত্ৰ। নলৰজাৰ ভাতৃ । সপ্তদ্বীপৰ এটা দ্বীপ। পানী, পদুম ফুল ।

পুষ্কৰ কাণকা— স্থলপদ্ম ।

পুষ্কৰিনী— জলাশয়, পুখুৰী, হ্ৰদ, পদুম ফুল ।

পুষ্পকাট— ভোমোৰা ।

পুষ্পচাপ— কামদেৱ ।

পুষ্পধনু – কামদেৱ ।

নবীন নীৰদ তনু, ৰূপেমোহে পুষ্পধনু, কুটিল নয়নে ঘন চাই ।
ত্ৰিভঙ্গ ভঙ্গীয়ে পাই, অধৰে মুৰুলীবাই, পেখিতে নয়ন জুৰাই ॥ (গীত-ৰাম গোপাল)

পুষ্পধন্বা – কামদেৱ ।

পুষ্পুনিক্ষ — ভোমোৰা ।

পুষ্পমাস—বসন্ত মাহ, মাধবী মাহ।

পুষ্পৰাগ— পীতমণি।

পুষ্পবতী —ৰজস্বলা।

পুসক— পুস্তক।

আৰতগৰ্গ পুৰোহিত ৰঙ্গে।
হাতহি পুসক বসুন্ধৰা সঙ্গে॥
(গীত— শ্ৰীৰাম)

পুত— পবিত্ৰ, শুদ্ধ।

পুতনা—(১) এজনী ৰাক্ষসী। কংসই শ্ৰীকৃষ্ণক বধ কৰিবৰ কাৰণে এই ৰাক্ষসীক পঠাইছিল ; কিন্তু শ্ৰীকৃষ্ণই স্তনপান কৰোতেই পুতনাৰ সকলো শক্তি শোষণ কৰি বধ কৰে।
(২) তিনি বাহিনী সৈন্যৰ দল, অৰ্থাৎ ২৪৩টা হাতী, ২৪৩ জন ৰথী, ৭২৯ জন অশ্বাৰোহী আৰু ১২১৫টা পদাতিক সৈন্যৰ দল।

পূতিকৰঞ্জ— ভেঁট ফুল।

পূৰবক— পূৰ্ব্বৰ, আগৰ।

ব্ৰজক জীৱন ধনৰে নন্দকুমাৰ।
বিছুৰল পূৰবক সুনেহা হামাৰ॥
(বৰগীত)

পুৰাণকামা— কামনা বা অভিলাস পূৰ্ণ কৰোঁতা; পৰমেশ্বৰ

পূৰে —পূৰ্ণ কৰা; সিদ্ধি কৰা, to fulfil, to accomplish.

পৃথিবী— এই জগত। পৃথিবীৰ অন্যান্য নাম—ভূ, ধৰা, ধৰিত্ৰী ধৰণী, কাশ্যপী, বসুমতী, ক্ষিতি, মহী, মেদিনী ইত্যাদি।

পৃথু—ত্ৰেতাযুগৰ সূৰ্য্য বংশৰ পঞ্চম ৰজা। বেন ৰজাৰ দক্ষিণ বাহু মন্থনৰ পৰা উদ্ভৱ হোৱা। বেন ৰজা যজ্ঞ পূজা পাতল আদিৰ ঘোৰ বিৰোধী হোৱাৰ কাৰণে ব্ৰাহ্মণসকলে তেওঁক বধ কৰে। পিছত দেশ অৰাজক হোৱাত দেশত দুৰ্ভিক্ষ মাৰি-মৰক হ'বলৈ ধৰে। তেতিয়া ব্ৰহ্মণসকলে এজন ৰজাৰ জন্ম দিয়াৰ উদ্দেশ্যে বেনৰ কৰজঙ্ঘা মন্থন কৰিবলৈ ধৰে আৰু এই মন্থনৰ ফলত এটা দৈত্যৰ জন্ম হয়। ইয়াৰ পিছত ব্ৰাহ্মণ সকলে বেনৰ সোঁবাহু মন্থন কৰে তাৰপৰা পৃথুৰ জন্ম হয়। পৃথুৱে তেওঁৰ প্ৰজাসকলৰ

দুৰ্ভিক্ষ নিবাৰণৰ কাৰণে চেষ্টা কৰে যদিও পৃথিৱীয়ে ত্ৰাত বাধা দিয়াত ধনু শৰ লৈ পৃথিৱীক বধ কৰিবলৈ উদ্যত হয়। পৃথিৱীয়ে তেতিয়া ধেনু ৰূপ ধৰি প্ৰাণ ৰক্ষা কৰিবলৈ চেষ্টা কৰে যদিও পলাব নোৱাৰি পৃথুক এটা পোৱালি প্ৰাৰ্থনা কৰে। পৃথুৱে তেতিয়া স্বায়মভুবমনুক পোৱালিৰ ৰূপ ধৰি গাইৰূপী পৃথিৱীক পিবৰ কাৰণে আদেশ দিয়ে। স্বায়মভূব মনুৱে পৃথুৰ আদেশত গাইৰূপী পৃথিৱীক পিবলৈ ধৰে আৰু পৃথুৱে পৃথিৱী দোহন কৰে ফলত পৃথিৱীত পুনৰ শস্য আদিৰে নদন বদন হয়। পৃথিৱীক জীৱন দান দিয়াৰ কাৰণে পৃথুক পৃথিৱীৰ পিতৃ বোলা হয় আৰু পৃথুৰ পৰা এই জগতক পৃথিৱী বোলা হয়। আৰু সেইকাৰণেই পৃথুক আদি ৰজা বোলে। শ্ৰীমন্ত শঙ্কৰদেৱে কীৰ্ত্তনত লিখিছে— অৰাজক ভৈলা নষ্ট

হোৱে সবে প্ৰজা। দেখি তুমি
ভৈলা পৃথু নামে আদি ৰাজা।
পৃথিবেক ধৰিয়া দুহিলা সবে
ৰস।
জগতকে ব্যাপিল তোক্ষাৰ মহা
যশ ॥ ২১

পৃশ্নিগৰ্ভ — শ্ৰীকৃষ্ণ

পৃশ্নিভদ্ৰ — শ্ৰীকৃষ্ণ

পৃশ্নিশৃঙ্গ — বিষ্ণু, গণেশ।

পেখি — দেখি। চিন্তিত গোপিনী
পেখিয়ে নৈৰাশ।
লম্বিত আনন ফোঁকাৰে
নিশ্বাস ॥ (কেলি গোপাল)

পেড়াপাত্ৰ — পেড়া, ধনবস্তু থোৱা চন্দুক তাৰগৰাকী, এতেকে ধনীলোক, ধনীলোকৰ স্ত্ৰী।
অধীন কৃষ্ণ বুলি গণয়ে নাহি।
থৈছে সেৰূপ্লা স্বামাক পেড়া
পাত্ৰক ঝীৱ কটাক্ষে গণয়ে
নাহি। (কেলিগোপাল)

পেচন্দাৰ — এবিধ অলঙ্কাৰ, গড়না, **an ornament.**

পৈৰণ — পিন্ধোৱা।
পিশঙ্ক পিচোৰা পৈৰণ কৰাইবো

কটিধাতী পৰিধাই ।
গাৱে অজগৰ লেপন কৰাইবো
কস্তুৰী সাথে মিলাই ॥
( গীত-শ্ৰীৰাম )

পৈশুন্য—খলস্বভাৱ, ধূৰ্ত্তালি, সূচক, craftiness, backbiting.

পোষ্যপুত্ৰ— অপুত্ৰক লোকে অন্য-লোকৰ সন্তানক তুলি লোৱা ল'ৰা । তোলনীয়া পো; an adopted son.

প্ৰকৰণকিয়ে—কোনো এক বিষয় বা পুথিৰ একে অৰ্থৰ বাক্য বা কথা-সমূহ একগোট কৰি এক ছেদ বা অধ্যায় কৰি পংক্তি লগোৱা ।

প্ৰকাশ— বিদিত, ব্যক্ত, পোহৰ ; disclose, publish.

প্ৰকৃতি— ঈশ্বৰৰ সৃষ্টি এক শক্তি বিশেষ, জোনি, লিঙ্গ । প্ৰকৃতি দুই বিধ, পৰা আৰু অপৰা, পৰা প্ৰকৃতি জীৱাত্মা আৰু অপৰা প্ৰকৃতি মাটি, পানী আদি ( অষ্ট প্ৰকৃতি চাওক )

প্ৰগলভ—প্ৰত্যুৎপন্নমতি, উৎসাহ, উদ্যম; power, ability.

প্ৰচেতা—দহজন সৃষ্টিকৰ্ত্তা । বিষ্ণু পুৰাণমতে এওঁলোক দহজনে দহহেজাৰ বছৰ সাগৰৰ পাৰত তপস্যা কৰি বিষ্ণুৰপৰা জগত সৃষ্টি কৰিবৰ কাৰণে বৰ লাভ কৰে । ( প্ৰজাপতি চাওক )

প্ৰজাপতি— সৃষ্টিকৰ্ত্তা, ব্ৰহ্মা, ( ব্ৰহ্মাচাওক ) ব্ৰহ্মাৰ পুত্ৰ অন্য দহজন ঋষিকো পিছৰ যুগত প্ৰজাপতি বুলি কয় । এওঁলোক হ'ল-মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, বশিষ্ঠ, দক্ষ, ভৃগু, আৰু নাৰদ ।

কোলাত নাৰদ ভৈলা দক্ষ আঙ্গুলিত ।
প্ৰাণত বশিষ্ঠ ভৈলা পুলহ নাভিত ॥ ২৫২
ছালত ভৈলন্ত ভৃগু পুলস্তি কৰ্ণত ।
হস্তত জন্মিল ক্ৰতু অঙ্গিৰা মুখত ॥
আখিত ভৈলন্ত অত্ৰি মৰীচি মনত ।
ধৰ্ম উপজিলা আসি দক্ষিণ স্তনত ॥ ২৫৩ (অনাদি পাতন )

প্ৰজ্বলিত — বৰকৈ জ্বলা, প্ৰখ্যাত হোৱা। blazing, noted.

প্ৰণত — মূৰচাপ খোৱা, সেৱা কৰা, saluting with respect.

প্ৰতাপ — প্ৰভাৱ, পৰাক্ৰম; power, dignity.

প্ৰতিবাসী — ওচৰঘৰীয়া মানুহ; চুবুৰীয়া; a neighbour.

প্ৰত্যাহাৰ — বিষয়ৰ প্ৰতি বিৰাগ।

ধ্যানৰ পঞ্চম অঙ্গ নামে
প্ৰত্যাহাৰ।
আনিয়া বিষয় হন্তে ইন্দ্ৰিয়
দুৰ্ব্বাৰ ॥ ১৮৪
সংযম কৰিয়া মন থৈব
হৃদয়ত। (সাৰত তন্ত্ৰ)

প্ৰত্যূষ — প্ৰভাত, সূৰ্য্য। the morning, dawn, the sun.

প্ৰপঞ্চি — ভাঙ্গি, বহলাই, স্পষ্টৰূপে, বুজাই, in a detailed manner.

যশোদাৰ হাতে নিয়া অলঙ্কাৰ
দিয়া।
সকলো বৃত্তান্ত বাধা কৈলা
প্ৰপঞ্চিয়া ॥ (বৰগীত)

প্ৰপন্ন — শৰণাগত, ভক্তিমন্ত, dependent, taking refuge with.

প্ৰপন্নজনা শনি পল্লৱ — একান্ত ভক্তজনৰ বজ্ৰৰ দ্বাৰা নিৰ্মিত সজা বা বাহ। (প্ৰপন্নজন = একান্ত সেৱক; অশনি — বজ্ৰ পল্লৱ — সজা বা বাহ)

প্ৰপুৰিত — পৰিপূৰ্ণ।

বিনোদ বিহাৰে চলয় যদুমণি।
দশোদিশে প্ৰপুৰিত জয় জয়
ধ্বনি ॥ (বৰগীত)

প্ৰপৌত্ৰ — নাতিৰপুত্ৰ, a son of the grandson.

প্ৰপৌত্ৰী — নাতিৰ কন্যা, a daughter of the grandson.

প্ৰভঞ্জন — বায়ু, the wind.

প্ৰভা — কুবেৰৰ পুৰী, দীপ্তি, প্ৰকাশ, আলোক, পোহৰ, the city of Kuver, the light, the lustre.

প্ৰভু — বিষ্ণু, অধিপতি, স্বামী, পতি, পালক, God, the master husband, protector.

প্ৰভেদ — বিভিন্নতা, difference.

প্ৰমতস } প্ৰমাদী, অসাৱধানতা-
প্ৰমত্ত } যুক্ত, উন্মত্ত, অহঙ্কাৰ,
carelessness, mad.

দীনবন্ধু ভৱসিন্ধু কৰাহা উদ্ধাৰ।
ৰূপ ৰস পৰশ শবদ গন্ধে ফান্দে
বিৰাজে প্ৰমত্ত অপাৰ॥

প্ৰমাদ — অসাৱধানতা, আপদ, বিপদ, misfortune.

প্ৰমোদ — হৰ্ষ, আনন্দ, joy, delight

প্ৰয়াস—পৰিশ্ৰম, ক্লেশ ; আয়াস ; labour, trouble, pain.

গিৰিগুহা নদী নদ, কালিন্দী
পুলিন হ্ৰদ বিচাৰিয়া ফুৰি ফুৰি
ভ্ৰমে। প্ৰয়াসে তিমিৰ মুখ,
মনত নাহিকে সুখ
সাৱলী বুলিয়া ডাক দিলবে॥
(গীত ৰামানন্দ)

প্ৰযুক্তি — প্ৰয়োগ, প্ৰচেষ্টা ; application, use, exertion.

প্ৰবৰ্ত্তক—প্ৰৱৰ্ত্তনকাৰী ; নিয়োজন কৰোঁতা ৰ, চলাওতা ; one who sets in action.

তুমি চিত্ত বৃত্তি মোৰ প্ৰৱৰ্ত্তক
নাৰায়ণ,
তুমি নাথ মই নাথবন্ত।
চৰণ ছত্ৰৰ ছায়া দিয়া দূৰ কৰা
মায়া
কৰা দয়া মোক ভগৱন্ত॥
১২৯ ঘোষা॥

প্ৰবাদ — জনৰব ; a tradition.

প্ৰবীণ — নিপুণ, বিজ্ঞ, কৃতী ; skilful, clever.

প্ৰবৃত্তি — আকাঙ্ক্ষা ; হেঁপাহ, বাঞ্ছা ; wish, hankering

ধৰ্ম্মক জানোহো মই, তথাপি
প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিবৃত্তি নোহয়।
হৃদি স্থিত হয়া তুমি যেন
কৰাই যাহা স্বামী
হৃষীকেশ কৰিবো তেনয়॥
১৩৮ ঘোষা॥

প্ৰসঙ্গ — (১) বৈষ্ণৱসকলে নিতৌ পুৱা গধূলি ঈশ্বৰৰ গুণ কীৰ্ত্তন কৰি কৰা প্ৰাৰ্থনা ; prayer.
(২) কোনো কিতাপৰ পাতনি,

introduction.

(৩) প্ৰস্তাৱ, পৌৰাণিক, কোনো কথোপকথনত ওলোৱা সমপৰ্য্যায়ৰ বিষয়, a topic, a subject, reference.

প্ৰসাদ—(১) ঈশ্বৰ বা কোনো দেৱ-দেবীৰ উদ্দেশ্যে আগবঢ়োৱা খাদ্য ; food offered to God or gods.

(২) উপহাৰ, অনুগ্ৰহ, কৃপা, reward, favour

একপাট শৰে বালি সঙ্কলিলা জীৱ ।

তোমাৰ প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ ॥ (কীৰ্ত্তন)

প্ৰসিদ্ধ—বিখ্যাত,সকলোৱে ভালকৈ জনা, celebrated famous.

প্ৰস্তাৱনা—আৰম্ভ, নাটকৰ অভি-নয়ৰ আগতে সেই নাটৰ বিষয়-বস্তু উত্থাপন কৰা সূচনা বা পাতনি । যথা — সূত্ৰধাৰেণ সহ নটী বিদূষ কাদীনং পৰস্পৰ বিচিত্ৰ ভাষণম (শব্দ কল্পদ্ৰুম)

প্ৰহসন— পৰিহাস, হাঁহি তোলা ভাৱনা ; a farce.

প্ৰহাৰ—আঘাত, মাৰ কিল, to strike.

প্ৰহেলিকা— অনুমানৰদ্বাৰা বুজিবলৈ কোৱা গুপ্তাৰ্থক কথা (হেমকোষ) ; a riddle: সহজে বুজিব নোৱাৰা কথা ; দুৰ্বিজ্ঞাৰ্থ প্ৰশ্ন ।

প্ৰহ্লাদ—হিৰণ্যকশিপুৰ পুত্ৰ । এওঁ পূৰ্ব্বজন্মত শিব শৰ্ম্মনৰ পুত্ৰ সোম শৰ্ম্মন আছিল । মৃত্যুৰ সময়ত অসুৰত দৈত্য ভাৱ অহাত দৈত্যকুলত জন্ম গ্ৰহণ কৰে । অন্যহাতে বৈকুণ্ঠৰ পৰিষদ জয় বিজয় ঋষি শাপত দৈত্য যোনিত জন্ম লাভ কৰিব লগাত ভগবানে প্ৰবোধ দি কৈছিল-"বৈৰভাৱে চিন্তিবাহা মোক । অল্পকালে পাইবা এহিলোক" ॥ গতিকে স্বাভাৱতে হিৰণ্যকশিপু বিষ্ণুবৈৰী । হিৰণ্যকশিপুৰ ভাতৃ হিৰণ্যাক্ষক বৰাহৰূপী বিষ্ণুৱে বধকৰাত

অধিক বিৰোধী হৈ বিষ্ণুক বধ কৰিবৰ কাৰণে তপস্যা কৰিবলৈ যায়। হিৰণ্যকশিপুৰ তপস্যাত থাকোতেই ইন্দ্ৰই প্ৰহ্লাদৰ মাতৃক সগৰ্ভা অৱস্থাত ধৰি লৈ যায়। বাটত নাৰদে লগ পাই প্ৰহ্লাদৰ মাতৃক ইন্দ্ৰৰ পৰা আনি ঋষিৰ আশ্ৰমত ৰাখে। তাতে নাৰদে প্ৰহ্লাদৰ মাতৃক অনেক উপদেশ দিয়ে "দয়ালু

নাৰদ পিতৃ সমান।
মাতৃক দিলন্ত পৰম জ্ঞান ॥"
ভক্তিৰ লক্ষণ সবে কহিল।
গৰ্ভতে মোক উপদেশ দিল ॥

গতিকেই প্ৰহ্লাদ বিষ্ণুৰ এজন পৰম ভক্ত হয়, আনফালে হিৰণ্যকশিপুৱে তপস্যা কৰি

ব্ৰহ্মাৰ পৰা বিষ্ণুক বৰ মাগে
তোমাৰ সৃষ্টিৰ হাতে যত
প্ৰাণীচয়। তাত হস্তে মোৰ
মৃত্যু নুহিকে নিশ্চয় ॥
বাহিৰতো ভিতৰতো মৃত্যু
নুহিবেক।
ৰাত্ৰিত দিনতো মাৰিবাক
নপাৰোক ॥
অস্ত্ৰ শস্ত্ৰে মোক নপাৰোক
ছেদিবাক ॥ এই বৰ পাই অতি

উগ্ৰহৈ পৰে। গতিকে পিতা পুত্ৰৰ অহি নকুল সম্বন্ধ হয়। শেষত মহাভক্ত প্ৰহ্লাদৰ কথা ৰক্ষা কৰি ভগবানে স্ফটিকৰ স্তম্ভৰ পৰা ব্ৰহ্মাই সৃজন নকৰা নৰসিংহ অৱতাৰ হৈ ৰাত্ৰি দিনৰ উভয়ৰে সন্ধ্যাত ঘৰৰ বাহিৰো নহয় ভিতৰো নহয় পিৰালিত কোনো অস্ত্ৰ-শস্ত্ৰ নোহোৱাকৈ নখেৰে হিৰণ্যকশিপুক বধ কৰে। হিৰণ্যকশিপুৰ মৃত্যুৰ পিছত প্ৰহ্লাদ দৈত্য কুলৰ ৰজা হয়।

প্ৰাকৃত – নীচ, সামান্য ; যেনে প্ৰাকৃত মানুহ (সামান্য মানুহ শব্দ কল্পদ্ৰুম্) কৃষ্ণৰ ভক্ত হবৰ কাৰণে প্ৰথম আৰম্ভ কৰা লোক লোকে – প্ৰাকৃত ভকত। মূপুজে ভকতক মান্য নকৰে প্ৰাণীক।

এক প্ৰতিমাতে মাত্ৰ আবাধে হৰিক ॥
জানিবাহা সেহিজন প্ৰাকৃত ভকত ।
আৰোঢ় হৈয়া আছে ভক্তিৰ পথত ॥

প্ৰাঙ্গণ—অঙ্গিন, গৃহ ভূমি, বাৰী-ঘৰ ; compound.

প্ৰাচীন—পুৰণা, অতীত কালৰ, old, ancient.

প্ৰাচ্য—পূবদিশৰ, eastern.

প্ৰাজ্ঞ—পণ্ডিত, দক্ষ, a learned man, wise.

প্ৰাঞ্জল—সৰল, সহজ ; simple, plain.

প্ৰাণায়ম— ৰেচক কুম্ভক আদি নিশ্বাস প্ৰশ্বাস নিয়ন্ত্ৰন কৰা ।
ধ্যানৰ চতুৰ্থ অঙ্গ নামে প্ৰাণায়ম ।
ৰেচক কুম্ভক আৰু পূৰক যে নাম ॥

প্ৰাতিশাখ্য— বেদাঙ্গ ; বেদৰ প্ৰতিশাখাৰ মন্ত্ৰৰ উচ্চাৰণ, সন্ধি আদি বৈয়াকৰণিক নিয়ম পদ্ধতি থকা পুথি । প্ৰত্যেক বেদৰ প্ৰাতিশাখ্য বেলেগ বেলেগ । ঋক আৰু অথৰ্ব্ব বেদৰ এখনকৈ আৰু যজুৰ্বেদৰ দুখন প্ৰাতিশাখ্য আছে ; সামবেদৰ তেনে প্ৰাতিশাখ্য পোৱা নাই বুলি পণ্ডিতসকলে কয়

প্ৰিয়াকেৰি — প্ৰিয়াৰ । প্ৰিয়াকেৰে কাহিনী শুনিয়ে মুৰাৰি ।
বিৰহে দহয় চিত্ত, আকুল কিঞ্চিত মানস মদন বিগাড়ি (ৰুক্মিণী হৰণ)

প্ৰেত—নৰকত থকা প্ৰাণী, ভূত, পিশাচ, a ghost an evil

প্ৰেতপক্ষ—আহিন মাহৰ কৃষ্ণপক্ষ তিথি

প্ৰেতপতি—যম ।

প্ৰেতাকাৰ— প্ৰেতৰ আকৃতি, কুৰূপ ; very ugly.

প্ৰেক্ষা—দৰ্শন, চকু ( ঈক্ষণম্ ) a sight, a view.

প্ৰৌঢ়ি—দৃঢ়তা, অধ্যৱসায় উদ্যম : ability firmness perse-

verance, exertion-

মোহোৰ পৰম ঈশ্বৰৰ ভুৰাচাৰো
ভক্ত নোহে নষ্ট
কিন্তু সিটো ভক্ত কৃতাৰ্থ আতি
হোৱয় ।
তোমাৰ প্ৰগল্‌ভ প্ৰৌঢ়ি শুনি
সমস্ত কুতৰ্ক পৰিহৰি
গুৰুত্বে তোমাক কৰিবে সবে
নিশ্চয় ॥ ৬০৬ ঘোষা

প্লবক—চণ্ডাল, ভেকোলা ; a low caste, a frog

প্লবগতি—ভেক, ভেকোলা ; a frog

প্লবঙ্গ—বান্দৰ, ভেকোলা, a monkey ; a frog ;

প্লক্ষদ্বীপ—সাতটা দীপৰ এটা ( সপ্ত দ্বীপ চাওক)

প্লাবিত—জলমগ্ন স্থান । an inundated place

প্লীহাৰি—আহত গছ

## ফ

ফণধৰ—সৰ্প, সাপ ; a snake

ধীৰ বীৰ শূৰ শেখৰ বাঘৰ,
বাৰণ তুৰা পৰি কাম্পে ॥
সুৰ নৰ কিন্নৰ ফণধৰ তৰ তৰ
মহীধৰ তৰসি প্ৰকাম্পে ॥
(বৰগীত)

ফণধৰ ধৰ—শিৱ ।

ফণবান, ফণাবান—সৰ্প, সাপ ; a snake.

ফণাকৰ—সৰ্প, সাপ ; a snake.

ফণিতল্পগ—বিষ্ণু (সৰ্পস্য শৰ্য্যায়াং গচ্ছতি সঃ)

ফণী—সৰ্প, সাঁপ ; a snake

ফণীশ্বৰ—অনন্ত,

ফন্দ—কঁপা, ল'ৰা to quiver, to throb

আহে সখীসব, হামাৰ বাম
অঙ্গ ফন্দে । কোন শুভ বাত
কহে ইহা নাহি জানি ।
(ৰুক্মিনী হৰণ)

ফৰমান—আদেশ, আজ্ঞা, order, command.

ভয়ো ভাই সাৱধান যাৱে নাহি
ছুটে প্ৰাণ ।
গোবিন্দৰ ফৰমান নিকটে
মিলিব জান ॥ বৰগীত ।

ফল—গছৰ গুটি, কোনো কাৰ্য্যৰ

লাভালাভ, a fruit, a result

ফলকামী — কৰ্ম্মফল কামনা কৰোঁতা; one who desires benefit of a work.

ফলকাঙ্ক্ষা—কোনো কাৰ্য্যৰ ফল কামনা ; desire of gain

ফান্দ—ফাঁচ, খোৰোচা ; ছিটিকা, জাল, কুট কৌশল ;
a noose, a snare a net, a trap, a secret of doing something harm.

হৰিৰ মায়াৰ ফান্দে জীব ভৈল বন্দী ।
ই তিনি ভুবনে পলাইবাৰ নাহি সান্ধ ॥ বৰগীত

ফান্দিলো—ফান্দত পৰিলোঁ ; ফাঁচত বা জালত পৰিলোঁ ।

এ ভব গহনবন আতি মোহ পাশে চয়,
তাতে হামো হৰিণা বেড়াই ।
ফান্দিলো মায়াৰ পাশে, কাল ব্যাধে খায়া আসে,
কামক্রোধ কুত্তা খেদি খায় ॥
বৰগীত ।

ফান্দী - ফান্দ মাৰোঁতা, ফান্দ মাৰি বনৰীয়া হাতী ধৰোঁতা,
one who puts trap or noose.

ফান্দোৱাল—ফন্দী, ফান্দ বা জাল পাতোঁতা ।

শুণি চাবা মন তুমি এৰাইবা কমনে ।
ফান্দোৱাল গোবিন্দৰ ধৰিয়ো চৰণে ॥

ফিৰত—ঘূৰি অহা, to come back

ফিৰাবত—ঘূৰাই অনা, ঘূৰাই লৈ ফুৰোৱা, ঘূৰণি যেনে — মূৰ ঘূৰোৱা । giddiness.

শিৰফিৰাবত, নয়ন বুলায়ত,
ঘনে ঘন আবত হামি ।
জ্ঞান বিৰহিত, ছুট কদম্ব তলে
একা শুতায়লো আমি ॥
বৰগীত ।

ফিৰিচায়—পিছলৈ চোৱা, ঘূৰি চোৱা

ফিৰে—ঘূৰি অহা, to come back

ফেৰিয়া— ফালি, to tear.

ৰজনী বিদুৰ দিশ ধৱলী বৰণ।
তিমিৰ ফেৰিয়া বাজ ৰবিৰ
কিৰণ॥ বৰগীত

ফেৰুৱা— ফেউৰা, শিয়াল, a jackal, a fox.

ফোকাৰ—(পুকাৰ) ডাঙৰকৈ মতা, চিঞৰা,

পুচে যশোমতী, চান্দমুখ কতি,
নন্দকু বয়ন নেহাৰি।
ফোকাৰে ঘন ঘন, মলিন বদন,
নয়ন পুৰিত বাৰি॥ গোপাল
আতা।

ফোড়ল— (ফলা) ফালিলে, has torn.

খৰল কেশপাশ টুটলহাৰ।
ফোড়ল কাঞ্চুয়া কুচক হামাৰ॥
(কেলি গোপাল)

ব

বখান—ব্যাখ্যা কৰা, প্ৰশংসা কৰা, গোৱা, to explain, to praise

বঘাসুৰ— এটা ভয়ানক অসুৰ। পিতৃ বিৰিঞ্চি ঋষি, মাতৃ আম্ৰাৰিকা ৰাক্ষসী।

এই ৰাক্ষসীৰ গৰ্ভত ৭০ বছৰ থকাৰ পিছত জন্মগ্ৰহণ কৰে। মুখখন বাঘৰ আকৃতিৰ এই অসুৰ জন্মগ্ৰহণ কৰাৰ লগে লগে পিতৃ ঋষি বিৰিঞ্চিয়ে ভয়ত পলাই যায়, আৰু মাতৃ ৰাক্ষসীয়েও স্তন পান নকৰাই সাগৰৰ তললৈ পলাই যায়। এই অসুৰৰ মুখৰ আকৃতি বাঘৰ দৰে হোৱাৰ কাৰণে নাম হয় বঘাসুৰ। বঘাসুৰে জন্মগ্ৰহণ কৰি একো খাবলৈ নাপাই চাৰিওফালে ঘূৰি চাই আকাশত চন্দ্ৰক দেখি মুখমেলি চন্দ্ৰকে খাবলৈ যায়। চন্দ্ৰই ভয় খাই হাতত থকা অমৃতকে খাবলৈ দিয়ে।

একে ব্ৰহ্মতেজ আৰু অমৃত পিলেক।

তাহাৰ মহিমা ৰাজা কহিবো কতেক॥

এই দুৰ্দ্দান্ত অসুৰ গৈ কৈলাশ পালেগৈ। শিৱক স্তুতি কৰাত শিৱ সন্তুষ্ট হৈ মূৰৰ বাদে বাকী সৰ্বশৰীৰ বজ্ৰৰ দৰে টান হবলৈ বৰ দিয়ে। এই বৰ পাই বধাসুৰে আশ্ৰমত থকা ঋষি মুনি সকলক অনেক অত্যাচাৰ কৰিবলৈ লয়। পাণ্ডৱসকল বনবাসত অগস্তি মুনিৰ আশ্ৰমত থাকোতে ঋষিসকলে এই অসুৰক বধ কৰিবৰ কাৰণে অনুৰোধ জনায়। তেতিয়া যুধিষ্ঠিৰ আৰু দ্ৰৌপদীক আশ্ৰমত থৈ বাকী চাৰিজনে বধাসুৰক বধ কৰিবলৈ যায়, বধাসুৰৰ লগত যুদ্ধ কৰি চাৰিওজন মৃত্যু মুখত পৰে। তেওঁলোক উভতি নহা দেখি যুধিষ্ঠিৰ আৰু দ্ৰৌপদী তালৈ গৈ দেখে যে চাৰিওজন মৃত হৈ পৰি আছে। তেতিয়া দ্ৰৌপদীয়ে তেওঁক অগস্তি মুনিয়ে দিয়া কণ্ঠহাৰ স্পৰ্শ কৰাই চাৰিওজনক পুনৰ জীবিত কৰে। ইয়াৰ পিছত দেৱতা সকলৰ পৰামৰ্শ মতে ভীমে যুদ্ধত বধাসুৰৰ মূৰত গদাৰে প্ৰহাৰ কৰি মূৰ ভাঙি বধাসুৰক বধ কৰি ঋষি মুনি সকলৰ মাজত শান্তি স্থাপন কৰে।

বচনঘাৰ — আঘাত দিয়া বাক্য, কটুবাক্য; displeasing words

বজাইল — বাহিৰলৈ গ'ল; has gone out.

বিহানে বজাইল খেড়ি খেলাই
বাৰ তাৰে।
ভৈগৈল বিয়াল পুতা এ'ভা
নাইলা ঘৰে॥ ( বৰগীত )

বংক — বেঁকা, বিৰোধী; contrary

পাৱল বহু পুণ্যে হাসো বহুবঙ্ক।
হাতে হৰাল নিধি বিধি ভেল
বঙ্ক॥ ( ৰুক্মিণী হৰণ )

বঙ্কিম — বেকা, কেৰাহিকৈ, oblique.

এহি জগমোহন, কান্ধে দধি
ওদন, গোধন আগু বুলায়।
বঙ্কিম নয়ন সবোকহু হাসি,
হেৰাইতে ভুবন ভুলায়।

বজ্ৰনাভ — বিষ্ণুৰ সুদৰ্শন চক্ৰ, মহা-

ভাৰতৰ মতে এই চক্র অগ্নিয়ে খাণ্ডৱ বন দাহন কৰিবৰ সময়ত ইন্দ্রৰ লগত যুদ্ধ কৰিবৰ কাৰণে শ্রীকৃষ্ণক দিছিল। এই চক্র সূর্য্যৰ ৮টা ৰশ্মিৰ এটা ৰশ্মি কাটি বিশ্বকর্ম্মাই নির্ম্মান কৰিছিল। বিশ্বকর্ম্মাই এই সুদর্শন চক্র অগ্নিক দিয়ে। ( সুদর্শন চক্র চাওক )

বঞ্চিত—নিৰাশ, ছলনা, পাব লগা বস্তু নিদিয়া, deprive of

বড়ব অগনি / বাড়ৱ অগনি (বড়বাগ্নি, বড়বানল) সাগৰৰ তলত থকা জুই। পূর্ব্বে ঊর্ব্বমুনিয়ে এজন অযোনি পুত্র কামনা কৰি নিজৰ বক্ষ মন্থন কৰাত এজন অলৌকিক পুৰুষৰ উদ্ভৱ হয়, তেওঁক সমুদ্রত বাড়বামুখত স্থাপন কৰে। উর্ব্বমুনিৰ পুত্র কাৰণে ঔর্ব্ব আৰু বাড়বামুখত স্থাপন কৰা কাৰণে বাড়বা বোলা হয়।

চিন্তা নামে বাড়ৱ অগনি শোষৈ প্ৰাণ।

বাহিৰে তৰণি তুয়া পদ বিনে আন। (বৰগীত)

বৎসল— স্নেহযুক্ত ব্যক্তি, স্নেহশীল, দয়ালু, kind

বদনসহস্ৰ—সহস্ৰ মুখ যাৰ, অনন্ত,

বনাই—শোভাকৰি, গুৰনি কৰি,

হেৰহু মাই মধুৰ ৰঙ্গ বনাই।
যমুনা পুলিন বনে সুৰভি চৰাই॥ (বৰগীত)

বন্দুলি—এবিধ ফুল, ৰঙা আৰু বগা দুই বিধ। a kind of shrub bearing red and white flowers.

বয়ন—মুখ, বদন, the face, the mouth.

যাকেৰি বয়নে বহতু ৰাম বাণী।
তাকেৰি চৰণ বেণু লেহু জানি॥ (বৰগীত)

বয়ন বাৰিজ—মুখ পদ্ম।

বয়ন-সহস্র — সহস্র যাৰ মুখ, অনন্ত।

বৰজি—বৰ্জ্জন কৰি, ত্যাগকৰি leaving, abundoning.

আবহু কাল ভুজঙ্গম গৰজি।
হৰিপদে শৰণ লেহু সব বৰজি।

(বৰগীত)

বৰদ—অভীষ্টদাতা, one who fulfils the desire

বৰদা—কন্যা, a girl

বৰিষণ—বৰষুণ, rain

বৰিহা—ম'ৰা চৰাই, a peacock.

থমধ্যে বলাহকে গৰ্জ্জে যেতি ক্ষণ। শৈলাগ্রে বৰিহা নৃত্য কৰে তেতিক্ষণ (গীত-অনিৰুদ্ধ)

বৰুণ— জলৰ অধিষ্ঠাতা দেৱতা। তেওঁৰ প্ৰিয় স্থান হ'ল পুষ্প-গিৰি, তেওঁৰ নগৰৰ নাম বসুধা নগৰ বা অলকা ; তেওঁ সাপৰ চৰ্ম্মৰে নিৰ্ম্মিত এটা ছাতি, অপৰাধী সকলক বান্ধিবৰ কাৰণে এদাল জৰী (যাক নাগ পাশ, পুলকাঙ্গ, বা বিশ্বজিত বোলা হয়) লগত লৈ ফুৰে। মহাভাৰতৰ মতে তেওঁ কৰ্দ্দম ঋষিৰ পুত্ৰ। তেওঁৰ অন্যান্য নাম-প্ৰচেতা, অম্বুৰাজ, জল-পতি, কেশ ; উদ্দামা বাৰিলোমা, পাশিন, অপ্পতি ইত্যাদি

বৰ্ত্তল — ৰক্ষা পোৱা, বিপদমুক্ত হোৱা, free from danger.

সূত্ৰ—তা শুনিয়ে বিপ্ৰ বাহু মেলি কৃষ্ণক ধৰল।

বেদনিধি — হা বাপ বৰ্ত্তল, বৰ্ত্তল, হামু ক্ষণে মৰি যাঞো তোহাক নিমিত্ত পুত্ৰ উপজল। (ৰুক্মিনী হৰণ)

বৰ্ত্তুল—ঘূৰণীয়া, গোলাকাৰ Round

বৰ্ষ—(১) বছৰ, year

(২)পৃথিবীৰ পাহাৰমালাৰ মাজত অৱস্থিত নটা ভাগৰ এক ভাগ যেনে (১) ভাৰতবৰ্ষ, (২) কিন্নৰ (৩) হৰি, (৪) ৰম্যক (৫) হিৰ-ন্ময়, (৬) উত্তৰকুৰু, (৭) ইলা-ব্ৰিত, (৮) ভদ্ৰাশ্ব আৰু কেতু-মালা।

বৰ্ষনেয়—(বাৰ্ষ্ণেয় অৰ্থাৎ বৃষ্ণি বংশ জাত) শ্ৰীকৃষ্ণৰ এটা নাম, বিষ্ণুৰ অৱতাৰ নলৰজাৰ সাৰ-থিৰ নাম।

বলদেৱ — ৰোহিনীৰ গৰ্ভজাত শ্ৰীকৃষ্ণৰ অগ্ৰজ। তেওঁৰ

অন্যান্য নাম হ'ল—বলভদ্ৰ, প্ৰলম্বঘ্ন, বলৰাম অচ্যুতাগ্ৰজ, ৰেৱতী ৰমণ, ৰাম, কামপাল, হ'লায়ুধ, নীলাম্বৰ. ৰৌহিনেয়, মুষলী, হলী, সঙ্কৰ্ষণ, সীৰপাণি কালিন্দীভেদন, ৰুক্মিদৰ্প, মধুপ্ৰিয়, হলধৰ, হলবৃৎ, সৌনন্দী, গুপ্তবৰ সংবৰ্ত্তক বলী। তেওঁৰ পত্নীৰ নাম ৰোহিনী।

বলভদ্ৰ—বলদেৱ।

বলয়া—খাৰু, a bracelet

বলসুদন—ইন্দ্ৰ।

বলাই—বঢ়াই।

বলাহক—মেঘ, পৰ্ব্বত, দৈত্য বিশেষ ; the cloud, the mountain a daity.

বলি — বিৰোচন পুত্ৰ প্ৰহ্লাদৰ নাতি। বলি এজন মহা পৰাক্ৰমী ৰজা আছিল ; তেওঁ স্বৰ্গৰ ইন্দ্ৰাদি দেৱতাসকলক ৰণত পৰাজয় কৰি তিনিত্ৰৈলোকৰ অধিপতি হয়। তেতিয়া দেৱতাসকলে তেওঁলোকক ৰক্ষা কৰিবৰ কাৰণে ভগবানক প্ৰাৰ্থনা কৰে। ভগবানে দেৱতা সকলক ৰক্ষা কৰিবৰ কাৰণে নিজে বামনৰূপে অৱতাৰ হৈ বলিৰ যজ্ঞত উপস্থিত হৈ তিনি পদ ভৰি দান খোজে, বলিয়ে দান দিবলৈ স্বীকাৰ কৰাত বামনে বিশ্বৰূপ ধাৰণ কৰি এক পদত পৃথিবী, অন্য পদত স্বৰ্গ অধিকাৰ কৰে, তৃতীয় পদত পাতাল অধিকাৰ কৰে যদিও প্ৰহ্লাদৰ ভক্তিৰ কথা সুঁৱৰি পাতাল এৰি দি তাত বলিক থাকিবৰ কাৰণে আদেশ কৰি ইন্দ্ৰক ৰক্ষা কৰে। নৰসিংহৰূপ প্ৰকটি আটোপে হিৰণ্যকশিপু ডাৰিলে। বামণ মুকতি বলিক চলিকছ ইন্দ্ৰক ৰোহি তাৰিলে॥ (কেলি গোপাল)

বলিত—শ্ৰীকৃষ্ণৰ নাভিমণ্ডল শোভা কৰা সুশ্ৰী মাংসৰ ৰেখা বিশেষ (ত্ৰিবলি বলিত চাওক)

বল্লভ—প্ৰিয়, মৰমৰ স্বামী ; beloved, husband.

বশবৰ্ত্তী—তলতীয়া, অধীন,subm-

issive ; obedient

বশ্য — অধীন, নম্র ; docite, submissive.

মুক্তিত নস্পৃহ যিটো সেহি ভক তক নমো ; ৰসময়ী মাগোহো ভকতি ।

সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য, ভজো হেন দেৱ যদু-পতি ॥ নামঘোষা ।

ৰষাদ — ( শুদ্ধৰূপ-বিষাদ ) বেজাৰ, অসন্তোষ, sorrow, mental affliction.

কৰ্ণক উছাদা বিপ্ৰক ৰষাদ ( বিষাদ )

পত্নীক প্ৰসাদ । দিলাহা আহ্লাদ ॥ ( গুণমালা )

বসু — দীপ্তি,ৰশ্মি,গণদেৱতা,গণদেৱতা আঠজন । এই আঠজন দেৱতা হ'ল—ধ্ৰুব, ধ্ৰুব, সোম, অনিল, অনল, প্ৰভাস আৰু প্ৰত্যুষ এই, সাতজনৰ নামত সকলো একমত; কিন্তু বাকী অষ্টমজনৰ ক্ষেত্ৰত কিছুৱে বিষ্ণু, কিছুৱে আপ আৰু কিছুৱে সাবিত্ৰি বুলি কয়, যেনে—

১। ধৰোধ্ৰুবশ্চ সোমশ্চ বিষ্ণু-শ্চৈব বানিলো হ্বলঃ প্ৰত্যূষশ্চ প্ৰভাসশ্চ বসবোহষ্টো ক্ৰমাত স্মৃতাঃ ইতি ভৰত ।

২। ধৰ, ধ্ৰুব, সোমঃ সাবিত্ৰ, অনিল, অনল, প্ৰত্যুষ, প্ৰভাষ, ইতি মহাভাৰতে দান ধৰ্ম্মঃ ।

৩। অপিচ আপোধ্ৰুবশ্চ সোমশ্চ ধৰশ্চৈ বানিলো হ্নলঃ প্ৰত্যূষশ্চ প্ৰভাসশ্চ বসবোহষ্টৌ প্ৰকীৰ্ত্তিতাঃ ( শব্দ কল্পদ্ৰুম )

বহিৰিন্দ্ৰিয় — বাহিৰৰ ইন্দ্ৰিয় । পাঁচ কৰ্ম্মেন্দ্ৰিয় আৰু পাঁচ জ্ঞানেন্দ্ৰিয়

বহিৰ্ভূত — বাহিৰ ওলোৱা, বাহিৰ কৰা, সমাজচ্যুত কৰা, come out, expelled

বহুদৰ্শী — জ্ঞানী, অভিজ্ঞ, wise, experienced

বহুৰি — উলটি, উভটি, ঘূৰি, ( অহা বা যোৱা ) to return

বহুৰি গৌৰী গোপাল প্ৰাণ নেহাৰি ।

কোকাৰে নিশ্বাস চলয়ে নাহি

চৰণা, নয়না পূৰিত বাৰি॥
( কেলি গোপাল )

বক্ষমহ— বুকুৰ মাজত, within the bosom.

বাগীশ্বৰী— সৰস্বতী।

বাছক - দামুৰি, পকপোৱালি, a calf

হৰলি চেতন, বহলি কালিন্দী,
খেলক কমল তুলাই।
দশনে তৃণধেনু, ধৰিয়ে ৰহল
তনু, বাছক মুহে জৰি যায়।

বাজসানেয়— যাজ্ঞবল্ক্য ঋষিয়ে কৰা যজুৰ্ব্বেদৰ এটা শাখা। ইয়াক শুক্ল যজুৰ্ব্বেদ বোলা হয়। শাস্ত্ৰত উল্লেখ আছে ঋষি যাজ্ঞবল্ক্যাই বৈশম্পায়নৰ ওচৰত বেদ শিক্ষা কৰি থাকোতে হঠাৎ এদিন বৈশম্পায়নে অনাৱধানতাত গোবমাৰি তেওঁ তেওঁৰ ভনীৰ সন্তান এটা বিনাশ কৰে। এই পাপৰ পৰা মুক্ত হবৰ কাৰণে তেওঁ তেওঁৰ শিষ্যসকলক আৱশ্যকীয় ব্ৰত আদি আচৰণ কৰিবলৈ আদেশ দিয়ে। যাজ্ঞবল্ক্যাই সেই আদেশ মানিবলৈ অমান্তি হোৱাত গুৰুৱে তেওঁ দিয়া উপদেশ (বেদজ্ঞান) ঘুৰাই দিবৰ কাৰণে আদেশ দিয়ে। যাজ্ঞবল্ক্যয়ো সেই মুহূৰ্ত্ততে সকলো বমি কৰি বাহিৰ কৰি দিয়া সেই বেদজ্ঞান বাকীসকল শিষ্যই তিত্তিৰ চৰাই হৈ ভক্ষণ কৰি পিছত তাকে প্ৰচাৰ কৰাত তাৰ নাম হয় তৈত্তিৰীয় বা কৃষ্ণ যজুৰ্ব্বেদ। ইয়াৰ পিছত যাজ্ঞবল্ক্যাই সূৰ্য্যাক আৰাধানা কৰাত সূৰ্য্যাই বাজিন্ (ঘোঁৰা) ৰূপ ধৰি তেওঁক বেদ জ্ঞান দিয়ে। বাজিৰ পৰা পোৱা হেতুকে সেই বেদৰ নাম হয় বাজসনেয় বা শুক্ল যজুঃ। গতিকে যজুৰ্ব্বেদ তৈত্তিৰীয় আৰু বাজসনেয় দুটা ভাগত (শাখা) বিভক্ত হয়।

বাজিবৈল— লাগি ব'ল, আবদ্ধ হ'ল, to be ensared.

হৃদক কামিনী লোভে আশা,
সুহৃদ সোদৰ তনু নাশা।

বিবিধ বিষয় অভিলাষা, বাজি-
বৈল ভৱ মোহ আশা ॥
( গীত – শ্ৰীৰাম )

বাজিয়া ৰহিল – লাগি ৰ'ল, আৱদ্ধ হ'ল, to be ensnared.

বাটোৱাৰী—ডকাইত, এবিধ ভূতুনী, যেনে—হাতোৱাৰী বাটোৱাৰী, a robber, a she-devil.

এই ভূতুনীৰ দায় একৰাবৰ কাৰণে কিছুলোকে তিনি আলিৰ মূৰত মুনি-চুনি বেলিকা ( সন্ধ্যা ) গাৰ নোম নেদেখা হোৱা সময়ত কেচা পিঠাগুৰিৰে পূজা দিয়ে।

নাৰায়ণ চৰণে কৰোহো গোহাৰি
বিষয় বিলাস পাশ ছান্দি ইন্দ্ৰিয়
মোহিওহে লুটে বাটোৱাৰী ॥

বাঢ়ৰ / বাৰৰ অগনি—(বড়ৱ অগনি চাওঁক )

শ্ৰীৰাম নাম, মল অৰণ্যত, বাঢ়ৱ
অগনি সম।
শ্ৰীৰাম নাম, মনৰ উৎসৱ,
ভয়ৰো ভয় উত্তম ॥ ৩২৯ঘোষা

বাঢ়লি— বাঢ়িল, বৃদ্ধি হ'ল, increased.

হামাৰি ওহি গোকুলমহ, ৰাধা
বাঢ়লি চোৰ ॥ (বৰগীত)

বাণ— শৰ, কামদেৱৰ পঞ্চবাণ, যেনে - সম্মোহন, উন্মাদন, শোষন, তাপন আৰু স্তম্ভন।

বাণী—সৰস্বতী, বাক্য, বচন, the goddess Saraswati, a speech.

বাত—(১) বতাহ, বায়ু, গন্ধবাহ. মৰুৎ, পবন, অনিল, সমীৰ, সমীৰণ, মাৰুত, জগতপ্ৰাণ, মাতৰিশ্বা, সদাগতি, প্ৰভঞ্জন ইত্যাদি; wind.

(২) দেহস্থ পঞ্চবায়ু – প্ৰাণ, অপান, সমান. উদান আৰু। ব্যান (৩) বিষ বেমাৰ, rheumatism.

বাতধ্বজ – মেঘ, cloud.

বাতৰথ – মেঘ, cloud

বাত সাৰথি – অগ্নি, fire

বাথান – ৰাতি গৰু বন্ধা স্থান, গৰু খুটি, a place where cows are kept in night.

নন্দগেল বাথানে গোৱাল গেল
পাল ।
সুৰভী চাৰিতে লাগে উঠঁৰে
গোপাল । (বৰগীত)

বাদ—সুৰ, স্বৰ, a tune। দোষা-ৰোপ ; accusation ;
দুজন লোকৰ মাজত হোৱা উতৰা উতৰি, debate.

বাদ্য—বজোৱা যন্ত্ৰ ; a musical instrument

বানপ্ৰস্থ—গৃহস্থী সুখ ভোগৰ পাছত ঈশ্বৰ উপাসনাৰ কাৰণে বনবাসী হোৱা ।

বান্টি—বঁাটি, ভগাই, to divide

বাপদায় — ধৰ্ম্ম গুৰু বুলি মানি-লোৱা , to respect as a spiritual guide

বাম - বাওহাত, বিৰুদ্ধ, left hand, contrary.
হৰি হৰি কিনা দোষে বিধি
ভেলি বাম ।
কৰত বিলাপিতা জনকনন্দিনী
সীতা ।
ফোকাৰি, ফোকাৰি বাম বাম ॥
( গীত-গোপাল আতা )

বামন— বিষ্ণুৰ পঞ্চম অৱতাৰ । দক্ষিণ দিগধিপতি যমৰ হস্তীৰ নাম ।

বামন পহু— বামনৰূপী নাৰায়ণ প্ৰভু ।

বামাচাৰ—বামআচাৰ, বেদৰ বিৰুদ্ধ আচাৰ । পঞ্চ 'ম' কাৰে কৰা পূজা পদ্ধতি । বামাচাৰো ভবেত্তত্ৰ বামা ভূত্বা যজেৎ পৰাম্-স্বধৰ্ম্ম ৰহিতা বিপ্ৰা বেদান্য সেবিন ; সদা । ভ্ৰষ্টা-চাৰশ্চ বামশ্চ তে যান্তি নৰকং-ধ্ৰুবম্ । ইতি ব্ৰহ্ম বৈবৰ্ত্তে প্ৰকৃতি খণ্ডে ২৪ অধ্যায়ঃ ॥

বায়ু—বতাহ, wind
(মাৰুত চাওক)

বাৰবৈষ্ণৱ—ব্ৰহ্মা, মনু, হৰ, কপিল কুমাৰ, শুক, ভীষ্ম,বলি,প্ৰহ্লাদ, নাৰদ, জনক আৰু যম । যমে
তেওঁৰ দূতৰ আগত কৈছিল-
ব্ৰহ্মা মনু হৰ, কপিল কুমাৰ,
শুক ভীষ্ম বলি বাৰ ।
প্ৰহ্লাদ, নাৰদ, জনক আমিসি.

বাৰজন সমুদায় ।। কীৰ্ত্তন ।

বাৰসুন্দৰী—বেশ্যা, a prostitute

বাৰস্ত্ৰী—বেশ্যা, a prostitute.

বাৰাঙ্গনা—বেশ্যা, a prostitute

বাৰি—জল, পানী, Water.

বাৰিচৰ—মাছ, a fish.

বাৰিজ—পদুমফুল, শঙ্খ, a lotus, a conch.

কপালে চন্দন ৰাজে, আভীৰ বালক মাজে, মেঘ মহ সৈচন চান্দ।
নীৰজ নয়ন, বয়নবৰ বাৰিজ, জলমল মোহন ফান্দ॥
(গীত—শ্ৰীৰাম )

বাৰিধি—সমুদ্ৰ,সাগৰ, an ocean.

বাৰিনিধি— সমুদ্ৰ, সাগৰ, an ocean.

বাৰিমুক—মেঘ, cloud.

বাৰিলোমা—বৰুণ দেৱতা।

বাৰিবাহন—মেঘ, cloud.

বাৰীশ—সমুদ্ৰ, an ocean.

বাৰুণি - অগস্ত্য মুনি।

বাৰুণী— সুৰা, মদ, পশ্চিমদিক্, শতভিষা নক্ষত্ৰ।

বাৰ্ত্তকি } পোৱাল বেঙেনা, a kind of brinjal like a pearl.
বাৰ্ত্তকু }

বাৰ্হদ্ৰথ—জৰাসন্ধ ৰজা।

বাৰ্হস্পত্য—নাস্তিক, an atheist.

বালক—মুনিহ ল'ৰা, a boy

বাল গোপাল—শ্ৰীকৃষ্ণৰ সৰু কালৰ নাম ।

বালাই } অমঙ্গল, বিপদ, misfortune.
বালয় }

অৰুণ অধৰ মূৰি কান্দে যদুমণি।
চান্দ মুখেৰ বালাই লও বোলে ৰে জননী॥ (বৰগীত)

বালী— ইন্দ্ৰ পুত্ৰ বান্দৰৰ ৰজা। ইন্দ্ৰৰ পুত্ৰ কাৰণে তেওঁৰ অনা নাম হয় ঐন্দ্ৰ। বালী আৰু তেওঁৰ ভাতৃ সুগ্ৰীৱ দুয়োৰো মাজত বিবাদ লগাত বালীয়ে সুগ্ৰীৱক ৰাজ্যৰ পৰা খেদি দিয়ে। ৰাৱণে সীতাক হৰণ কৰি নিয়াত ৰামে বিচাৰি ফুৰোতে সুগ্ৰীৱক লগ পাই দুয়ো মিত্ৰতা স্থাপন কৰে আৰু ৰামে বালীক বধ কৰি সুগ্ৰীৱক ৰজা পাতে। বালীৰ পুত্ৰ অঙ্গদ যুৱৰাজ হয়। বালী বধ

পৰাক্ৰমী ৰজা আছিল। সেয়েহে অসমীয়া মানুহৰ মুখে মুখে প্ৰচলিত হৈ আছে—

বাপ্পী বীৰ বলিবীৰ অৰ্দ্ধ হনুমান।
মুহুৰ মুপজ্জিব দাতা কৰ্ণৰ সমান॥

বাল্মীকি—বাল্মীকি মুনি। এওঁৰ জন্মৰ নাম আছিল ৰত্নাকৰ। তেওঁ আছিল এজন দস্যু। এদিন দৈৱক্ৰমে নাৰদক লগ পায়। নাৰদৰ পৰা জ্ঞান লাভ কৰি দস্যু বৃত্তি ত্যাগ কৰি একান্তমনে ভগবানক আৰাধনা কৰিবলৈ লয়। একান্তমনে আৰাধনা কৰোতে তেওঁৰ চাৰিওফালে উঁই পকৱাই চাপ তুলি তেওঁক ঢাকি পেলায়। বহুত দিনৰ মূৰত এদিন নাৰদ সেই বাটেদি যাওঁতে ৰত্নাকৰে উঁই চাপৰ তলতে ৰাম নাম লৈ থকা শুনি কমণ্ডলুৰ পানীৰে উঁইচাপ থহাই ৰত্নাকৰক বাহিৰ কৰে। উঁইচাপৰ পৰা উলিয়াই পুনৰ জীৱন দান দিয়াৰ কাৰণে তেওঁৰ নাম হয় বাল্মীকি। তেওঁ ৰামৰ চৰিত্ৰ ৰামায়ণ ৰচনা কৰে। তেওঁৰ অন্যান্য নাম প্ৰচেতস, কবি-শ্ৰেষ্ঠ, কুশীবশ, আদি কবি, বল্মীক।

বাশি—অগ্নি, fire

বাঁশী - বাঁহী, বংশী।

ঈষত মধুৰ হাসি, বাঁশী বিনোদিত, মোদিত পঞ্চম গায়তৰি।
নন্দকুমাৰ, চৰণ যুগ ৰাজীৱ, মাধৱ মন বহু ভয়তৰি॥
(বৰগীত)

বাসে—(বাস) গৃহ, বস্ত্ৰ, সুগন্ধি; abode, clothing, sweet smelling.

সূত্ৰ—সে ৰাজা সবক ভীমক সম্মান কয় কহু বাসা ঘৰ দিয়া ৰাখল। কেহুৰন নেতৰ আকোল, কৰে জলমল, পাৰে পৰিমল বাসে।
ওহিজ্জ মন, মকোক হামাৰ কহয় মাধৱ বাসে॥ (বৰগীত)

বাসন—বস্ত্র, জ্ঞান, clothing, knowledge, wisdom

বাসনা—ভাগ্য, দশা fate, luck.

বাসন্তীপূজা—চ'ত মাহৰ দুৰ্গা পূজা। চৈত্রে মাসি সিতে পক্ষে সপ্তম্যাদি দিনত্রয়ে। প্রাতঃ প্রাতর্ম্মহাদেবীং দুর্গা ভক্ত্যা প্রপূজয়েৎ। ইতি

বাসৰ—দিন

বাসৱ—ইন্দ্ৰ

বাসুকি—সৰ্পৰাজ, অহিপতি the king of the serpents

বাসুদেৱ—শ্ৰীকৃষ্ণ।

বাসুভদ্ৰ—শ্ৰীকৃষ্ণ।

বাস্প—ভাপ, তাপৰ দ্বাৰা পাতল আৰু ধোঁৱাৰ নিচিনা হৈ উৰি যোৱা পানী, vapour

বাহন—উঠি ফুৰাত ব্যৱহাৰ কৰা যন্ত্ৰ বা জন্তু, যান, a vehicle.

বাহিনী—সৈন্যসমূহ, তিনি গণ সৈন্যৰ দল অৰ্থাৎ ৮১ টা হস্তী, ৮১টা ৰথী, ২৪৩টা অশ্বাৰোহী আৰু ৪০৫টা পদাতিক সৈন্যৰ দল। an army.

বাহিনীপতি—সেনাপতি।

বাহু—হাতৰ কিলাকুটিৰ ওপৰ ভাগ; the arm.

বাহুদাঙ্গি—বৰ সাহেৰে নিশ্চয়কৈ কোৱা, to state boldly.

বাহুৰি—বহুৰি, ঘূৰি, উলটি, return তবহু ৰহল মোৰ মধুপুৰী। নিকৰুণ কানু নাৱে অবহু বাহুৰি॥ (বৰগীত)

বাহুৰায়ো—ওলোটাই পঠোৱা, উভতাই পঠোৱা, to send back.

বাহুল্য—বিস্তাৰ, অধিক পৰিমান; prolix, broad.

বিকট—ভয়ানক, দেখিলে ভয় লগা; Terrible, hideous.

বিকটা—বেকা কৰ, ভেঙ্গুৰা কৰ, বিকৃত, to distort as the face মায়াদেৱী, মাৰীচী. বজ্ৰকালিকা; বজ্ৰবাৰাহী, পোত্ৰিৰথা, ইতি ত্ৰিকাণ্ড শেষ।

বিকৰ্থনা—নিন্দা, গালি, তিৰস্কাৰ, reproach, abuse

বিকল—বিহ্বল, ব্যাকুল, শোকাকুল,

distracted with sorrow.

বিকলে গোপিনী ডাকে স্থিৰ নোহে চিত্ত ।

বিনাদোষে প্ৰাণনাথ কয়লি বঞ্চিত ॥ (গীত-ৰামানন্দ)

বিকলাঙ্গ — অঙ্গহীন, অসম্পূৰ্ণ deformed, having an injured or defective limbs.

বিকল্প – বিবিধ কল্প, দুটাৰ ভিতৰত এটা ; alternative.

বিকস—চন্দ্ৰ; the moon.

বিকশিত— প্ৰফুল্লিত, ফুলা, হঁহা; blown, smiling

শতপত্ৰ বিকশিত ভ্ৰমৰ উৰাই ।

ব্ৰজবধু দধিমথে তুয়াগুণ গাই ॥ (বৰগীত)

বিকাৰ—বিকৃতি, ৰূপান্তৰ, ৰোগ ; change of form or nature, disease.

বিকাশ—প্ৰকাশ, দীপ্তি, পোহৰ; light.

বিকিৰণ – বিক্ষেপণ, ত্যাগ, এটাৰ পৰা আন এটালৈ পোহৰ দিয়া, প্ৰতিবিম্ব হোৱা ; reflected.

বিকৃতি – বিকাৰ, আকৃতি বেয়া হোৱা;change of form or nature.

বিক্ৰম—শক্তি, পৰাক্ৰম, বীৰত্ব ; heroism, power.

কৃষ্ণৰ বিক্ৰম দেখি ঋক্ষৰাজ পৰম বিস্ময় মনে ।

স্বামী হেন জানি বুলিবে লাগিলা ; প্ৰণামি কৃষ্ণ চৰণে ॥ (কীৰ্ত্তন)

বিক্ৰমাদিত্য— ভাৰতবৰ্ষৰ এজন বিখ্যাত ৰজা । তেওঁৰ দেশৰ নাম আছিল উজ্জয়নী । সেই সময়ত শক নামৰ এটা জাতি প্ৰবল প্ৰতাপী হৈ উঠি ভাৰতবৰ্ষত অনেক অত্যাচাৰ কৰিছিল ; বিক্ৰমাদিত্যই সেই শকসকলক দমন কৰি দেশত শান্তি স্থাপন কৰে ; আৰু শকসকলক দমন কৰা দিনৰ পৰা শকাব্দ আৰম্ভ হয় । বিক্ৰমাদিত্য এজন মহাপণ্ডিত

আক জ্ঞানপিপাসু ৰজা আছিল। তেওঁৰ ৰাজসভাত নটা বিষয়ৰ নজন পণ্ডিত আছিল। এই পণ্ডিতসকলক নৱৰত্ন বুলিছিল। (নৱৰত্ন চাওক)

বিথনা—ব্ৰহ্মা।

বিগত—পাৰ হোৱা, প্ৰভাৱৰহিত ; past, powerless.

বিগৰ্হিত—নিন্দিত, নিষিদ্ধ, বেয়া, censured, bad

বিগাৰি—বেয়া হোৱা, নষ্ট হোৱা, বিমৰ্ষ, disappointed, cheerless.

প্ৰিয়াকেৰি কাহিনী শুনিয়ে মুৰাৰি।
বিৰহে দহনু চিত্ত আকুল কিঞ্চিত মানস মদন বিগাৰি॥
(ৰুক্মিণী হৰণ)

বিগ্ৰহ—শৰীৰ, যুদ্ধ, দেৱমূৰ্ত্তি, the body, battle, an idol of a god

বিঘাত—আঘাত, a blow

বিছুৰণ — বিস্মৰণ, পাহৰা, to forget.

বিছুৰি } বিছোৰি } বিস্মৰণ কৰি, পাহৰি, (১) কমনে ৰময়াসন

বিছুৰি ৰহু বৃথা মোহে ভুলায়।
ৰাম চৰণ চিন্ত চিত্তক মৃত্যু তৰণ উপায়॥ (বৰগীত)

( ) শুন শুন সখি মাধৱ পিয়ু।
বিছোৰি কমনে ৰহব জীয়ু॥
(গীত-ৰামানন্দ)

বিছোৰালি — বিস্মৰণ কৰিলা ; পাহৰিলা ; forgot, have forgotten

আজি মোৰে ৰক্ষা কৰা বনমালী।
মথুৰা নগৰ, শ্যাম মনোহৰ, মুঝে অব বিছোৰালি॥ (গীত-ৰামানন্দ)

বিজুৰী— বিজুলী, Lightening.

নীল তনু পী ৎট ধটি লজি লোৰ
নৱ ঘন ঘন খৈছে বিজুৰী উজোৰ (বৰগীত)।

বিজুবন— ডাঠ হাবি, নিবিড় অৰণ্য, dense forest

ঘোৰাত চৰি মহাৰজমনে

মৃগক মাৰি ফুৰে বিজুবনে ॥ (কীৰ্ত্তন)।

বিজ্ঞ—জ্ঞানী, জনা-বুজা; প্ৰবীণ, wise, clever

বিজ্ঞান—জগতৰ বস্তুবিলাকৰ গুণ বা স্বৰূপৰ বোধ, গ্ৰহ নক্ষত্ৰৰ গতি। দ্ৰব্যৰ গুণ ইত্যাদিৰ বিদ্যা, science.

বিজ্ঞান-পাদ—বেদব্যাস।

বিজ্ঞানময় কোষ — জ্ঞানেন্দ্ৰিয়সহ বুদ্ধি।

বিজ্ঞাপ্তি— বিজ্ঞাপন; an advertisement.

বিট বিষ্ঠা, ordure.

বিড়ম্বনা — প্ৰতাৰণা ; ছলনা, deceit.

মুকুতি বিড়ম্বন লীলা যাহাক। মা'ধৱ কহ গতি নন্দকুমাৰ ॥ (বৰগীত)

বিড়ালা—বিড়াল, মেকুৰী, মাৰ্জ্জাৰ, বৃষদংশক, বিৰাল বিলাল, নেত্ৰপিঙ্গ, নক্তঞ্চাৰী, জাহক, ত্ৰিশঙ্কু, শূচক, বৃষিকাৰতি, মায়াৱী, দীপ্তলোচন।

বিতণ্ডা—গালি, তিৰস্কাৰ; abuse, reproach.

বিতৰণ—দান, বিলোৱা; donation, distribution.

বিতুষ্ট—অসন্তুষ্ট, সন্তোষ নোপোৱা; displeased.

বিতোপন — অতি সুন্দৰ, উত্তম, বৰভাল; excellent.

বিদগ্ধ—বৰ নিপুণ, শ্ৰেষ্ঠ; very learned.

বিদাৰ—ফাল, ফাল ফাল কৰ ; to tear.

বিদাৰক — ফালোতা, খণ্ড খণ্ড কৰোঁতা; one who tears.

বিদিত— জনা, প্ৰকাশিত, বুজ পোৱা; known.

বিদীৰ্ণ—বিদাৰিত, ফলা; torn, split.

বিদ্যমান — আগত থকা, জীয়াই থকা।

বিদ্ৰোহ— ৰজা বা চলিত শাসন ব্যৱস্থা নাইবা শাসনকৰ্ত্তা, ভঙ্গ কৰিবলৈ কৰা চেষ্টা ; rebellion.

বিদ্রোহী— ৰজা বা চলিত শাসন-কৰ্ত্তাৰ বিৰুদ্ধে উঠা লোক-সকল; rebellions.

বিদ্বেষ—শত্ৰুতা, হিংসা; enmity.

বিধাতা— ব্ৰহ্মা, সৃষ্টিকৰ্ত্তা; (ব্ৰহ্মা চাওক)

বিধু—চন্দ্ৰ, জোন; the moon. (সোম চাওক)

বিধ্বংসনা— সম্পূৰ্ণ নাশ, total destruction.

বিনন্দীয়া — আনন্দময়, শুৱনি ; blissful, beautiful.

বিনন্দবিলাস — আনন্দেৰে পূৰ, ঈশ্বৰৰ বিনন্দবিলাস সৃষ্টি; the beautiful world.

বিনশ্বৰ—ক্ষন্তেকীয়া, সদায় নথকা, ধ্বংস বিশিষ্ট; perishable.

বিনষ্ট—নষ্ট হোৱা, ধ্বংস বিশিষ্ট ; perishable.

বিনায়িকা—গৰুড় পত্নী ।

বিনাৱত — গুণ বৰ্ণনা কৰি শোক কৰা, বিলাপ কৰা; to wail, to lament.

বিনতা — দক্ষৰ পুত্ৰী, কশ্যপৰ ভাৰ্য্যা ; গৰুড়ৰ মাতৃ ।

বিনাশ—বিনষ্ট, নষ্ট, মৃত্যু ; destruction, death

বিনাশন — নাশকৰণ, মাৰণ, মাৰোতা destroyer

বিনাশী — নাশকৰোতা ; মাৰোতা destroyer

বিনি—বিনা, without except.

বিনু—বিনা ; অবিহনে, except
হামু বিচাৰ কয়, দেখ'লো
আৰবি, চোৰ বাধা বিনু নাই ॥
(বৰগীত)

বিনোদ—কৌতুহল আনন্দ, খেলা ; ধেমালি ; joy, play.
সুৰভী তেজয় হাম্বাৰাৱে ।
বিনোদ মিলিছে ঠাৱে ঠাৱে ॥
(বৰগীত) ।

বিনোদিত—শোভিত, শোভা কৰা, আনন্দিত ; beautified, joyful.
ঈষত মধুৰ হাসি, বাঁশী বিনো-
দিত, মোদিত পঞ্চম পাৰতৰি ।
নন্দকুমাৰ, চৰণযুগ বাজীৰ,
মাধৱ মন বহু ভয় ভৰি ॥

(বৰগীত) ।

বিন্দু — জলকণা, অতি সামান্য প্রায় নোহোৱা নিচিনা, শূণ্য, বীৰ্য্য, ৰেতস, a drop, a small particle, Semen, human seed

বিন্ধস — চন্দ্ৰ, the moon.

বিন্ধ্যাৰণী — বান ৰজাৰ মাতৃ ।

বিন্যাস — শৃঙ্খলাবদ্ধৰূপে কৰা স্থাপন, orderly arrangement

বিপঞ্চী — বীনা ; কেলি ।

ৰুদ্ৰক বিলাস বিপঞ্চী ৰবাব
শাৰোদস্বৰ মণ্ডলে ।
মধুৰ মৃদঙ্গ, মন্দিৰা উপাঙ্গ, বহু
বাদ্য সুমঙ্গলে ॥ (বৰগীত)

বিপত্তি — আপদ, বিপদ, কষ্ট, adversity distress.

বিপথ — নিন্দিত পথ, কুপথ, অসৎপথ, wrong or evil way.

বিপন্ন — বিপদগ্ৰস্ত, আপদত পৰা, সৰ্প, involved in misfortune.

বিপৰ্য্যয় — ব্যতিক্ৰম, ওলোটা ; অসঙ্গত, contrary

বিপক্ষ — শত্ৰু, বিৰোধীলোক, an antagonist, an opposite party

বিপাক — দুৰ্গতি, এবাৰ বা শীঘ্ৰে নিষ্পত্তি কৰিব নোৱাৰা লেঠা, কষ্টদায়ক বা সংকটযুক্ত ঘটনা, difficulty, embarrassment

বিপিন — অৰণ্য, বন, forest

বিপ্লৱ — বিভ্ৰাট, দেশৰ ভিতৰৰ ৰাজনৈতিক, সামাজিক কিম্বা প্ৰাকৃতিক দুৰ্যোগত হোৱা বিভ্ৰাট নাইবা বিদেশীৰ আক্ৰমণত হোৱা হুলস্থূল ; a great commotion caused by the attack on a country by enemy, a great calamity caused by the nature etc.

বিবৰ — গৰ্ত্ত গাঁত ; a hole.

বিবাহ — ভাৰ্য্যা স্বামীৰ সম্বন্ধ কৰা কাৰ্য্য ; marriage. ( অষ্ট প্ৰকাৰ বিবাহ চাওক )

বিবেক — ভাল বেয়া বা ন্যায় অন্যায় বিচাৰ কৰিব পৰা শক্তি, concience

বিভৱ — ধন-সম্পত্তি, ঐশ্বর্য্য, property, wealth.

বিভা — কিৰণ, প্ৰকাশ, শোভা, a ray of light, Shining.

বিভাকৰ — সূৰ্য্য, the sun.

বিভাবসু — সূৰ্য্য, চন্দ্ৰ, অগ্নি, the sun, the moon, the fire

বিভীষণ — ৰাৱণৰ ভাতৃ, the brother of Ravana.

বিভীষিকা — ভয় প্ৰদৰ্শন, আতঙ্ক,

বিভু — বিষ্ণু, শিৱ, ব্ৰহ্মা ।

বিভূতি — শিৱই গাত ঘহা ভস্ম ; শিৱৰ আঠ শক্তি যেনে, অণিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য,মহিমা, (অণিমা মহিমা চৈব গৰিমা লঘিমা তথা । প্ৰাপ্তিঃপ্ৰাকাম্য-মীশিত্বং বশিত্বং চাষ্ট সিদ্ধয়ঃ ॥ ইতি অমৰাৰ্থ চন্দ্ৰিকা স্বৰ্গ বৰ্গ ২৬)

বিভূষণ — কাপোৰ অলঙ্কাৰ আদিৰে সজোৱা কাৰ্য্য, an ornamented

বিভ্ৰম ভ্ৰান্তি ভ্ৰম, illusion

বিভ্ৰাত — শত্ৰুৱে দেশ আক্ৰমন কৰাত নাইবা আন কোনো ভয়ানক বিপদত ঘৰ বাৰী এৰি যাব লগা হুলস্থূল ; a great calamity.

বিমৰ্ষ — মনমৰা, আনন্দহীন, cheerless

বিমল — নিৰ্ম্মল, মলনথক ; clean, pure.

বিমাতা
বিমাতৃ } মাতৃ-সপত্নী. মাহীআই, a stepmother.

বিমোচন - দূৰীকৰণ, দূৰকৰা, মুক্তি দিওঁতা ; Removal, release

বিয়ামোহ — বিমোহিত, মুগ্ধ, charmed, amaged.

বিয়াল — বিয়লি, আবেলি, দুপৰীয়াৰ পাচ আক সন্ধ্যাৰ আগভাগ ; afternoon, evening.

বিহানে বজাইল, তৈপৈল বিয়াল, ভোকেহি মলিন মুখৰে।

ধূসৰিত তেৰি, তনুদেখি মেৰি,
মনে মিলে ৰবি ছুখৰে ॥
( শ্ৰীৰাম )

বিৰহ—বিচ্ছেদ, বিয়োগ, প্ৰিয়জনৰ পৰা আঁতৰত থকা অৱস্থা ; separation from a beloved person.

বিৰহাগ্নি—প্ৰিয়জনৰ পৰা বিচ্ছেদ হৈ থকাত পোৱা শোক বা সন্তাপ the sorrow of separation from a beloved one

বিৰহিত—ৰহিত হোৱা, ত্যক্ত,বিহীন, হেৰোৱা, devoid of to lose.

শিৰ ফিৰাৱত, নয়ন বুলাৱত,
ঘনঘন আৱত হামি ।
জ্ঞান বিৰহিত, ছুই কদম্বতলে,
এক শুতাৱলো হামি ॥(বৰগীত)

বিৰাগ—অনুৰাগ বা আসক্তি গুচা অৱস্থা, লোভ মোহৰ প্ৰতি আসক্তি নোহোৱা, cessation of affection or desire.

বিৰাজিত—শোভিত, উজ্জ্বলিত, illuminated, splendid.

গগনে তাৰ, বিৰাজিত মৈচন,
ৰতন ভূষণ শোহে কায়া ॥
( শ্ৰীৰাম )

বিৰাধ—এটা ভৈয়ানক দৈত্য। এই দৈত্যই তপস্যাৰ বলত কোনো লোকৰ হাতত মৃত্যু নহবৰ কাৰণে বৰ লাভ কৰে। যেতিয়া ৰাম দণ্ডকাৰণ্যত আছিল সেই-সময়ত এদিন এই দৈত্য আহি সীতাক হৰণ কৰিবলৈ ধৰাত ৰামে তাৰ বাহু আদি ছেদন কৰাৰ পিছতো তাৰ মৃত্যু নোহোৱাত এটা গাঁত খান্দি তাত জীয়াই জীয়াই পুতি থয়। কিন্তু পোতা শৰীৰৰপৰা এজন সুশ্ৰী পুৰুষৰ আবিৰ্ভাব হয়। সেই পুৰুষজনে তেতিয়া ৰামক ক'লে যে তেওঁ এজন গন্ধৰ্ব্ব আছিল, কুবেৰৰ অভিশাপত দৈত্য হৈ জন্মগ্ৰহণ কৰিছিল। "যেতিয়া দাশৰথী ৰামৰ জন্ম হৈ তোমাক স্পৰ্শ কৰিব তেতিয়া তোমাৰ শাপৰ অন্ত হব বুলি

কোৱাত আজি আপোনাৰ স্পৰ্শত শাপৰ অন্ত হয়" বুলি কৈ নিজ স্থানলৈ প্ৰস্থান কৰে।

বিৰিঞ্চি } ব্ৰহ্মা।
বিৰিঞ্চ }

বিৰুদ্ধ — বিপৰীত, ওলোটা, opposed, contrary.

বিৰূঢ় — অঙ্কুৰিত, জন্মা, আৰোহণ, germinated, birth, the act of ascending

বিৰূপ- কুৎসিত, কুৰূপ, ugly.

বিৰূপাক্ষ — শিব।

বিৰোচন — সূৰ্য্য, অগ্নি,চন্দ্ৰ, প্ৰহ্লাদৰ পুত্ৰ।

বিৰোধ — বিপক্ষতা, শত্ৰুতা, enmity, antagonism contest.

বিলম্ব— পলম, গহৰি, delay.

বিলয় — প্ৰলয়, নাশ, বেয়া অৱস্থা. destruction, bad condition

বিলবাসী — সৰ্প, সাপ, a snake

বিলক্ষণ — ভিন্ন, বেলেগ, স্বকীয়া, Separate

বিলসীয়া — ক্ৰীড়ামোদী, ধুনপেচ মৰা, বিলাসপ্ৰিয়, spartive, luxurious

দেখত নাগৰ নাট বিলসীয়া বালক মহ সাজতৰি।

ভুবনসুন্দৰ বৰ শ্যাম মনোহৰ চান্দ. কোটিজিনি ৰাজতৰি।
( বৰগীত )

বিলাপ — গুণ বৰ্ণনা কৰি শোক কৰা, কন্দা, Lamentation.

বিলাস লীলা,ক্ৰীড়া, dalliance, sport.

বিলোলে — চঞ্চল, ওলমি কপি থকা, dangling.

চান্দ জ্যোতি জিনি তিলক কপোলে।

কুণ্ডল ঝলমল অলকা বিলোলে
(বৰগীত)

বিলোলিত— ওলমি থকা ; hanging.

বিবাহ - দাৰ পৰিগ্ৰহণ, স্বামী ভাৰ্য্যাৰ সম্বন্ধ কৰা কাৰ্য্য ; marriage (অষ্টপ্ৰকাৰ বিবাহ চাওক)

বিশাৰদ—বিদ্বান, প্ৰসিদ্ধ, শ্ৰেষ্ঠ, পাৰ্গত ; learned, well conversant with

বিশাল—বৃহৎ, বহল, broad

বিশালাক্ষ—হৰ, গৰুড়, বিষ্ণু ।

বিশ্বকৰ্ম্মা দেৱতা সকলৰ শিল্পকাৰ । পুৰাণৰ মতে তেওঁ অষ্টবসু প্ৰভাসৰ পুত্ৰ আৰু মাতৃ যোগসিদ্ধ । তেওঁ ৰাক্ষসৰ ৰজা ৰাৱণৰ কাৰণে লঙ্কা নগৰ নিৰ্ম্মাণ কৰিছিল । তেওঁৰ কন্যা সংজ্ঞাক সূৰ্য্যলৈ বিয়া দিয়ে ; কিন্তু সংজ্ঞাই সূৰ্য্যৰ ৰশ্মি সহ্য কৰিবলৈ টান পোৱাত বিশ্বকৰ্ম্মাই সূৰ্য্যৰ আঠটা ৰশ্মিৰ এটা কাটি পেলায় । এই অষ্ট ৰশ্মিৰ পৰা বিষ্ণুৰ সুদৰ্শন চক্ৰ, শিৱৰ ত্ৰিশূল, বৰুণ আৰু কাৰ্ত্তিকৰ অস্ত্ৰ নিৰ্ম্মাণ কৰে । এই বিশ্বকৰ্ম্মাৰ বিষয়ে অনেক মত আছে । John Dowson এ কৈছে "Omnificient this name seems to have been originally an epithet of any powerful god as of Indra and Surya,but in course of time it came to designate a personification of the creative power.In this character Viswakarma was the great architect of the Universe and as described in two hyms of the Rigveda as the one "all seeing god who has on every side eyes faces,arms and feet etc. etc"

বিশ্বনাথ—শিৱ ।

বিশ্বপ্সা—অগ্নি, চন্দ্ৰ, বিশ্বকৰ্ম্মা ।

বিশ্বৰূপ—বিষ্ণু ।

বিশ্বাত্মা—বিষ্ণু ।

বিশ্বম্ভৰ—বিষ্ণু শিৱ, ইন্দ্ৰ, কামদেৱ ।

বিশ্বামিত্ৰ - ব্ৰহ্মৰ্ষি বিশেষ । এওঁৰ পিতৃ কান্যকুব্জৰ কুশিক বংশৰ ৰজা গাধী । এওঁ ক্ষত্ৰিয় সন্তান

যদিও ব্ৰাহ্মণ গুণসম্পন্ন লোক হিচাবে জন্মগ্ৰহণ কৰিছিল। ( জমদগ্নি চাওক ) বিশ্বামিত্ৰ ব্ৰাহ্মণ গুণসম্পন্ন হলেও ক্ষত্ৰিয় সন্তান হোৱা হেতুকে তেওঁক ব্ৰাহ্মণ হিচাবে স্বীকৃতি নিদিয়াত তেওঁ ভিন্ন সৃষ্টি কৰিবৰ কাৰণে এক বিপ্লৱ কৰিবলৈ স্থিৰ কৰে। বিশ্বামিত্ৰৰ কাৰ্য্য দেখি সকলো ব্ৰাহ্মণ এক গোট হৈ তেওঁক ব্ৰাহ্মণ বুলি স্বীকৃতি দিয়ে। গাধীৰপুত্ৰ কাৰণে এওঁক গাধীজা আৰু গাধীনন্দন বোলা হয়।

বিশোৱাস—বিশ্বাস, Confidence

জানি তাহেলোক হৰিকো নামে কৰু বিশোৱাস।

সকল বেদক তত্ব কহয়ে মুকুথ মাধৱ দাস॥ (বৰগীত)

বিষ—বিহ, যাক খালে মানুহৰ মৃত্যু হয়, ইয়াৰ অন্যান্য নাম গৰল, কালকুট, হলাহল, ইত্যাদি poison.

বিষধৰ—সৰ্প, সাপ, a serpent.

বিষভুজঙ্গ—বিষযুক্ত সৰ্প; বিষ থকা সাপ, a poisonous snake

বিষম—অসমান, unequal, odd.

বিষয় বিলাস—ইন্দ্ৰিয় ভোগ বিলাস। worldly happiness.

নাৰায়ণ চৰণে কৰোহো গোহাৰি।

বিষয় বিলাস পাশ ছান্দি ইন্দ্ৰিয়, মোহি লুটে বাটোৱাৰী॥

(বৰগীত)

বিষাণ—শিঙা, এটা বাদ্য, ম'হৰ শিঙৰ পৰা কৰা বাদ্য।

বিষ্ণু—১। নাৰায়ণ, সৃষ্টিৰ মূল কাৰণ সৰ্ব্বব্যাপী, সৰ্ব্বজ্ঞ পৰমেশ্বৰ পৰম ব্ৰহ্ম; বেবেষ্টি ব্যাপ্নোতি বিশ্বংযঃ। বেষতি সিঞ্চতি আপ্যায়তে বিশ্বমিতিবা। বিক্ষাতি বিমুনক্তি ভক্তান মায়াপসাৰণেন সংসাৰাদিতিবা। বিশতি সৰ্ব্বভূতানি অন্তেতিবা। যস্মাদ্বিশ্বমিদং সৰ্ব্বং তস্য শক্ত্যা মহাত্মনঃ। তস্মাদেবোচ্যতে বিষ্ণুৰ্বিশ ধাতোঃ প্ৰবেশনাৎ ইতি

যোৱাত মাধৱদেৱে কৈছে—

আত্মাৰূপে জ্ঞানা, ইটো জগতত,
আছন্ত হুয়া প্ৰবেশ ।
এহি হেতুতেঁসে, ঈশ্বৰ বিষ্ণু
বুলিয় নাম বিশেষ ॥ ১৫৬
২। পৰমেশ্বৰৰ সত্ত্ব গুণৰ পৰা উৎপত্তি হোৱা এজন দেৱতা ।
সাত্বিকতে হন্তে দশাদেৱ উৎপত্তি ।
বায়ু বহ্নি বিষ্ণু ইন্দ্ৰ দিশ প্ৰজা-
পতি ॥
অশ্বিনীকুমাৰ মিত্ৰ আদিত্য
বৰুণ ।
এহি অধিষ্ঠাতা দশাদেৱ সত্ত্ব
গুণ ॥ অনাদি পাতন ।

বিহঙ্গ — চৰাই, a bird

বিহান — ৰাতিপুৱা, দোকমোকালি, early morning.
হামো বিহানত খেড়ি খেলাৱত,
আজু কিছু'ৱ নাহি যাৱতৰি ।
তুমহি হামাকু, নাহি ডাকল
মাই, ভুখহি ৰৰি ছুখ পাৱতৰি ॥
(বৰগীত)

বিহাৰ — খেল, খেমালি, ভ্ৰমণ, playing, roaming
গৰুড় বাহনে গতি সদায়
যাহাৰ ।
সে তুমি গোপীক বশ্য ই কোন
বিহাৰ । (বৰগীত)

বিহি — বিধি, বিধাতা, ব্ৰহ্মা ।
হৰি হৰি কিনা বিহি লিখিল
ললাট ।
অবস্তু মিলল মেথি মৰণক বাট ॥
(ৰুক্মিণী হৰণ)

বিহীন বিনা, অভাৱ, বিনে ; except, without

বীণা — বিপঞ্চী ধ্বনিমালা, সাতদাল তাৰ যুক্ত বাদ্য । (সত্ত্ব সপ্ত তন্ত্ৰী যুক্ত চেৎ পৰিবাদিনী । ইতি অমৰ)
যাক আচৰিলে মহামোক্ষ পদ
পাই ।
হৰিৰ কীৰ্ত্তন কৰি কুৰা বীণা
বাই ॥ কীৰ্ত্তন ।

বীৰভদ্ৰ — দক্ষই শিৱক কোনো প্ৰাধান্য নিদি তেওঁৰ যজ্ঞলৈ শিৱক নিমন্ত্ৰন নকৰাত সেই যজ্ঞ ধ্বংস কৰিবৰ অভিপ্ৰায়ে শিৱই মুখৰ পৰা জন্ম দিয়া এটা

ভীষণ দৈত্যৰ। এই দৈত্যৰ এহেজাৰ মূৰ, এহেজাৰ হাত। এহেজাৰ হাতত ধনু কাড় জাঠি আদি লৈ যজ্ঞস্থলত উপস্থিত হৈ যজ্ঞৰ সকলো ভাঙি ছিঙি লণ্ড-ভণ্ড কৰাত ঋষি সকল ভয়ত যেনি তেনি পলাবলৈ ধৰে; তেতিয়া দক্ষই শিৱক প্ৰাধান্য দি সেৱা সৎকাৰ কৰাত সন্তুষ্ট হৈ ক্ষান্ত হয়।

বীৰসেন—নল ৰজাৰ পিতা।

বুদ্ধি—আত্মাৰ এটা গুণ বিশেষ। গুণ ভেদে বুদ্ধি তিনি প্ৰকাৰ। যি বুদ্ধিয়ে ধৰ্ম্ম অধৰ্ম্ম, প্ৰবৃত্তি নিবৃত্তি, কাৰ্য্য-অকাৰ্য্য, ভয় অভয়, বন্ধন আৰু মুক্তিৰ প্ৰকৃত জ্ঞান দিয়ে তাক সাত্বিক; যি বুদ্ধিয়ে ধৰ্ম্ম-অধৰ্ম্ম, কাৰ্য্য-অকাৰ্য্যৰ সত্যাবাট নিৰ্ণয় কৰিব নোৱাৰি সন্দেহত থাকে তাক ৰাজসিক আৰু যি বুদ্ধিয়ে অধৰ্ম্মক ধৰ্ম্ম, অকাৰ্য্যক কাৰ্য্য বুলি জ্ঞান কৰে,সকলো ক্ষেত্ৰতে বিপৰীত জ্ঞান, যি মায়ামোহত আচ্ছন্ন হৈ থকা জ্ঞান দিয়ে তাক তামসিক জ্ঞান বোলে

যথা—প্ৰবৃত্তিঞ্চ নিবৃত্তিঞ্চ কাৰ্য্যা
কাৰ্য্যে ভয়া ভয়ে।
বন্ধং মোক্ষঞ্চ যা বেত্তি বুদ্ধিঃ সা
পাৰ্থ সাত্বিকী ॥ ১৮/৩০
যয়া ধৰ্ম্মমধৰ্ম্মঞ্চ কাৰ্য্যঞ্চাকাৰ্য্য-
মেৱচ।
অযথাবৎ প্ৰজানাতি বুদ্ধিঃ সা
পাৰ্থ ৰাজসী। ১৮/৩১
অধৰ্ম্মং ধৰ্ম্মমিতি যা মন্যতে
তমসা বৃতা
সৰ্ব্বা থান বিপৰীতাংশ্চ বুদ্ধিঃসা
পাৰ্থ তামসী ॥ ৩২/১৮
শ্ৰীমদ্ভগৱদ্গীতা

বৃন্দাকবি - লাক কবি, মিঠৈ কবি।

বুলায়—বুল খোজ কঢ়া এতেকে খেদাই, চলাই।

গজ গতি গমন, চলয় জগজীৱন,
গোধন আগু বুলায়।
আনন্দেনন্দ, নন্দন পৰমানন্দ,
মোহন বাঁশৰী বজায় ॥
(বৰগীত)

বৃকোদৰ—ভীমসেন। ভীমৰ মাতৃ কুন্তী পিতৃ বায়ু দেৱতা।

কুন্তীয়ে পুষ্পৱতী হোৱা পূৰ্ব্বে দুৰ্বাসা ঋষিক পৰিচৰ্য্যা কৰি সন্তুষ্ট কৰাত ঋষিয়ে এটি মন্ত্ৰ দিয়ে। এই মন্ত্ৰযে পুত্ৰ কামনা কৰি যি লোককেই আৰাধনা কৰে তেওঁকেই পাব বুলি কোৱাত কুন্তীয়ে পৰীক্ষা চাবৰ কাৰণে স্ত্ৰী ধৰ্ম্মী হোৱাৰ পূৰ্ব্বেই সূৰ্য্যক আৰাধনা কৰে। সূৰ্য্যৰ ঔৰসত কৰ্ণৰ জন্ম হয়; কিন্তু সমাজৰ চকুৰ পৰা সেই লজ্জা লুকাবৰ কাৰণে কৰ্ণক এটা বাকচত ভৰাই নদীত উটাই দিয়ে। ৰাধাই এই সন্তানটি পাই প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰে। সেই কাৰণেই কৰ্ণক ৰাধাৰ নন্দন বুলি জনা যায়।

পাণ্ডু সন্তান জন্ম দিবৰ কাৰণে অক্ষম হোৱাৰ কাৰণেই হওক বা ঋষিৰ শাপলৈ ভয় কৰি সঙ্গমৰ পৰা আঁতৰি থকাৰ কাৰণেই হওক (অৱশ্যে শেষত এদিন মাদ্ৰীৰ লগত সম্ভোগত লিপ্ত হোৱাৰ কাৰণেই মৃত্যু হয়) কুন্তীয়ে প্ৰথমে ধৰ্ম্মৰাজক আৰাধনা কৰি যুধিষ্ঠিৰক, পাচত বায়ুক আৰাধনা কৰি ভীমক আৰু শেষত ইন্দ্ৰক আৰাধনা কৰি অৰ্জ্জুনক লাভ কৰে। মাদ্ৰীয়ে কুন্তীৰ পৰা সেই মন্ত্ৰ শিক্ষা কৰি অশ্বিনী কুমাৰক আৰাধনা কৰি নকুল আৰু সহদেৱক লাভ কৰে।

ভীমৰ আহাৰ অতি বেছি হোৱাৰ কাৰণে আৰু বাঘে খোৱাদি খোৱাৰ কাৰণে বৃকোদৰ (অৰ্থাৎ ব্যাঘ্ৰৰ উদৰ) বোলা হয়।

বৃত্ৰাসুৰ—ইন্দ্ৰই বিশ্বৰূপাক বধ কৰা হেতু মাতৃ ত্বষ্টাই দুখ পাই ইন্দ্ৰৰ প্ৰতিশোধ লবৰ অভিপ্ৰায়ে ইন্দ্ৰক বধ কৰিব পৰা এটা প্ৰবল পৰাক্ৰমী সন্তান লাভ কৰিবৰ কাৰণে যজ্ঞ কৰে। যজ্ঞত পূৰ্ণাহুতি দিওঁতে অভিচাৰমন্ত্ৰে ক্ৰোধত "ইন্দ্ৰজিত শত্ৰু,

সেইহি জয় হোক, শত্ৰুক বধি সকলে" বুলি উদ্বাত্ত স্বৰত মন্ত্ৰ পাঠ কৰোতে স্বৰ বলহীন হৈ বিপৰীত ফল দিয়ে। এই যজ্ঞতে পূৰ্ব্বে পাৰ্ব্বতীৰ শাপত শাপগ্ৰস্ত চিত্ৰকেতু আহি বৃত্ৰ-ৰূপে জন্মগ্ৰহণ কৰে। বৃত্ৰাসুৰৰ প্ৰতাপত দেৱতাসকল স্বৰ্গ এৰি যেনি তেনি পলায় ফুৰিবলৈ লয়। শেষত বিষ্ণুৰ পৰামৰ্শমতে দধীচিৰ অস্থিৰে বজ্ৰ নিৰ্ম্মান কৰি সত্যযুগৰ শেষত দ্বাপৰ যুগৰ আৰম্ভণিত নৰ্ম্মদা নদীৰ পাৰত ইন্দ্ৰ আৰু বৃত্ৰৰ যুদ্ধ লাগে। পূৰ্ব্বে যজ্ঞত মন্ত্ৰৰ উচ্চাৰণ সঠিকভাৱে নোহোৱা হেতুকে ইন্দ্ৰ বধৰ স্থলত বৃত্ৰহে বধ হয়। ইন্দ্ৰ ব্ৰাহ্মণ বধ কৰা হেতু ব্ৰহ্ম বধ পাপৰ ভয়ত সহস্ৰ বছৰ সূক্ষ্মৰূপ ধাৰণ কৰি মানস সৰোবৰত পদ্ম পত্ৰত লুকায় থাকে। (ইন্দ্ৰ চাওঁক)।

বৃহন্নলা— অৰ্জ্জুন, মধ্যম পাণ্ডৱ; ইন্দ্ৰৰ ঔৰসত কুন্তীৰ সন্তান। বাৰ বছৰ বনবাস খতাৰ শেষত পূৰ্ব্বৰ উৰ্ব্বশীৰ শাপত এবছৰৰ কাৰণে ক্লীবত্বপ্ৰাপ্ত অৰ্জ্জুনে বৃহন্নলা নামেৰে বিৰাটৰ নগৰত অজ্ঞাত বছৰ থাকে। এই বেশেৰে তেওঁ বিৰাটৰ কন্যা উত্তৰাক নৃত্যগীতৰ শিক্ষা দিয়ে আৰু অজ্ঞাত বছৰৰ অন্তত উত্তৰাক তেওঁৰ পুত্ৰ অভিমন্যুলৈ বিবাহ কৰে।

বৃহস্পতি— দেৱতাসকলৰ গুৰু। এটা প্ৰধান গ্ৰহ। তেওঁৰ বাহনৰ নাম নীতিঘোষ আৰু এই ৰথ ৮টা ঘোঁৰাই নিয়ে। বৃহস্পতি অঙ্গিৰাৰ পুত্ৰ। এওঁৰ পত্নী তাৰাক চন্দ্ৰই হৰি নিয়াৰ কাৰণে দেৱতা আৰু দৈত্যৰ মাজত যুদ্ধ লাগে। শেষত ব্ৰহ্মাৰ মধ্যস্থতাত যুদ্ধৰ অৱসান হয়; আৰু তাৰাক বৃহস্পতিক ঘূৰাই দিয়ে। এই তাৰাৰ

গৰ্ভত চন্দ্ৰৰ ঔৰসত বুধৰ জন্ম হয়। বৃহস্পতিৰ ঔৰসত উতথ্যৰ পত্নী মমতাৰ গৰ্ভত ভৰদ্বাজৰ জন্ম হয়।

বেকত—প্ৰকাশ, উদং to disclose, publish বেকত নকহে কেহো মাধৱক দৰে। পাইলেক কলঙ্ক মোক জানি দামোদৰে॥ কীৰ্ত্তন

বেদ— হিন্দু ধৰ্ম্মৰ মূল ধৰ্ম্মশাস্ত্ৰ। বেদ কোনে কেতিয়া স্ৰজন কৰিলে তাক কোনেও সঠিক-ভাৱে কব নোৱাৰে। শাস্ত্ৰমতে বেদ ভগৱানৰ মুখৰপৰা বেকত হোৱা। গতিকে ই অপৌৰুষেয়, বেদৰ স্তোত্ৰত নাম থকা ঋষি-সকল মন্ত্ৰ দ্ৰষ্টাহে স্ৰষ্টা নহয়। এই সম্পৰ্কত নামঘোষাত কৈছে—

যাৰ পাদোদকে দেৱী গঙ্গা
যাৰ বাক্যে হুয়া আছে বেদ
পৰম পতিতোত্তৰয় যাহাৰ
নামে। সৃষ্টি স্থিতি প্ৰলয়ৰ যিটো
পৰম কাৰণ নাৰায়ণ হেন ঈশ্বৰ
নভজয় কোন কামে॥

আজিকালিৰ পণ্ডিতসকলে ঠাৱৰ কৰিছে যে বেদ অকল আৰ্য্য সকলৰেই অৱদান নহয়। বেদৰ কিছু স্তোত্ৰ আৰ্য্যসকল ভাৰতলৈ অহা আগৰ যুগৰ। এই সম্পৰ্কত classical Dictionary-ত লিখিছে— It seems likely that some of the hymns were composed before the arrival of the Aryan immigrants in India and there is no doubt the hymns vary greatly in age and spread over a very considerable period.

বেদ চাৰিখন যেনে— ঋক, যজুৰ, সাম, আৰু অথৰ্ব্ব। যজুৰ বেদ আকৌ দুভাগ তৈত্তীৰিয় বা কৃষ্ণ আৰু বাজসনেয় বা শুক্ল। (বাজসনেয় চাওক) প্ৰত্যেকখন বেদ দুই ভাগত বিভক্ত যেনে মন্ত্ৰ আৰু

ব্রাহ্মণ; মন্ত্রভাগ পদ্যত লিখা আৰু ইয়াত প্ৰাৰ্থনা, স্তুতি আৰু প্ৰশংসা আদি সন্নিবিষ্ট কৰা হৈছে। ব্ৰাহ্মণ ভাগ গদ্যত লিখা আৰু ইয়াত প্ৰাৰ্থনাৰ নীতি-নিয়ম আৰু তাৰ ব্যাখ্যা আদি সন্নিবিষ্ট কৰা হৈছে। আৰণ্যক আৰু উপনিষদসমূহ ব্ৰাহ্মণ ভাগৰ অন্তৰ্গত। বেদসমূহ আকৌ জ্ঞান কাণ্ড আৰু কৰ্ম্মকাণ্ড দুই ভাগত বিভক্ত; মন্ত্ৰ ভাগ কৰ্ম্মকাণ্ড আৰু ব্ৰাহ্মণ ভাগ জ্ঞানকাণ্ডৰ অন্তৰ্গত। কৰ্ম্মকাণ্ডত যাগ-যজ্ঞ পূজা-সেৱা আদি কাৰ্য্য কৰাৰ বিষয় আৰু জ্ঞানকাণ্ডত ঈশ্বৰ আৰু সৃষ্টিৰ তত্ত্ব সম্পৰ্কে আলোচনা কৰা হৈছে।

বেদব্যাস— মহামুনি ব্যাসৰ এটা নাম। এওঁ বেদৰ বিভাগ কৰা আৰু সকলো বেদতে বিশেষৰূপে পাৰ্গত কাৰণে এই নাম দিয়া হয়। এওঁৰ পিতৃৰ পৰাশৰ মুনি আৰু মাতৃ সত্যৱতী। এওঁৰ অন্যান্য নাম-ব্যাস, দ্বৈপায়ন, পাৰাশাৰ্য্য, কানীন, বাদৰায়ণ, কৃষ্ণদ্বৈপায়ন, সত্যভাৰত, পাৰাশৰি, সাত্যৱত, বাদৰায়নি, সত্যৱতীসুত, পাৰাশৰ।

বেদাঙ্গ— বেদৰ অঙ্গ শাস্ত্ৰসমূহ।

শিক্ষা কল্পো, ব্যাকৰণং নিৰুক্তং জ্যোতিষাং গণঃ। ছন্দোবিচিতিৰিত্যেতৈ ষড়ঙ্গো বেদ উচ্যতে

১। শিক্ষা—শব্দ উচ্চাৰণ আদি Pronunciation

২। কল্প—বেদবিহিত যজ্ঞ আদি কাৰ্য্য কৰোতে বেদৰ নিয়ম প্ৰণালী ব্যৱহাৰ আদিৰ নিয়ম, caremonial rules for applying Vedas to the performance of sacrifices etc.

৩। ব্যাকৰণ - বেদৰ ভাষা শুদ্ধৰূপে কব আৰু লিখাৰ নিয়ম, grammar

৪। নিকক্ত—বেদৰ শব্দৰ ৰূপ আৰু ধাতু প্ৰকৰণ, শব্দ বিজ্ঞান পৰিভাষা, অপ্ৰচলিত শব্দৰ পৰিভাষা, etymology or glossary, represented by glossary.

৫) জ্যোতিষ — গ্ৰহ নক্ষত্ৰ আদিৰ গণনা; astronomy such knowledge of the heavenly bodies as was necessary for compiling a calendar fixing the days and hours for the performance of vedic sacrifices and ceremonies.

৬। ছন্দ—কাব্য, স্বৰ, metre

বেদ-শিৰোমণি—ভাগৱত,উপনিষদসমূহ।

বেদ শিৰোমণি যাৰ চৰণ
বিকাশে।
সো হৰি গোকুল মহ
পৰকাশে॥ (বৰগীত)

বেদান্ত—এখন দৰ্শন শাস্ত্ৰ; ইয়াক উত্তৰ মীমাংসাও বোলা হয়। এই শাস্ত্ৰৰ প্ৰণেতা বেদব্যাস। বেদান্তৰ মতে পৰমেশ্বৰৰ সৰ্ব্বজ্ঞ, সৰ্ব্বব্যাপী আৰু সৰ্ব্বশক্তিমান, আৰু তেওঁৱেই সৃষ্টি,স্থিতি আৰু প্ৰলয়ৰ পৰম কাৰণ। John Dowson এ কৈছে the Principal doctrines of the vedanta (uttara) are that, "God is the omniscient and omnipotent cause of the existence, continuance and dissolution of the universe.Creation is an act of his will, he is both the efficient and the material cause of the world. He is 'adwaita' without a second. (দৰ্শন শাস্ত্ৰ চাওক)

বেপথ—ভয়, শিহৰণ, bear.

বেপথু— কম্প,

বেবাই—ভূৰি ভুখা, অতি ভুখা, the

act of travelling, roaming

লোভ মোহ কাম, ক্রোধ মদমান, ই সব বৈৰীৰ সঙ্গে।
আপুন ইচ্ছায়, পাপ আচৰিয়া, বেৰাইলো মনত ৰঙ্গে ॥
(বৰগীত)

বেৰি এক— এবাৰ, এই বাৰলৈ। once, for this time

বেৰি বেৰি—বাৰে বাৰে, পুনঃ পুনঃ ; again and again

ওজা সোজা পন্থ নাহেৰি
কোটি কৰমকায়ী হৰিকো নাহি
পায়ী, পৰল ভৱ বেৰি বেৰি ॥
বৰগীত

বেৰেতি (টি) টঙালি, a cloth girdle

বেশ—বস্ত্র অলঙ্কাৰ আদি পিন্ধাৰ পৰা হোৱা ৰূপ; guise, dress

বেশকাৰ—বস্ত্ৰ অলঙ্কাৰ আদি পিন্ধাই ধুনীয়া কৰিব পৰা লোক ;

বেশধাৰী— কোনো এক শ্ৰেণীৰ লোকে অন্য এক শ্ৰেণীৰ ৰূপ ধৰি ফুৰা লোক।

বেশ্যা—নটী, বাৰস্ত্ৰী, গণিকা, ৰূপাজীৱা, বাৰবধূ, a Prostitute

বেষ্টিত—চাৰিওফালে বেৰা দিয়া, আবৃত, enclosed.

বৈকুণ্ঠ—বিকুণ্ঠায়া অপত্য বৈকুণ্ঠ। বি- নথকা, কুণ্ঠা-মায়া এতেকে মায়া ৰহিত; বিষ্ণু, নাৰায়ণ, মুকুন্দ, মধুসুদন, ইত্যাদি বিষ্ণুৰ পুৰী, Paradise of Vishnu.

বৈজয়ন্তী—আঁঠুলৈকে পৰা পঞ্চ বৰ্ণ ফুলৰ মালা; বিষ্ণুৰ মালা।

বৈতৰণী— নৰকসিন্ধু, দান বিতৰণ কৰিলে এই নৰক সিন্ধু তৰণ হয় এই অৰ্থত বৈতৰণী বোলা হয়। যমৰ নগৰলৈ যোৱা বাটত এই তপ্ত বৈতৰণী নদী আছে যেনে— "যমদ্বাৰে মহাঘোৰে তপ্তা বৈতৰণী নদী।"

বৈথল—বহিল

বৈদিক—বেদৰ মত, বেদজ্ঞ, Prescribed by the Vedas.

বৈদূৰ্য্য—এবিধ ক'লা বৰণীয়া বাখৰ, a gem of black colour

বৈদেহী-- সীতা।

বৈনতেয়— গৰুড় ।

বৈভৱ—ঐশ্বৰ্য্য, সম্পত্তি, Wealth

বৈমাত্রেয়—বিমাতৃ বা মাহীৰ পৰা জন্মা ভাই বা ককাই, a brother born to step-mother.

বৈমাত্রেয়ী—বিমাতৃ বা মাহীৰ পৰা জন্মা বাই বা ভনী; a sister born of stepmother.

বৈন্য— বেন ৰজাৰ পুত্ৰ, পৃথুৰাজ।

বৈৰণী—বৈৰী, শত্ৰু, enemy.

দিবস নাযায় সুখে নাযায় ৰয়নী ।

চান্দ চন্দন মন্দ পৱন বৈৰণী ॥ বৰগীত

বৈৰাগ্য—সংসাৰৰ সুখ ভোগৰ প্ৰতি আশা ত্যাগ কৰা অৱস্থা; asc-etism.

বৈৱৰ্ণ্য –বিবৰ্ণতা, বৰণগুচা, pale, wan.

বৈৱস্বত—সপ্তম মনু ।

বৈশম্পায়ন—এজন বেদজ্ঞ ব্ৰাহ্মণ, এওঁ জন্মেজয়ক মহাভাৰতৰ কাহিনী বৰ্ণনা কৰিছিল ।

বৈষ্ণৱ—বিষ্ণুৰ ভক্ত, a votary of Vishnu.

বোলানবোলায় – (বোলান = কথা, বোলয় কয়) কথা কয়; Talking.

হাসিয়াখেলায় বোলান বোলায়, আমিয়া যেন বৰিষে ।

নূপুৰ ঝনকে, বাজয় ঠমকে, চলয় মন হৰিষে ॥ বৰগীত

ব্যতিৰেকে – অভাৱে, বিনা; বাদে; Without, except.

ব্যথিত – পীড়িত, বেদনাপোৱা দুঃখিত; affected pained.

ব্যভিচাৰ— কদাচাৰ, ভ্ৰষ্টাচাৰ, বিশেষ প্ৰকাৰৰ দোষ । ব্যভি-চাৰ তিনিপ্ৰকাৰ যেনে – সাধা-ৰণ, অসাধাৰণ আৰু অনুপসং-হাৰী । যি কাৰ্য্যক বিপক্ষ সকলে নিন্দা কৰে সি সাধাৰণ; যি কাৰ্য্যক সকলোৱে নিন্দা কৰে তাক অসাধাৰণ আৰু যি কাৰ্য্যই ধৰ্ম্ম আৰু বংশ সকলো নাশ কৰে তাক অনুপসংহাৰী

ব্যভিচাৰ বোলে। lewdness adultery.

ব্যসন—নকৰিবলগীয়া বেয়া কাম, পাপ কাৰ্য্য, যেনে— মৃগয়া, জুৱাখেলা, দিনত শোৱা, লোকক নিন্দা কৰা, বেশ্যাগমন, সুৰা পান, নিৰৰ্থক ভ্ৰমণ; fault, vice.

ব্যাকুল—বিবুদ্ধি, কষ্টত পৰি বুদ্ধি হেৰোৱা, confounded.

ব্যাজনিন্দা—কপটকুৎসা, লোকক দেখুৱাই কৰা নিন্দা, false blaming or reproaching.

ব্যাজস্তুতি—কপট প্ৰশংসা, hypocritical praising.

ব্যাধি—ৰোগ, বেমাৰ, disease.

ব্যাপদ — মৃত্যু, আপদ, Death, danger.

ব্যাপ্তি—বিস্তাৰ, বৃদ্ধি, expanse.

ব্যাল—শঠ, ধূৰ্ত্ত, সৰ্প (সাপ) বাঘ; a rogue, a cheat, a snake, a tiger.

ব্যাস— পৰাশৰ পুত্ৰ এজন মহা মুনি। (বেদ ব্যাস চাওঁক)

ব্যোমকেশী—মহাদেৱ, শিৱ।

ব্ৰজনাথ—শ্ৰীকৃষ্ণ।

ব্ৰজমোহন—শ্ৰীকৃষ্ণ।

ব্ৰজবল্লভ— শ্ৰীকৃষ্ণ।

ব্ৰজাঙ্গনা—গোপী।

ব্ৰহ্মা—সৃষ্টিকৰ্ত্তা, পৰমব্ৰহ্মৰ তিনি মূৰ্ত্তিৰ প্ৰথম মূৰ্ত্তি। ব্ৰহ্মাৰ অৱতাৰৰ কেইবাটাও আখ্যান পোৱা যায়। মনুৱে কৈছে-

যো হ সাবতীন্দ্ৰিয় গ্ৰাহ্যঃ সূক্ষ্মা হব্যক্তঃ সনাতনঃ।

সৰ্ব্বভূত ময়ো হ চিন্ত্যঃ স এব স্বয়মুদ্ভৌ। ১/৭

সোহভি ধ্যায় শৰীৰাৎ স্বাৎ সিসৃক্ষু বিবিধাঃ প্ৰজাঃ।

অপ এব সসৰ্জ্জাদৌ তাসু বীজমৱা সৃজৎ॥ ১/৮

তদণ্ডমভৱ দ্বৈমং সহস্ৰাং শুসম প্ৰভম্।

তস্মিন যজ্ঞে স্বয়ং ব্ৰহ্মা সৰ্ব্ব-লোক পিতামহঃ॥ ১/৯ মনু।

বিজন ইন্দ্ৰিয়ৰ অগোচৰ অব্যক্ত সনাতন সৰ্ব্বভূতময়

ব্রাত্য—সংস্কাৰহীন। ব্রাহ্মণৰ ১৬ বছৰৰ ভিতৰত, ক্ষত্রিয়ৰ ২২ বছৰৰ ভিতৰত, বৈশ্য ২৪ বছৰৰ ভিতৰত উপনয়ন নিদি সাবিত্রী ভ্রষ্ট হোৱা লোক। যথা—

আষোড়শাদ্ ব্রাহ্মণস্য সাবিত্রী নাতিবর্ত্ততে।
আদ্বাবিংশাৎ ক্ষত্রবন্ধোৰা চতুৰ্ব্বিংশ তেৰ্ব্বিশঃ॥
অত ঊৰ্দ্ধং ত্রয়োহপ্যেতে যথা কালম্ সংস্কৃতাঃ।
সাবিত্রী পতিতা ব্রাত্যা ভবন্ত্যাৰ্য্যবিগৰ্হিতাঃ ২/৩৯মনু

ব্রীড়া— লজ্জা, লাজ, Shame, modesty

ভ

ভকতিবাজ—ভক্তিৰ ৰজা, ভক্তিৰ শ্রেষ্ঠ সম্বল।

নিৰমল ভকতিবাজ তুমা নাম গুণ।
তা বিনা পণ্ডিত তাৰক নাহি কোই॥ বৰগীত।

ভক্ত—ভগবান কিম্বা আন কোনো দেব—দেবীৰ আৰাধনাত ৰত লোক। উপাসক, সেৱক; a Votary, a Worshipper. যেনে —বিষ্ণুভক্ত, শিৱভক্ত, দেৱীভক্ত ইত্যাদি।

ভগবানৰ ভক্ত তিনি প্রকাৰ যেনে— মহাভক্ত, মধ্যমভক্ত আৰু প্রাকৃতভক্ত।

জ্ঞাতাজ্ঞাতার্থ যে বৈমাং যা বান্ যশ্চাস্মি যাদৃশঃ॥
ভজন্ত্যনেন ভাবেন তেমে ভক্ত তমমতাঃ॥
ঈশ্বৰে তদধীনে বা বালিসেষু দ্বিষৎসু চ।
প্রেমমৈত্রী কৃপোপেক্ষা য ক-ৰোতি স মধ্যমঃ॥
অর্চ্চয়ামেৰ হৰয়ে পূজাংশ্রদ্ধয়ে হতে।
ভক্তেষুচান সভক্তঃ প্রাকৃতঃ স্মৃতঃ॥ ইয়াৰ ভাঙনিত মহা-পুৰুষে লিখিছে—

ঈশ্বৰদেখে যিটো সমস্ত প্রাণীক।
প্রাণী সমস্ততো দেখে ঈশ্বৰ মূৰ্ত্তিক॥
সকল ঐশ্বৰ্য্যব্যাপী আছে

জগতত। হেন যিটো দেখে
সিটো মহাভাগৱত॥
একান্তে কৰয় প্ৰেম যিটো
ঈশ্বৰত। মৈত্ৰতা আচৰে হৰি
ভকত সৱত॥
অজ্ঞক কৰুণা ক্ষমা কৰে
বিপক্ষত। সেহিজন জানিবা
মধ্যম ভাগৱত॥
সুপূজে ভকতক মান্য নকৰে
প্ৰাণীক। একে প্ৰতিমাত মাত্ৰ
আৰাধে হৰিক॥
সেহিজন জানিবাহা প্ৰাকৃত
ভকত। আকঢ় হৈ আছে তেহো
ভক্তিৰ পথত॥

ভক্তি—উপাসনা, আৰাধনা, সেৱা, ভগবানৰ প্ৰতি ঐকান্তিক আসক্তি বা ভালপোৱা। স্বামী বিবেকানন্দই তেখেতৰ ভক্তি যোগত লিখিছে— "Bhakti" says Narada in his explanation of the Bhakti aphorisms, "is intense love to God"-'when a man gets it he loves all, hates none he becomes satisfied for ever."

ভক্তি ন বিধ যেনে—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চ্চন, পাদসেৱন, দাস্য, সখিত্ব, বন্দন আৰু আত্ম নিবেদন।

ভগ—শ্ৰী, জ্ঞান, বীৰ্য্য ঐশ্বৰ্য্য, কীৰ্ত্তি, ধৰ্ম, মোক্ষ, যশ, সৌভাগ্য, সূৰ্য্য, স্ত্ৰী, স্ত্ৰীচিহ্ন, বস্তিগৃহ, যোনি, প্ৰকৃতি, বৈৰাগ্য, কান্তি, চন্দ্ৰ, যত্ন, ইচ্ছা।

ভগদত্ত—নৰক ৰজাৰ পুত্ৰ, প্ৰাগজ্যোতিষপুৰৰ ৰজা।

ভগৱতী—গৌৰী, দুৰ্গা, সৰস্বতী।

ভগৱান—পৰমাত্মা, শ্ৰীকৃষ্ণ, ব্ৰহ্ম, বিষ্ণু, হৰি, পৰমেশ্বৰ, জগতস্ৰষ্টা God, the supreme Being.

ভঙ্গি, ভঙ্গী—নৃত্য, নাচ, কোনো কথা বুজাবৰ কাৰণে হাত, মুখ বা চকুৰ ঠাৰ। শুই বা বহি থাকোতে হোৱা অংগৰ ভাজ। যেনে—শ্ৰীকৃষ্ণৰ ভঙ্গী, বহাৰ

ই এই দেশৰ নাম ভাৰত হয়।
বি কালত এই অজমত ৰবিৰত সৰ্বগুণান্বিত ৰাজা উৎপন্ন ভৱত।
সেই কাল ইয়ে তৈলা ভাৰত ৰাবিষ।
যাতে জন্ম লভিবাক দেৱৰো হবিষ॥ ৫৬৩৫ ভাগৱত।
এও ভগৱানৰ পৰম ভক্ত আছিল। পুত্ৰক ৰাজ্যভাৰ দি আশ্ৰমবাসী হয়। আশ্ৰমত থাকোতে এদিন স্নান কৰিবলৈ নদীলৈ যাওঁতে এটি গৰ্ভপাত হোৱা হৰিণা পোৱালি পাই আশ্ৰমলৈ লৈ আহি মহাস্নেহেৰে প্ৰতিপাল কৰি থাকোতেই এদিন ৰজাৰ মৃত্যু হয়। মৃত্যুৰ সময়ত হৰিণাৰ কথা চিন্তা কৰাৰ কাৰণে হৰিণাৰ জন্ম লাভ কৰে; কিন্তু ভগবানৰ একান্ত ভক্ত হোৱা হেতুকে হৰিণা জন্ম লাভ কৰিও জাতিস্মৰ হোৱাত সদায় ভগবানক স্মৰণ কৰি ফুৰে। হৰিণাৰ জন্ম এৰাৰ পিছত হোৱাত ব্ৰাহ্মণ কুলত জন্ম গ্ৰহণ কৰে। এই বাৰো জাতিস্মৰ হোৱাত জড় ৰূপে একমাত্ৰ ভগবানৰ নাম লৈ ফুৰাত জড়ভৰত নাম পায়। এদিন কিছুমান চোৰে এই জড়ভৰতক ধৰি নি ভদ্ৰকালীৰ আগত বলি দিবলৈ ধৰাত কালীয়ে নিজৰূপ ধাৰণ কৰি চোৰ কেইটাক কাটি পেলায়। ইয়াৰ পিছত সিন্ধু-ৰাজ ৰহুগণ পাল্কীধাৰী নহলে ধৰি নি ৰজাৰ পাল্কীভাৰী কৰি লয়। একেদিনতে ৰজা বহু-গুণাই জড়ভৰতৰ পৰা বহুত তত্ত্ব জ্ঞান পায় আৰু ভৰতৰো এই জন্মতে মুক্তি হয়।

ভৰদ্বাজ – মুনি বিশেষ; বৃহস্পতিৰ ঔৰসত উতথ্যৰ ভাৰ্য্যা মমতাৰ গৰ্ভজাত।

ভ্ৰম – ভ্ৰম, ভ্ৰান্তি, মিছা জ্ঞান, ভ্ৰমন কৰা, ঘূৰি ফুৰা; an error, to roam. ,হামাক

বাম চৰণে মন লাগু ।
মায়াময় সয়ল ছুনিয়াই, জানি
ভৰম তেজি জাগু ॥ বৰগীত ।

ভৰসি— ভাৰসা কৰা, বিপদ বা আপদত সহায় পাৰব কাৰণে খাটনি ধৰা hope, reliance

ভৰ্ত্তা—অধিপতি, স্বামী, প্ৰভু, পতি, ঈশ্বৰ; master, husband owner, God.

ভৱ—সংসাৰ, জন্ম, জগত, the world, the birth.

ভৱন—গৃহ, বাসস্থান, থকা ঠাই, home, the dwelling place

ভৱহাৰি— সংসাৰৰ দুখ হৰণ কৰোঁতা, সংসাৰ সাগৰ পাৰ কৰোঁতা ; the deliverer of worldly pain.

পদ যুগ বিৰাজিত নিগম চাৰি ।
তাৰে ভকত জানি এ ভৱ
হাৰি ॥ (গীত-ৰামানন্দ )

ভৱানী—দুৰ্গা

ভস্ম—ছাই, ashes

ভাগ—ভাগ্য, the luck, destiny

ভাগ্য—দশা, কঁপাল, fortune,

ভাজিত—ঘঁহা, সনা, to rub.

ভাণ—ভণা, লিখা, ৰচনা কৰা; to write, to compose.

ভাণ্ড— ১) মাটিৰ বা ধাতুৰ পাত্ৰ; মলাচক ২) বঞ্চনা কৰা, ছলা; a vessel or pot, to deceive, to cheat.

১) কেশয়ে কুপিল, ধৰি পটাশিলা ।
ভাণ্ডক ভাঙ্গিলা, যশোদা
দেখিলা ॥ (গুণমালা)

ভাণ্ডতি—ভাণ্ডনা কৰা, ভুৱা দিয়া, to deceive.

ভাতাৰ—ভৰ্ত্তা, স্বামী, a husband.

ভান—ভানু, সূৰ্য্য, the sun.

ভানু—সূৰ্য্য, বেলি, the sun.

ভানুমতী— বিক্ৰমাদিত্য ৰজাৰ ভাৰ্য্যা ।

ভাবৰ—স্বামী, পতি, গৈ, husband.

ভাৰসা—উপকাৰৰ বাঞ্ছা কৰি কৰা খাটনি; reliance.

ভাবদ্বাজ—দ্রোনাচার্য্য ।

ভার্গব—পৰশুৰাম ।

ভার্গবী—পার্ব্বতী, লক্ষ্মী ।

ভার্য্যা—বিধিপূর্বক বিবাহিতা স্ত্রী, তিৰোত্মা, a wife.

ভালি—ভাল, good.

ভালি নাচে মদন গোপালা।
বজায়ে মোহন বেনুগলে বন-
মালা ॥

ভালি-টালনা — ভাল জোকাবণি, good shaking

বামললিতভুজ, মূলে মিলিত-
বাস, কপোল ভঙ্গুৰভ্রূৰ চালনা ।
ঈষত ঈষত হাসি, বাঁশীৰ মধুৰ-
ধ্বনি, মণিময় জুড়াৰ ভালি-
টালনা ॥

ভাব—ভবা, চিন্তাকৰণ, ধ্যান, ভাৱ তিনি প্ৰকাৰ যেনে—স্থায়ী, সাত্ত্বিক আৰু সঞ্চাৰী (ব্যভিচাৰী)

১) স্থায়ী ভাৱ—যি ভাৱ যথা সময়ত উৎপন্ন হৈ শেষ পর্য্যন্ত থাকে। স্থায়ী ভাৱ নটা যেনে ৰতি হাস,শোক উৎসাহ জুগুপ্সা. (কুৎসা; নিন্দা) ভয়, বিস্ময়, শম আৰু শান্ত ॥

২) সাত্ত্বিক ভাৱ ৮টা, যেনে—স্বেদ (ঘৰ্ম্ম, উষ্মা, ছেদন ) স্তম্ভ, ৰোমাঞ্চ, স্বৰভঙ্গ, বেপথু (কম্প) বৈবৰ্ণ (বিবর্ণ) অশ্রু আৰু প্ৰলয় ।

৩) সঞ্চাৰী (ব্যভিচাৰী) ভাৱ ৩৩টা যেনে—গ্লানি, আশঙ্কা, অসূয়া, মদ, শ্ৰম,আলস্য, দৈন্য, চিন্তা, মোহ, স্মৃতি, মতি, ব্ৰীড়া, (লজ্জা) চপলতা (ক্ষিপ্ৰতা)হৰ্ষ, জড়তা, ধৃতি (ধাৰণ, ধৈর্য্য) গৰ্ব্ব, বিষাদ, নিদ্ৰা, ত্ৰাস, অমৰ্ষ (ক্ৰোধ, কোপ, ৰোষ) প্ৰবোধ, অবহিত্থা (লজ্জাবশতঃ ৰতি চিহ্ন গোপন) উগ্ৰতা, বিতৰ্ক, ব্যাধি, উন্মাদ, (চিত্তবিভ্ৰম্) মৰণ, শৌচ,নিৰ্ব্বেদ (শান্ত ৰসৰ স্থায়ী ভাৱ, বৈৰাগ্য ) আবেগ (অহ-ঙ্কাৰ) উৎকণ্ঠা আৰু অপস্মাৰ।

ভাৱনা—চিন্তন,ভবা কার্য্য,thinking

ভাওভৰি— ভাওজুৰি, ভাওধৰি; imitation

মোহি নিজানন্দ, সুখহি সম্পূর্ণ,

সোহবি আমুৰ ভাৱতবি।
যশোৱাকুতন, পানলি সন্তোষে,
দীন মাধৱে ৰস গাৱতবি॥ বৰগীত

ভাস—দীপ্তি, পোহৰ, জ্যোতি, সূৰ্য্য brilliant, luminous, the sun

ভাসি—ওপঙি ফুৰা, floating
এভৱ সাগৰ মাজে পৰি হামু ভাসি।
কাম ক্ৰোধ কুম্ভীৰ সগৰে গিলে আসি॥ বৰগীত

ভাস্কৰ—আদিত্য, সূৰ্য্য, the sun

ভিন্ন—বেলেগ, পৃথক, Separate, different.

ভিক্ষুক—ভিক্ষুপজীবী, ভিক্ষাৰী, মগনিয়াৰ, a beggar

ভিক্ষাহাৰী—ভিক্ষাৰী, মগনিয়াৰ, a beggar
হ্যাযোনন্দৰাজসুত তোহো দুখীৰ ভিক্ষাৰী।
মায় তোৰ ঘোল বিকে বাপ ভিক্ষাহাৰী॥ (গীত—শ্ৰীৰাম)

ভীম—দ্বিতীয় পাণ্ডৱ; কুন্তী গৰ্ভজাত বায়ু-নন্দন; ভীমৰ অন্যান্য নাম বীৰবেন্দু, বৃকোদৰ, বকজিৎ, কীচকজিৎ, নাগবল, জৰাসন্ধজিৎ, হিড়িম্বজিৎ।

ভীমা—দুৰ্গা।

ভীমৈকাদশী—মাঘমাহৰ শুক্লা একাদশী।

ভীৰু—ভয়াতুৰ, কাপুৰুষ, timid

ভীষ্ম—ভয়ানক, শান্তনুৰ পুত্ৰ মাতৃ গঙ্গা; কৌৰব পাণ্ডৱৰ পিতামহ। এওঁ এজন মহা পৰাক্ৰমী বীৰ আৰু পৰম ধৰ্ম্মাত্মা লোক আছিল। এওঁ অভিলাষ সিদ্ধিৰ কাৰণে আজন্ম ব্ৰহ্মচাৰী হোৱাৰ উপৰিও পিতৃ ৰাজ্য ত্যাগ কৰিছিল।

ভীষ্মাষ্টমী—মাঘমাহত শুক্লা অষ্টমী তিথি; এই তিথিত যিজনে ভীষ্ম তৰ্পনাদি কৰে তেওঁ গোটেই বছৰৰ পাপৰ পৰা মুক্ত হৈ বুলি শাস্ত্ৰত আছে। যথা- শুক্লাষ্টম্যান্তু মাঘস্য দদ্যা ভীষ্মায় যোজলম্। সম্বৎসৰ কৃত পাপং তৎক্ষনাদেৱ নশ্যতি। ইতি ভবিষ্যোত্তৰে।

ভুখাৰী— ভোকাতুৰ, ভোক লগা; hungry

ভুজ – বাহু, হস্ত, হাত, the arm, the hand.

ভুজগ – সর্প, সাপ, a snake

ভুজগান্তক—গৰুড় ।

ভুজঙ্গ—সাপ, সর্প, a snake

ভুলানি— ভোলযোৱা, ভুলাই, charmed, fascinated

ভুবন—পৃথিবী, সংসাৰ, the world.

ভুবন চতুর্দ্দশ—চৈধ্য ভুবন । (চতুর্দ্দশ ভুবন চাওক ।)

ভূ – পৃথিবী, ভূমি, অচলা, অনন্তা, ৰসা, বিশ্বম্ভৰা, স্থিৰা, ধৰা, ধৰিত্রী, কাশ্যপী, ক্ষিতি, বসুমতী, বসুধা, পৃথ্বী, অবনি, মেদিনী, মহী, ধৰণী, ইত্যাদি

ভূমি –পৃথিবী, মাটি, স্থান, world, land, a place

ভূৰি—বিষ্ণু, ব্রহ্মা, শিৱ, প্রচুৰ, abundant, many, much

ভূৰিশ্ৰৱা— চন্দ্রবংশীয় সোমদত্ত ৰজাৰ পুত্ৰ । এই ভূৰিশ্ৰৱাক অর্জ্জুনে বধ কৰে ।

ভূর্ণি – পৃথিবী, the world

ভূলোক – মৰ্ত্ত্যলোক, পৃথিবী ; the world

ভূষণ – অলঙ্কাৰ, ornament

ভূষিত – অলঙ্কাৰ আদি সাজপাৰ পিন্ধি সজ্জিত হোৱা, adorned

ভৃকুটী – ভ্রূকুটী, ক্রোধ দৃষ্টি, খঙত কপাল খোপা হোৱা, frown

ভৃগু – এজন বৈদিক ঋষি, দহজন প্রচেতাৰ এজন । ব্রহ্মাৰ পুত্র । কর্দ্দম মুনিৰ কন্যা খ্যাতিক বিবাহ কৰে । এবাৰ মুনিসকলে যজ্ঞ পাতি কাক শ্রেষ্ঠ আসন দিব তাক সিদ্ধান্ত কৰিব নোৱাৰি ভৃগুক বিচাৰ কৰিবৰ কাৰণে দায়িত্ব দিয়ে । ভৃগু প্ৰথমে শিৱৰ ওচৰলৈ যায় ; শিৱই সেই সময়ত পাৰ্ব্বতীৰ লগত প্ৰেমালাপ কৰি থকাৰ কাৰণে ভৃগুক অবজ্ঞা কৰি দেখা নিদিলে । সেই কাৰণে ভৃগুৱে শিৱক শাপ দিয়ে যে শিৱক কোনো জ্ঞানীলোকে

পূজা অৰ্চনা নকৰিব আৰু যি সকলে কৰিব তেখেতসকলে শিৱৰ লিঙ্গতে পূজা কৰিব। তাৰ পিছত তেওঁ ব্ৰহ্মাৰ ওচৰলৈ যায়। ব্ৰহ্মাক সেই সময়ত ব্ৰাহ্মণসকলে বেঢ়ি থকাত ব্ৰাহ্মই ভৃগুৰ প্ৰতি কোনো মনোযোগ নিদি অবজ্ঞা কৰাত তেওঁকো কোনো ব্ৰাহ্মণ আদি সাধুসকলে পূজা সেৱা নকৰিব বুলি অভিশাপ দি বিষ্ণুৰ ওচৰ পাইগৈ। বিষ্ণু সেই সময়ত শুই আছিল। ভৃগু বিষ্ণুৰ ওচৰ পাই তেওঁক বুকুত এটা গোৰ মাৰি দিয়ে। ভগবানে কিন্তু ভৃগুক গোৰমৰা কাৰণে ভৰিত দুখ পোৱা বুলি ভৃগুৰ ভৰি মোহাৰিবলৈ ধৰে। ইয়াতে ভৃগু পৰম সন্তুষ্ট হৈ বিষ্ণু সকলোতকৈ শ্ৰেষ্ঠ বুলি স্বীকাৰ কৰে; আৰু যজ্ঞত বিষ্ণুক প্ৰাধান্য দিবলৈ মত দিয়ে; আৰু বিষ্ণুয়ে সকলোতকৈ শ্ৰেষ্ঠ তাক সকলোৱে সিদ্ধান্ত কৰে।

ভৃঙ্গ—ভ্ৰমৰ, ভোমোৰা, a black bee, তেজপাত, বা দাল-চিনি। আৰকি শৰতকাল মিলব দুনাই। স্নুমৰিতে ৰাস-ৰতি প্ৰাণ ফুটি যায়। চিৰ চন্দন পিকভৃঙ্গ সমীৰ। ইসব দেখিয়া সখি দগধ শৰীৰ

(গীত ৰামানন্দ)

ভৃঙ্গাৰ— সোনখতোৱা পানী পাত্ৰ, সোনখতোৱা লোতা; a kind of water vessel in laid with gold.

ভৃঙ্গী—শিৱৰ এজন পৰিষদ।

ভৃত্য—দাস, গোলাম, চাকৰ, a servant.

তুমি মোৰ অন্তৰ্য্যামী, তযু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষীকেশ।
দান্তে তৃণ তুলি লও, যিমতে সেৱাত ৰও
দিয়া মোক সেহি উপদেশ॥
১৩০ ঘোষা।

ভেক—বেং, ভেকোলা, a frog.

ভেটৰ — দেখা হোৱা, সাক্ষাত হোৱা to see

ভেদ — প্ৰভেদ, পাৰ্থক্য, difference.

ভেৰী — এবিধ মুখেৰে বজোৱা বাদ্য, দুন্দুভি, a kind of trumpet

ভেলি — হোৱা, হ'ল, became, happened.

হৰি হৰি হামাৰ কৰম কিনা ভেলি ।
প্ৰাণ পিউ আশা কৈছন দূৰ গেলি ॥ (ৰুক্মিনীহৰণ)

ভৈৰব - শিৱ ; গীতৰ এটা ৰাগ বিশেষ, ভয়ানক, ভয়ঙ্কৰ ।

ভৈৰবী — চামুণ্ডা, গীতৰ এটা ৰাগিনী ।

১। ভৈৰবী — চামুণ্ডা মানে ত্ৰিপুৰ ভৈৰবী, সম্পৎপ্ৰদা ভৈৰবী, কৌলেশ ভৈৰবী, সকল সিদ্ধা ভৈৰবী, ভয় বিধ্বংসিনি ভৈৰবী, চৈতন্য ভৈৰবী, কামেশ্বৰী ভৈৰবী, ষটকূটা ভৈৰবী, নিত্যা ভৈৰবী, রুদ্র ভৈৰবী, ভুবনেশ্বৰী ভৈৰবী, ত্ৰিপুৰাবালা ভৈৰবী, নবকূটা ভৈৰবী, অন্নপূৰ্ণা ভৈৰবী,

২। ভৈৰবী ৰাগিণী, ভৈৰব ৰাগৰ পত্নী যেনে — ভৈৰবী কোশিকী চৈব ভাষা বেলাৱলী তথা । বঙ্গাচেত্তি ৰাগিন্যো ভৈৰব স্যৈব বল্লভা । অন্যমতে মালৱ ৰাগৰ পত্নী ।

ভোগ — (১) সুখ বা দুখ প্ৰাপ্তি, উপভোগ যেনে — মানুহে নিজৰ কৰ্ম্ম অনুসৰি সুখ বা দুখ ভোগ কৰে ; enjoyment or suffering.

(২) সাপৰ ফেঁট, সাপৰ শৰীৰ, hood of a snake, the body of a snake

ভোগদেহ — মানুহে মৃত্যুৰ পিছত স্বৰ্গ নৰক ভোগ কৰিবৰ কাৰণে পোৱা সূক্ষ্ম শৰীৰ, যেনে — কৃতে সপিণ্ডীকৰণে নৰঃ সংবৎসৰাত পৰম্ । প্ৰেতদেহং পৰিত্যজ্য ভোগদেহং প্ৰপদ্যতে ॥

ভোগী — সৰ্প, সাপ, a snake.

ভোগী-ভোগনিভ — সাপৰ ফেনাৰ

দৰে খঞ্জৰৰ নলিন কুলিশ কৃত
লাঞ্ছন পাৰ্ষে কৃত বতী সেবং।
বৰকৰ ভোগ ভোগি ভোগনিভ
ভুজ পীতাম্বৰ ধৰ দেবং। (গীত-
ৰামানন্দ)

ভোজন চেলা—মৰিচ, জলকীয়া; a chilli.

ভ্ৰম—ভুল, বিস্মৰণ, ভ্ৰান্তি, মিছা জ্ঞান; false consiousness.

ভ্ৰমৰ—ভোমোৰা; a black bee.

ভ্ৰষ্ট—পতিত, নষ্ট, degraded

ভ্ৰান্ত—ভ্ৰমযুক্ত, mistake

ভ্ৰুকুটি } ভ্ৰুকুটী } বিকটাই দিয়া, ক্ৰোধত চকুৰ চেলাউৰি কোঁচ খাই যোৱা, frowning

ভ্ৰূণ—গৰ্ভ, গৰ্ভত থকা সন্তান, a child in the womb.

ভ্ৰূণ-হত্যা—গৰ্ভত থকা সন্তান নিধন, causing an abortion.

ভ্ৰূভঙ্গ—চকুৰ চেলাউৰি বেঁকা কৰি কৰা দৃষ্টি, a slight look

ভ্ৰূক্ষেপ— অলপ দৃষ্টি a slight look

মকৰ—জল জন্তু বিশেষ, ঘৰিয়াল, গঙ্গাৰ বাহন, কামদেৱৰ ধ্বজ-চিহ্ন, মেষ আদি দ্বাদশ ৰাশিৰ অন্তৰ্গত দশমৰাশি a crocodile the vehicle of the ganga, the symbol on the banner of Kamadeva, capricorn.

মকৰ কুণ্ডল—মকৰ আকৃতিৰ কাণত পিন্ধা অলঙ্কাৰ, কেৰু; an earing.

মকৰধ্বজ— কামদেৱ, ৰসসিন্ধুৰ ইয়াৰ অন্য নাম চন্দ্ৰোদয়।

মকৰন্দ—ফুলৰ ৰস, মৌ, মধু, flower honey.

নাহি নাহি ৰময়া বিনে তাপ
তাৰক কোই।
পৰমানন্দ পদমকৰন্দ সেৱহু মন
মোই॥ (বৰগীত)

মকৰবিকৃত—মকৰ আকৃতি, মকৰৰ নিচিনা, like crocodile

আৰত অৰুণ, মকৰবিকৃত কুণ্ডল,
মুখ অৰবিন্দ যাহাৰ।

বামানন্দপ্ৰভু, পায়ে পৰি লাগে,
বেৰি একুমুখে উদ্ধাৰ ॥ (গীত-
বামানন্দ)

মথ—যজ্ঞ; লৈয়া গোপ সঙ্গ। কৰি
মথ ভঙ্গ।
বাসবৰ খৰ্ব্ব। তোলাই ভৈলা
বঙ্গ ॥ (গুণমালা)

মগধেশ্বৰ—জৰাসন্ধ, মগধ দেশৰ
ৰজা।

মগৰ (হি মগড়)— মকৰ, ঘৰিয়াল;
a crocodile.

মগ্ন—অতিপাত মনোযোগ দিয়া,
একান্তমনে কোনো বিষয় চিন্তা
কৰা, কোনো বিষয় চিন্তাত
নিজক পাহৰিযোৱা, তলযোৱা,
পানীত বুৰ, plunged who-
lly absorbed in.

মঙ্গল—১) শুভ, কুশল, কল্যাণ;
prosperity, good
২) নব গ্ৰহৰ ভিতৰৰ এটা গ্ৰহ
ইয়াৰ অন্যান্য নাম—অঙ্গাৰম,
ভৌম,কুজ,বক্র মহীসুত,বৰ্ষাৰ্চ্চি,
লোহিতাঙ্গ, খোমুখ, ঋনান্তক,
আবনেয়, ক্ৰুৰদৃক, আক প্ৰাৰ।
(শব্দ কল্পদ্ৰুম)

মজ্জিৰহু—বৰকৈ মন লগাই থাক,
মগ্ন হৈ থাক, remain who-
lly abosrbed in.

মঞ্জৰয়—গজালিমেলা, sprouting.
মধুৰ বাঁশীৰ স্বৰে অমিয়া ঝুৰায়
পাষাণ দ্রবয় মৃত তৰু মঞ্জৰয় ॥
(বৰগীত)

মঞ্জৰী—নূপুৰ, a Tinkling orn-
ament for the feet.

মঞ্জুৰ—সুন্দৰ, handsome.
শাৰদ ইন্দু কোটিকচিৰানন,
সুন্দৰতিলক বাজীৱ লোচন্থ।
মঞ্জুৰ মধুৰ, মূৰতি সুখ সাগৰ,
মাধৱ কহ প্ৰভু ভৱ লোচন্থ
হৰি দুখ মোচন্থ ॥ বৰগীত।

মনিকুট - মহাপুৰুষীয়া ধৰ্ম্মাৱলম্বী
সকলৰ আসন, ভাগৱত আদি
ধৰ্ম্মশাস্ত্ৰ ৰখা সকগৃহ।

মণ্ডলাকৃতি—মণ্ডল (চক্ৰ) আকাৰ,
গোলাকাৰ, ঘূৰণীয়া, round
circular.

মণ্ডিত— ভূষিত, ধুন লগোৱা, ad-
orned, decorated.

মণ্ডূক—ভেকোলা, বেং, a frog.

মতি—বুদ্ধি, স্মৃতি, মন, mind, intellect.

মতিভ্রম } বুদ্ধিভ্ৰম, বুজাত হোৱা
মতিভ্রান্তি } ভুল; a mistake.

মতিমান—বুধিয়ক, বুদ্ধিমন্ত, intelligent, sensible.

মতিহীন—বুদ্ধিহীন, অজ্ঞানী ; stupid, ignorant.

মথন—মথা বা ঘোটা কাৰ্য্য, the act of churning.

মথনী—ঘোটনী,গাখীৰ ঘোটা মাৰি, a churning stick.

পটা পুত্ৰহানি, মথনী মাৰি
ভাঙ্গিয়ে খুপি বৈথল ভগবন্ত ॥
বৰগীত

মথুৰা—শ্ৰীকৃষ্ণৰ জন্মস্থান ; মোক্ষদায়ক তীৰ্থস্থান ।

মদন—কামদেৱ । (কন্দৰ্প চাওক)

মদনচাপ—মদনৰ ধনু, the bow of Madan.

মদন দমন—ৰূপত মদনকো চেৰ পেলোৱা ।

মদনমোহন—শ্ৰীকৃষ্ণ

মদন শৰ—মদনৰ পঞ্চ শৰ ; সম্মোহন, উন্মাদন, শোষণ, তাপন আৰু স্তম্ভন । ( কন্দৰ্প চাওক)

মদনা—মদন, কামদেৱ ; সুৰা, Kamadeva, wine

এ শ্যাম তনু হৰি এ পীত
বসনা ।
এ ৰূপে ভুলাল মন, হে হৰি
হৰি কোটি মদনা ॥ (বৰগীত)

মদিৰা—মাদক দ্ৰব্য বিশেষ, সুৰা, wine liquor.

মধু—(১) মৌ flower honey.
(২) এটা দৈত্য—এই দৈত্যক কৃষ্ণই বধ কৰে. এই নামৰ অন্য এটা দৈত্য শত্ৰুঘ্নই বধ কৰে ।

মধুকৰ—মৌমাখি, ভোমোৰা, a bee, a black bee.

মধুকৰ নিকৰ—মৌমাখিৰ নিকৰ (সমূহ) । মৌমাখি বিলাক ।

পঙ্কজ পাত অহিত ভ্ৰিমবাৰি ।
মধুকৰ নিকৰ কৰয় মহামাৰি ॥
(বৰগীত)

মধুগায়ন—কুলিচৰাই,a cuckoo.

মধুজিৎ — বিষ্ণু ।

মধুপ — ভ্ৰমৰ, ভোমোৰা a black bee.

মধুপৰ্ক — দৈ মিশ্ৰিত মৌ, দৈ, ঘিউ, আৰু মধু মিশ্ৰিত কৰি মধুপৰ্ক কৰা হয়। কোনো বিশেষ অতিথি আহিলে প্ৰথমে এই মধুপৰ্ক পান কৰিবলৈ দিয়া নিয়ম আছিল

মধুপুৰী — মথুৰা ;

মাধুপ্ৰিয় — বলৰাম ।

মধুফল — মধুনাৰিকল, মধুৰিআম । a guava, লেটিন psidium guyava. পাৰেবতন্তু, বৈৰত মাৰে বতকঞ্চ কিঞ্চ বৈৰতকম্ । মধু ফলম মৃত ফলাখ্যাং পাৰে বতকঞ্চ সপ্তাহ্বম্ ( দ্ৰব্যগুণ ) পাৰেবত, বৈৰত, আৰেবতক, বৈৰতক, মধুফল, অমৃতফল আৰু পাৰেবতক এই সাতটি মধুফলৰ নাম ।

মধুমথন — বিষ্ণু,

মধুমক্ষিকা — মৌমাখি, bees.

মধুৰ মধুপ মধু ভোলে — ভোমোৰাই ফুলৰ মৌ খাবলৈ পাহৰিলে । গোপ শিশু সঙ্গে, শিৰে শিখণ্ডক ডুলে, কৰ্ণে কুণ্ডল গণ্ড লোলে ।
কেয়ুৰ কঙ্কণ কৰে, উৰে বন- মালা লুলে, মধুৰ মধুপ মধু ভোলে ॥ (বৰগীত)

মধুৰিপু — বিষ্ণু । ( কৈটভ চাওক )

মধুলোলুপ — ভোমোৰা, a black bee.

মধুবন — মথুৰাত হোৱা এবিধ বন।

মধুসাৰথি — কামদেৱ ।

মধুসূদন — শ্ৰীকৃষ্ণ, (মধু দৈত্যক বধ কৰিলে এই অৰ্থত মধু, সূদন) (সূদনং মধু দৈত্যস্য যস্মাৎ স মধুসূদনঃ)
মধুৰূপী মায়াক বিনাশ কৰি ভকতক মায়াৰ পৰা মুক্ত কৰে হেতুকে মধুসূদন বোলা হয় ।
মধমতীমায়া, উন্মত্ত কৰায়া, আছে যত জীৱগণ ।
ভকতৰ মায়াক, পীড়ন নিমিত্তে, বোলয় মধুসূদন। ১৬৫ ঘোষা ।
পৰিনামা শ্ৰীভংকৰ্ম্ম ভ্ৰাত্তাৰাং

মধুৰ মধু কৰোতি সুদনং যোহি সএব মধুসূদনঃ। (ইতি শব্দ কল্পদ্ৰুম্ )

মধ্যমেশ্বৰ—কাশীত থকা শিৱলিঙ্গ।

মধ্যলোক—পৃথিৱী, মৰ্ত্ত্যলোক।

মনসা—এগৰাকী দেৱী। কশ্যপ ঋষিৰ মনসা কন্যা। জৰৎকাৰু মুনিৰ পত্নী আৰু আস্তিকৰ মাতৃ। মনসা ভগবান কল্পৰ শেষত শয়ন কৰা শয্যা শেষৰ অৰ্থাৎ সৰ্পৰাজ অনন্তৰ ভগ্নী শেষৰ ভগ্নী হেতুকে সৰ্পবিষ হৰণ কৰিব পৰা কাৰণে এওঁৰ এটা নাম বিষহাৰী। তেওঁ পৰম বৈষ্ণবী আৰু কৃষ্ণৰ প্ৰিয়। "সা দেৱী বৈষ্ণৱী সিদ্ধ যোগিনী ত্ৰিযুগঞ্চ তপস্তপস্বা কৃষ্ণ পৰমাত্মনঃ।" এওঁৰ অন্যান্য নাম জগদ্‌গৌৰীঃ নিত্যা, পদ্মাৱতী, কদ্ৰু, বিষহাৰী।

মনসিজ—কামদেৱ, মদন (কন্দৰ্প চাওক)

মনসিজ বাণ—কামদেৱৰ পঞ্চবাণ। (কন্দৰ্প চাওক)

মনাই—মন। হৰিপদ পঙ্কজ সেৱি মনাই।
বিত্ত চিন্তহু হৃদি মিলাই॥
(বৰগীত)

মনিগিৰি—মণি থকা এটা উজ্জ্বল পৰ্ব্বত।
কাৰ্ত্তিক ময়ুৰ পুচ্ছ শোভেশিৰে।
মণিগিৰি গৈৰিক ৰঙ্গে শৰীৰে॥
(বৰগীত)

মনিয়া—মণিযুক্ত; ত্ৰিভুৱন মোহন সুন্দৰ শিখা মণিয়া। (বৰগীত)

মনীষী—পণ্ডিত, বিদ্বান, a learned man.

মন্ত্ৰ—ব্ৰহ্মাৰ পুত্ৰ; মনুসংহিতাৰ মতে ব্ৰহ্মাই নিজ শৰীৰৰপৰা মনুক সৃষ্টি কৰে। মনু মনুষ্য জাতিৰ জন্মৰ আদি কাৰণ, সৃষ্টিৰ শাসনকৰ্ত্তা। মনু ১৪ জন। এজন মনুৰ ৰাজত্ব কাল মনুষ্য মতে ৩০৬৭২,০০০০ বছৰ। ১৪ জন মনুৰ নাম যথাক্ৰমে স্বায়ম্ভুৱ, স্বাৰোচিষ, উত্তম, তামস, ৰৈবত, চাক্ষুষ, বৈৱস্বত, সাৱৰ্ণি, দক্ষ সাৱৰ্ণি বা

ৰৌচ্য, ব্ৰহ্ম সাবৰ্ণি বা ভৌত্য, ধৰ্ম্মসাবৰ্ণি বা মেৰুসাবৰ্ণি, ৰুদ্ৰসাবৰ্ণি বা ঋতু, দেবসাবৰ্ণি বা ঋতুধামা; ইন্দ্ৰসাবৰ্ণি বা বিশ্বকসেন।

এওঁলোকৰ স্বায়ম্ভুবৰ জন্ম মনুসংহিতাত আছে— তপস্তপ্‌ত্বা সৃজদ্‌যন্তু স স্বয়ং পুৰুষো বিৰাট্। তাং মাং বিত্তাস্য সৰ্ব্বস্য স্ৰষ্টাৰং দ্বিজ সত্তমাঃ॥ মনু ১/৩৩ হে দ্বিজ সত্তমসকল, সেই বিৰাট পুৰুষে তপস্যা কৰি যাক সৃষ্টি কৰিলে সেইজনেই মোক সমুদায় সৃষ্টিৰ কাৰণ মনু বুলি জানিবা। মনুৰ পুত্ৰসকল—

১। সায়ম্ভুব মনুৰ পুত্ৰ দহজন; যেনেঃ— অগ্নিধ্ৰ, অগ্নিবাহু, বিফক্ষ, সবল, জ্যোতিমান্, দ্যুতিমান্ হব্য, মেধা, মেধাতিথি আৰু বসু।

২ স্বাৰোচিষৰ পুত্ৰ চাবিজন; যেনে.—নভ, নভস্য, প্ৰসৃতি, ভাৱন,

৩। উত্তম বা ঔত্তমিৰ পুত্ৰ দহজন; যেনে—ঈষ, উৰ্জ্জ, ভূৰ্জ্জ, শুচি, শুক্ৰ, মধু, মাধৱ, সহ,

৪। তামসৰ পুত্ৰ দহজন, যেনেঃ— অকল্মষ, তপোধন্বী, তপোমূল, তপোধন, তপোৰতি, তপস্য, তপোদ্যুতি, পৰন্তপ, তপোভাগী, তপোযোগী।

৫। বৈবতৰ পুত্ৰ দহজন যেনেঃ—অৰুণ, তত্বদৰ্শী, বিত্তবান, হব্যপ, কপি, মুক্ত, নিৰুৎসুক, সত্ত্ব, নিৰ্ম্মোত্ত, প্ৰকাশ।

৬। চাক্ষুষৰ পুত্ৰ দহজন যেনেঃ—উৰু, পুৰু, শতদ্যুম্ন, তপস্বী, সত্যবাক, কবি, অগ্নিষ্টুপ, অতিৰাত, স্বচ্ছন্দ, অভিমন্যু।

৭। বৈবস্বত, এওঁৰ গৰ্ভজাত সূৰ্য্যৰ পুত্ৰ। এওঁৰ পুত্ৰ দহজন, যেনেঃ—ইল, ইক্ষ্বাকু, কুশনাভ, অৰিষ্ট, ধৃষ্ট, নৰিষ্যন্ত, কুৰুষ, শৰ্য্যাতি, পৃষধ্ৰ, নাভাগ।

৮। সাবাৰ্ণি—এওঁ ছায়াৰ গৰ্ভজাত সূৰ্য্যৰ পুত্ৰ + এওঁৰ পুত্ৰ

দহজন, যেনে— ধৃতি, বৰীয়ান, যবস, সুবর্ণ, বৃষ্টি, চৰিষ্ণু, ঈড্য, সুমতি, বসু, শুভ্র।

৯। ৰৌচ্য— এওঁ প্রজাপতিৰ পুত্র।

১০। ভৌত্য— এওঁ ভূতি নামৰ প্রজাতিৰ পুত্র।

১১। মেৰু সাবর্ণি—এওঁ ব্রহ্মাৰ পুত্র। ৰৌচ্য, ভৌত্য, মেৰু সাবর্ণি, ৰুদ্রসাবর্ণি, দেৱসাবর্ণি আৰু ইন্দ্র সাবর্ণিৰ পুত্র সংখ্যা জনা নাযায়।

মনুৱা—মন, কা ৰুক মনুৱা বিষয় বিলাস। দুর্লভ মানৱী তনু পুনুহো নাপাম॥ বৰগীত

মনুষ্য—মানুহ, মানৱ, নৰ, পুৰুষ, মনুজ।

মনুষ্য যজ্ঞ—অতিথি সেৱা।

মনোৰথ— ইচ্ছা, বাঞ্ছা, কামনা, desire.

মনোৰঞ্জন—মনত আনন্দ লগোৱা, সুন্দৰ, ধুনীয়া, lovely.

মন্তৰ—মন্ত্র, a hymn, a prayer in verse, an incantation.

মন্ত্র—দেৱতাক আৰাধনা বা প্রার্থনা কৰা বচন বা শ্লোক।

ৰোগ বা আন পীড়া (যেনে- সাপৰ বিষ) ভাল কৰিবৰ কাৰণে ব্যৱহাৰ কৰা বাক্য; a prayer, an incantation.

মন্দৰ—এটা পর্ব্বত; দেৱতা আৰু অসুৰসকলে সমুদ্র মন্থন কৰোঁতে এই মন্দৰ পর্ব্বত মথনী মাৰি কৰি লৈছিল। আকৌ ব্রজত শ্রীকৃষ্ণই ইন্দ্র পূজা বন্ধ কৰোতে ইন্দ্রই ক্রোধত সাতদিন দিনে ৰাতি ধাৰাসাৰে বৰষুণ দি ব্রজবাসীক কষ্ট দিবলৈ চেষ্টা কৰোতে শ্রীকৃষ্ণই এই মন্দৰ পর্ব্বত গোকুলৰ ওপৰত দাঙ্গিধৰি ব্রজবাসীক ৰক্ষা কৰিছিল।

কৰিলেক পৰি তুতি সুৰা সুৰ নাগে।

ধৰিলা মন্দৰ গিৰি প্রভু পৃষ্ঠ ভাগে॥ কীর্ত্তন।

মন্দা—মন্দমতি, বেয়া বুধি, নির্ব্বোধ, stupid, dull.

মন্দাকিনী—স্বৰ্গৰ গঙ্গা ।

মন্দাৰ্—অন্নাৰ্ ।

মন্দোদৰী—ৰাৱণৰ ভাৰ্য্যা ।

মন্মথ—কামদেৱ (কন্দৰ্প চাওক)

মন্যু—শোক, তাপ, বেজাৰ, ক্রোধ, অহঙ্কাৰ, sorrow, grief, anger, arrogance.

মন্বন্তৰ - এজনা মনুৰ ৰাজত্ব কাল । মনুষ্যৰ ৪৩২,০০০০ বছৰত দেৱতাৰ এক যুগ হয়, দেৱতাৰ ৭১ যুগ হ'লে এজন মনুৰ ৰাজত্ব কাল সম্পূৰ্ণ হয় ; গতিকে মনুষ্যৰ ৪৩২,০০০০ × ৭১ = ৩০৬৭২০০০০ বছৰত এক মন্বন্তৰ হয় ।

মমতা—মৰম, স্নেহ, দয়া ; affection, Compassion.

ময়ূৰ—ম'ৰা চৰাই, নীলকণ্ঠ, শিখাবল, শিখী, কেকী, চন্দ্ৰকী, সিতাপাঙ্গ, ধ্বজী, শিখাধৰ শিক্ষাধাৰ প্ৰচলাকী ভুজঙ্গভুক, মেঘনাদী, কলাপী, চিত্ৰ পিচ্ছক, ভুজগ ভোগী ইত্যাদি

ময়ূৰচূড়া—ময়ূৰ শিখা ; the crast of a peacock.

ময়ূৰী—মাইকী ম'ৰা pea hen.

মৰকট—মৰ্কট, বান্দৰ, a monkey.

সঙ্গহি মৰকট ভুঞ্জিয়ে নৱনীত, বন্ধন যশোমতী কিয়ে । গুরু বৰ মূল, উচ্চাৰন কয়ে কহো, দেবা দোহো সেৱা বৰ লিয়ে, (গীত-ৰামানন্দ)

মৰকত—হৰিতাৰ বৰ্ণ মণি বিশেষ, পান্না, এবিধ ৰাখৰ ।

মৰম—(১) স্নেহ, বেথা, affection. (২) মৰ্ম্ম, সাৰতত্ব, Substance, knowledge of divine truth.

ৰাম নাম ব্ৰহ্ম, নিখিল পুণ্যৱহ,
ওহি নিগম তত্ত্ব বানী,
কলি কোপৰম, এৰম হৰি নাম,
পঢ়ি পুঙ মৰম মজানি ॥
(বৰগীত)

মৰমস্থান—মৰ্ম্মস্থল, শৰীৰৰ অতি কোমল অংশ, কলিজা, the vital part of the body,

the heart."

মৰীচি—মুনি বিশেষ, ব্ৰহ্মাৰ জ্যেষ্ঠ মানস পুত্ৰ, ভাৰ্য্যা কৰ্দ্দম মুনিৰ কন্যা কলা আৰু পুত্ৰ কশ্যপ ।

মৰীচিকা—মৃগ-তৃষ্ণা, বহল বালিময় ঠাইত পানী যেন দেখা এটা তিৰবিৰণি; mirage.

মৰুৎ—বায়ু ; the wind.

মৰুতৰ জন্ম বৃত্তান্তত পোৱা যায় যে দিতিয়ে তেওঁৰ পুত্ৰ হেৰুৱা কাৰণে ইন্দ্ৰক বধ কৰিব পৰা এটি সন্তান পাবৰ কাৰণে কশ্যপক প্ৰাৰ্থনা জনায় । কশ্যপক উপদেশ দিলে যে তেওঁ তেনে সন্তান লাভ কৰিবৰ হলে সদাচাৰৰ সকলো নিয়ম পদ্ধতি পালন কৰি সেই সন্তান এশ বছৰ গৰ্ভত ধাৰণ কৰিব লাগিব । দিতিয়ে সেই সকলো নিয়ম পদ্ধতি মানি ইন্দ্ৰক বধ কৰিবৰ কাৰণে এটি সন্তান গৰ্ভধাৰণ কৰা ইন্দ্ৰই সম্বাদ পাই তাক নাশ কৰাৰ উদ্দেশ্যে দিতিৰ কাৰক হিচাবে দিতিৰ লগত থাকিবলৈ লয় । শেষৰ বছৰত এদিন দিতিয়ে ভৰি নোধোৱাকৈ শোৱে । দিতিৰ এই সামান্য অপৰাধতে সদাচাৰ ভঙ্গৰ সুবিধা পাই ইন্দ্ৰই তেওঁৰ বজ্ৰৰে গৰ্ভত থকা সন্তান সাতখণ্ড কৰে। তেতিয়া গৰ্ভস্থ সন্তানে কান্দিবলৈ ধৰাত 'মাৰুদ,মাৰুদ' বুলি কয়; সন্তানে তেতিয়াও কান্দিবলৈ নেৰাত প্ৰত্যেক খণ্ডকে সাতখণ্ড কৰে । এয়ে উনপঞ্চাশ বায়ু। দিতিয়ে ফলত মাত্ৰ এটা মাংসপিণ্ডহে প্ৰসৱ কৰে। সেই মাংস পিণ্ডক এটা বালক কৰি দিবৰ কাৰণে পাৰ্ব্বতীয়ে শিৱক প্ৰাৰ্থনা জনায় । সেই অনুৰোধ ৰক্ষা কৰি শিৱই এটি পৰাক্ৰমী বালকৰ সৃষ্টি কৰে । সেই কাৰণে মাৰুতক ৰুদ্ৰৰ সন্তান বুলিও কয় ।

আৰো শব্দ কল্পদ্ৰুমত আছে সৃষ্টিকৰ্ত্তাই আকাশ সৃষ্টি কৰে আৰু আকাশৰ পৰা বায়ুৰ সৃষ্টি কৰে, যেনে তস্মাদ্বা এতস্মাদ্ আন

আকাশাৎসংভূত: আকাশাদ্বায়ু:।
ইত্যাদি তৈত্তিৰীয় শ্ৰুতি ॥
উনপঞ্চাশৎ বায়ু বদিতে: পুত্ৰা:।
তে সৰ্ব্বে অপ্ৰজা: ইন্দ্ৰেণ দেবত্বং
প্ৰাপিতা: ॥ উনপঞ্চাশ বায়ু
দিতিৰ পুত্ৰ আৰু সকলোকে
ইন্দ্ৰৰ দ্বাৰা দেৱত্ব দিয়া হয়।
বায়ুৰ অন্যান্য নাম— শ্বসন,
স্পৰ্শন, বায়ু, মাতৰিশ্বন,
সদাগতি, পৃষদশ্ব, গন্ধবহ,
গন্ধবাহ, অনিল, আশুগ, সমীৰ,
মাৰুত, মৰুৎ,জগৎপ্ৰাণ, সমীৰণ,
নভস্বত্, বাত, পবন, পবমান,
প্ৰভঞ্জন,

মৰুত্ত — চন্দ্ৰবংশীয় এজন ৰজা।

মৰুৎপাল — ইন্দ্ৰ

মৰুৎপুত্ৰ — ভীমসেন, হনুমান।

মৰ্কট — বান্দৰ, a monkey.

মৰ্ত্ত্য — পৃথিৱী, the world.

মৰ্দ্দন (১) গা মোহাৰি দিয়া to rub the body.

(২) নাশ কৰা, one who destroys.

পতিত পাৱন, এজন ভ.বন।
দবিত্ৰ মৰ্দ্দন, তুমি সি বামন ॥
(গুণমালা)

সমস্ত শাস্ত্ৰত কৰিয়া সাৰ।
পাষণ্ড মৰ্দ্দন নাম ইহাৰ।
এি:সে মৰ্দ্দিবে পাষণ্ডমতি।
জানিবা কলিত নামেসে গতি ॥
(কীৰ্ত্তন)

মৰ্ম্ম — স্বৰূপ, জীৱৰ স্থান (জীৱস্থানম-শব্দ কল্পদ্ৰুম্) যাৰ মৃত্যু বা নাশ হলে মানুহৰ মৃত্যু হয়। (মৰ্ম্মানি হতানি সন্তি পঞ্চত্বং ভৱতি ইতি শ: ক:) শৰীৰৰ একেবাৰেই বৰ আৱশ্যকীয় স্থান। এতেকে দেহৰ বা কোনো কথাৰ সাৰ অংশ। গূঢ়াৰ্থ, সাৰ অৰ্থ; the vital part of the body, the essential purport of a book or a speech.

কহিলা শুকে বেদান্তৰ মৰ্ম্ম।
৭২ কীৰ্ত্তন। শুনা পৰীক্ষিত কলিৰ ধৰ্ম্ম ॥

মৰ্ম্মজ্ঞ — তত্বজ্ঞ, জ্ঞানী; one having knowledge of

divine truth.

মর্য্যাদা—মান, সম্মান; honour, respect.

মর্ষণ—ক্ষমা, দোষ এবা; to forgive, to pardon.

মল—পাপ, বিষ্ঠা, কলঙ্ক; sin, stool a stain, disgrace.

মল্ল—বাহুযোদ্ধা বলবান, মাল, a wrestler.

মহ—মাজত; amidst.

হবি পদ পঙ্কজ পঞ্জব মোই।
তা মহ বহু বাজহংস হোই॥
(ববগীত)

মহাজন - সাধুলোক, সিদ্ধপুরুষ, পুণ্যাত্মা; Pious, pure, virsuous.

মহাদেব—শিব, মহেশ্বব, শঙ্কব, বৃষভধ্বজ, কৃত্তিবাসা, শ্রীকণ্ঠ, পার্ব্বতীপতি, দেবদেবেশ, কামাঙ্গনাশন, শম্ভু, পশুপতি, শূলিন, শর্ব্ব (সর্ব্ব) ঈশান, চন্দ্রশেখব, ভূতেশ, ধূর্জ্জটি, গঙ্গাধব, ব্যোমকেশ, ত্র্যম্বক, রুদ্র, উমাপতি, ভর্গ, বামদেব ইত্যাদি।

মহাদেবী—দুর্গা।

মহাপদ্ম—বামায়ণব মতে দক্ষিণ দিগাধিপতি যমব হস্তীব নাম।

মহাপাতকী—মহাপাপী, পঞ্চপ্রকাব মহাপাপ যুক্ত লোক। পঞ্চ মহাপাপ ব্রহ্মহত্যা, সুবাপান, গুরুপত্নী হবণ, আক সেই সকল লোকব লগত সংঘর্ষ কবা লোক।

মহাপুরুষ—শ্রেষ্ঠপুরুষ, নাবায়ন; the greatest of the man, God.

মহাপ্রসাদ—বিষ্ণুব উদ্দেশ্যে অর্পন কবা নৈবেদ্য, বিষ্ণু নৈবেদ্য।

মহাব্রাহ্মণ—নিন্দিত ব্রাহ্মণ; a reviled Brahmin, a low Brahmin.

মহাভীম—শান্তনু বজা, ভৃঙ্গি নামব শিবব দ্বাবপাল।

মহাবথ—শিব।

মহিষধ্বজ—যম।

মহিষমৰ্দ্দিনী—দুর্গা।

মহিষাসুব—বম্ভাসুবব পুত্র এটা

দৈত্য। রম্ভাসুৰে এটা মহা পৰাক্রমী, ত্রৈলোক্য বিজয়ী, অবধ্য, অসম্বৰ, যশস্বী পুত্র সন্তান কামনা কৰি মহাদেৱক আৰাধনা কৰে। মহাদেৱ তপস্যাত সন্তুষ্ট হৈ বাঞ্ছিত সন্তান পাবৰ কাৰণে বৰ দিয়ে। বৰ পাই ৰম্ভাসুৰ উভতি যাওঁতে বাটত মহিষীক দেখা পাই কামত মোহিত হৈ সেই মহিষীতে ৰতি সুখ লাভ কৰে। সেই মহিষীৰ গৰ্ভত ৰম্ভাসুৰৰ ঔৰষত মহিষাসুৰৰ জন্ম হয়। সেই অবধ্য সৰ্ব্বভূত বিজয়ী পৰাক্রমী মহিষাসুৰৰ প্ৰকোপত তিনিলোক কম্পমান হৈ দেবীক আৰাধনা কৰে। দেবীয়ে সেই অবধ্য দৈত্যক নিজৰ পদ তলত স্থান দি ৰাখে। "দেবী পাদতলং প্ৰাপ্য যথা সোহপ্যাপিমোদতে"।

মহী—পৃথিবী ; the earth.

মহীধৰ—পৰ্ব্বত ; a mountain.

ধীৰ বীৰ শুদ্ধ শেখৰ বাঘৰ, বাৰণ তুয়া পৰি ঝাম্পে। সুৰ নৰ কিন্নৰ, ফণধৰ ভৰতৰ, মহীধৰ তৰসি প্ৰকাম্পে ॥ (বৰগীত)।

মহেশ্বৰ - শিৱ।

মহোৎপলম্—পদ্ম, পদুম ফুল ; a lotus.

মহোৎসৱ - অতিশয় আনন্দদায়ক কৰ্ম্ম, ডাঙৰ উৎসৱ, ডাঙৰ আমোদ, a great amusement or festival.

মহোদয়—মহাশয়, ডাঙৰ মানুহ, মান্যব্যক্তি ; a respectable man, a great man.

মক্ষিকা }
মক্ষীকা } —মাখি,এবিধ উৰিব পৰা পোক ; a fly.

মাঠি মলাচক, an earthen pot. লবনুৰ সীমা নাই, মাঠি মাঠি ঘি। ভৰদ্ধ খাইবাৰ নেদ কাঙ্গালৰ জী। (গীত-শ্ৰীৰাম)

মানব - মনুষ্য, মানুহ ; a man.

মানিক— এবিধ বহুমূলীয়া বঙা ৰাখৰ, এবিধ ৰত্ন ; a supe-

rior kind of ruby.

মাণ্ডলী—মাৰলী, ৰাক্সহাড়; the backbone. আয়ু দিলা ভাঠি, হাতে লৈলা লাঠি,হাম্বিতে নচলেপাৱ। ভাঙ্গিলা মাণ্ডলী, আগ গৈলা চলি, ধম্ভ ফান্দ ভৈলা গাৱ॥ (বৰগীত)

মাত পুৰুষাইলা—মাতদিলা, মাত-মতা,

শুনি ৰাধাৰানী, হৰি হেন জানি, ৰঙ্গে মাত পুৰুষাইলা।
সৰ্ব্বস্ব নিবাৰ, তবে মোৰ ঘৰ কৈৰচোৰ আসি পাইল॥ (গীত-শ্ৰীৰাম)

মাতলি—ইন্দ্ৰৰ সাৰথি।

মাতৃবধী—মাতৃহন্তা, নিজৰ মাকক বধ কৰোঁতা; a matricide.

মাতৃভক্তি—মাতৃক ভক্তি কৰা,মাতৃক চেনেহেৰে সন্মান কৰা; regard for one's own mother.

মাৎসৰ্য্য—খিয়াল, পৰৰ ভাল দেখিব নোৱাৰা, হিংসা; envy, malice.

মাথী—মথনী মাৰি, গাখীৰ মথা মাৰি; a churning stick.

মাধৱ—ভগবান, শ্ৰীকৃষ্ণ, ঈশ্বৰ, বহাগ মাহ, বসন্ত কাল।
হৰিবোল শুন অবোধ গোৱালী মইসে মাধৱ জান। বসন্ত কালক বোলয় মাধৱ ৰাধা দিলা সন্নিধান॥

মাধু—মাধৱ, কৃষ্ণ।
দিবস সৰহু মাই মাধু বিৰহ তাপ তপন্থু তাপিত তনু মোৰ।
অৰবশোমতীসুত চান্দ শীতল দেহ,কয়ল সয়ন তাপ মোৰা॥বৰগীত

মাধুৰী—মধুৰতা,মধুৰগুণ; sweetness. নাৰায়ণ কৈছে সেৱহু তুমা পাই। বিলম বিষয় সুখে অমিয়া মাধুৰী পাই, মতিমেৰি পুন্ন তথি খাই॥ (গীত-শ্ৰীৰাম)

মানৱ—মনুষ্যজাতি, মানুহ, mankind.

মানৱী—মনুষ্য, মানৱ; human.

মানস—মন সম্বন্ধীয়; mental.

মানসচোৰা—মনচোৰ. মন আকৰ্ষণ কৰা; attraction of the mind, fascinated.

কুণ্ডল ডগমগি জলমল মৌবা।
ঈষত হাসি বসে মানসচোৰা ॥
(বৰগীত)

মানিনী—অভিমানী নাৰী,মাজুৱতী ; lady.

মাধৱ হে মানিনী মদনবিলাপং।
যামিনী জলয়তি তাপং ॥
(গীত-ৰামানন্দ)

মায়া—প্ৰতাৰণা, ছলনা, অবিদ্যা, অজ্ঞান, "প্ৰতীতি সাধনং মায়া। অঘট ঘটন পটীয়সী মায়া।" ভগবানে অসত্যক সত্য বিশ্বাস কৰাই মনুষ্যক তাতে আবদ্ধ কৰাৰ ছলনা, যাৰ দ্বাৰা মানুহে এই অনিত্য সংসাৰকে নিত্য বুলি বিবেচনা কৰি তাতে বদ্ধ হৈছে।

মায়াজাল—ভ্ৰম, মিছা সংসাৰকে সঁচাজ্ঞান কৰাই বদ্ধ কৰিব পৰা ফান্দ, the worldly illusion which misleads mankind.

মায়াময়—ভ্ৰম, এটাত আন এটা যেন বোধ জন্মোৱা, illusive.

মায়াবী—মায়াকাৰ, ঐন্দ্ৰজালিক, চকুত ভ্ৰান্তি জন্মাব পৰা, অদৃশ্য হব পৰা ; one who deceives persons by false show.

মাৰগ—মাৰ্গ, বাট, আলি, পথ, a path, a road, doctrines held by a particular sect.

গোৱৰিণী কৈছন কলঙ্ক হামাৰি।
ৰাজমাৰগ মহ ফিৰত বালক সব,
কাহেক চোৰ গোৱাৰী ॥ (বৰগীত)

মাৰণ—বধ বা আঘাত কৰা কাৰ্য্য ; killing or striking.

তোমাৰ ছৱাল লৈয়া আমি
মাৰণ আগে যাইবো।
পৰৰ দোষে কেনে আমি আপুনি
মাৰণ খাইবো ॥ (বৰগীত)

মাৰীচ—ৰাক্ষস বিশেষ, তাৰকা ৰাক্ষসীৰ পুত্ৰ, ৰাৱণৰ অনুচৰ। সীতাক হৰণ কৰিবৰ অৰ্থে মায়া কনক মৃগ হৈ আহোতে এই ৰাক্ষস ৰামে বধ কৰে।

মাৰুতি—হনুমান, ভীমসেন।

মাৰ্কণ্ডেয়—মৃকণ্ড মুনিৰ পুত্ৰ।

মাৰ্গ—(১) বাট, পথ, a road, a path, doctrines held by a particular sect.

(২) মলদ্বাৰ, পোকৰ, the anus.

মাৰ্জাৰ—মেকুৰী, বিড়াল, a cat.

মাৰ্ত্তণ্ড—সূৰ্য্য, the sun (আদিত্য-চাওক)

মাহেন্দ্ৰী—ইন্দ্ৰানী ।

মাহেশ্বৰী—দুৰ্গা ।

মিতঙ্গম—হাতী, an elephant.

মিতবন্ধায়ো—মিত্ৰতাবন্ধোৱা, মিত্ৰতা স্থাপন কৰা ।

মন মেৰি হৰি সঙ্গে মিত বন্ধায়ো ।

ঐচন যতন কিয়ে সব ছোৰি সন্ত সঙ্গতি বতি লায়ো ॥

বৰগীত ।

মিত্ৰ—(১) বন্ধু, সুহৃদ, a friend.

(২) মিত্ৰ দিনভাগৰ আৰু বৰুণক ৰাতিভাগৰ শাসক বুলি কোৱা হয় । সেই লোক দুইজনে পৃথিবী আৰু আকাশ শাসন আৰু উদ্ধাৰক কৰে, ধৰ্ম্ম বিস্তাৰ কৰে আৰু পাপ দূৰ কৰে ।

"In the Vedas he is generally associated with Varuna, he being the ruler of the day and Varuna the ruler of the night. They together uphold and rule the earth and sky, guard the world, encourage religion and chastise sin" classical Dictionary.

মিহিৰ—১। সূৰ্য্য, বায়ু, চন্দ্ৰ, the sun, the wind, the moon.

২। বিক্ৰমাদিত্য ৰাজসভাৰ ন জন পণ্ডিতৰ এজন ।

মীমা—কশ্যপৰ এগৰাকী ভাৰ্য্যা ।

মীৰ—সমুদ্ৰ, the ocean

মুকুন্দ—বিষ্ণু ।

মুক্ত—মেচনি, মুকলি, আবদ্ধ নোহোৱা, liberated from

Corporeal existence, freed.

মুক্তাৱলী— এবিধ অসমীয়া ছন্দ, a kind of Assamese verse.

মুক্তি—বান্ধৰ পৰা মুকলি হোৱা ; দুখ কষ্টৰ পৰা উদ্ধাৰ, আত্মাৰ সদগতি, জনম মৰণৰ হাত সৰা। মুক্তি দুই প্ৰকাৰ-হৰি ভক্তি ৰস বাঞ্ছা কৰা আৰু নিৰ্ব্বাণ। বৈষ্ণৱসকলে হৰি ভক্তি ৰস বাঞ্ছা কৰে আৰু অন্য সকলে নিৰ্ব্বাণ বাঞ্ছা কৰে "হৰি ভক্তি স্বৰূপাঞ্চ মুক্তিং বাঞ্ছন্তি বৈষ্ণবাঃ। অন্যে নিৰ্ব্বাণ স্বৰূপাঞ্চ মুক্তিং মিচ্ছেন্তি সাধবাঃ। (ব্ৰহ্ম বৈৱৰ্ত্তে প্ৰকৃতি খণ্ডে) মুক্তি আকৌ পাঁচ প্ৰকাৰ, যেনে— ১। সাৰ্ষ্টি, ২। সালোক্য ৩ সাৰূপ্য ৪। সামীপ্য ৫। নিৰ্ব্বাণ বা সাযুজ্যৎ।

মুখাগ্নি— মৃতকৰ শ দাহ কৰিবৰ কাৰণে চিতাত তুলি সৰ্ব্বপ্ৰথম শিৰ স্থানত অগ্নি সংযোজন ; মৃতকৰ শ্ৰাদ্ধাদি যি জনে কৰিব তেখেতেই, "কৃত্বাতু দুস্কৃতং কৰ্ম্ম জানতা বাপ্য জানতা মৃত্যুকালে বশং প্ৰাপ্য নৰং পঞ্চত্বমাগতম্। ধৰ্ম্মাধৰ্ম্মসমাযুক্তং লোভ মোহ সমাবৃতম্। দহেয়ং সৰ্ব্বগাত্ৰাণি দিব্যান্ লোকান্ সগচ্ছতু।" এই মন্ত্ৰ মাতি চিতাৰ চাৰিওফালে প্ৰদক্ষিণ কৰি সৰ্ব্বাগ্ৰে শিৰঃ স্থানত জ্বলমান বহ্নি সংযোজন কৰিব।

মুগুধ—মুগ্ধ, মূঢ়, মূৰ্খ, নিৰ্ব্বোধ ; fool, dull, stupid.

অন্ধ মুগুধ দশকন্ধ পাপবুধ জানকী শিৰত চৰাই।

ৰঘুপতি পদবৰধৰ ৰজনীচৰ,শঙ্কৰ কহতু উপায়ী ॥ (বৰগীত)

মুচল } মোচল } —মচি পেলাসে, মুচল মুখ প্ৰিয়াক পীতবাসে।

কহ শঙ্কৰ ৰস কেশৱ দাসে ॥ ৰুক্মিণী হৰণ)

মুঝে—মোক।

মুদিত—আনন্দিত হোৱা, pleased, joyful.

মুদিৰ—মেঘ, কামুক, ভেকোলা

cloud, lustful, a frog.

মুমুক্ষ্ —মুক্তি ইচ্ছা কৰা ব্যক্তি; one who hankers after salvation.

মুমূৰ্ষ্ —মৃত্যুৰ ওচৰ চপা লোক; one who is on dying bed.

মুৰনাশী—শ্ৰীকৃষ্ণ, বিষ্ণু, মুৰ অসুৰক নাশ কৰোতা। শ্ৰীকৃষ্ণই যেতিয়া নৰকাসুৰক বধ কৰিবলৈ যায় তেতিয়া নৰকক সহায় কৰিবৰ কাৰণে কশ্যপ ঋষিৰ পুত্ৰ প্ৰবল প্ৰতাপী মুৰ নামৰ অসুৰে সাতহেজাৰ পুত্ৰ সহ শ্ৰীকৃষ্ণৰ বিপক্ষে যুদ্ধ কৰিবলৈ আহে। শ্ৰীকৃষ্ণই সেই মুৰ অসুৰ আৰু তেওঁৰ সাতহেজাৰ পুত্ৰ সকলোকে চক্ৰৰ দ্বাৰা নিধন কৰে। সেই মুৰক নাশ কৰা হেতুকে তেওঁক মুৰনাশী বোলা হয়।

মুৰলী } বংশী, বাঁহী। a flute
মুৰুলী }

মুৰুলীধৰ—শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণৰ মুৰলী সম্পৰ্কত কৃষ্ণলীলাৰ বঙ্গালী ভাওনিত আছে:

পূৰ্ব্বে দেৱলয়ে ব্ৰহ্মা যজ্ঞ আৰম্ভিল।
বেণু বৃক্ষ পৰ্ব্ব সাৰ্দ্ধ চৌবিশ হইল॥
সেই বেণু বৃক্ষ ব্ৰহ্মা লইয়া ঘৰিতে।
ৰচিলা শাৰঙ্গ ধনু নয়টি পৰ্ব্বতে
বিষ্ণুৰ যে হস্তে সেই ধনু বলবান
সপ্ত পৰ্ব্বে জয়ন্তৰ ধনুক নিৰ্ম্মান॥
পঞ্চ পৰ্ব্বে কোদণ্ড যে দেবৰাজ ধৰে।
তিনি পৰ্ব্বে গাণ্ডীব ৰচিল হংস বৰে॥
অৱশেষে বেণু বৃক্ষ অৰ্দ্ধ পৰ্ব্ব ছিল।
মোহন মুৰলী ব্ৰহ্মা তাহাতে গাঠিল॥
ব্ৰহ্মা মোহনৰ কালে মুৰলী লৈইয়া।
গোবিন্দে দিলেন ব্ৰহ্মা বৃন্দাবনে গিয়া॥

মুৰৰী—মুৰলী, বাঁহী, a flute.

মধুৰ মধুৰ ধ্বনি, মুৰৰী বাজত,

পঞ্চম গায়ত ৰঙ্গে ।

ত্রিভঙ্গললিত অঙ্গ, বেণু কৰ

তাল, খেলাই বালক সঙ্গে ॥

(বৰগীত । )

মুৰাৰি—মুৰৰ অৰি (শত্রু)। মুৰ নামৰ অসুৰক বধ কৰোতা শ্রীকৃষ্ণ। (মুৰ নাশী চাওক।)

মুৰাৰু—মুৰাৰি, শ্রীকৃষ্ণ।

মধুৰ মূৰতি মুৰাৰু, মন দেখো

হৃদয়ে হামাৰু ॥ (বৰগীত । )

মুৰুচি—মূৰ্চ্ছা, অচেতন হোৱা ; a swoon.

মদন ছমন ৰূপ, পেখিয়ে পুনু

পুনু

মুৰচি পৰয় সুৰ নাৰী ।

সোহি জগজীয়, বিয়োগ অব

সহৰি

কৈচন চিত্ত হামাৰি ॥ (বৰগীত)

মুৰুবিকা—মুৰুলী, বাঁহী, a flute.

কটিধৰা সুশোভিত হাতে

মুৰুবিকা ।

কমল নয়ন শোভিত পধূলিকা ॥

(গীত-ৰামানন্দ)

মৃগমদ—কস্তুৰী, গন্ধ কলাই, musk.

মৃগৰাজ—সিংহ, a lion.

মৃগলাঞ্ছন—চন্দ্ৰ। the moon.

মৃগবাহন—বায়ু, the wind.

মৃগশিৰ } ২৭ টা নক্ষত্ৰৰ পঞ্চম
মৃগশিৰা } নক্ষত্ৰ

মৃণাল—পদ্ম, পদুমৰ ঠাৰি,

মৃদঙ্গ—এবিধ বাদ্য, এই বাদ্য দুই প্ৰকাৰৰ যেনে—মৰ্দ্দল আৰু মুৰজ।

১। মৰ্দ্দল—ইয়াৰ বাওফালৰ মুখ তেৰ আঙুল আৰু সোঁফালৰ মুখ বাৰ আঙুল। (মৰ্দ্দল ত্রয়োদশাঙ্গুল বাম মুখো দ্বাদশাঙ্গুল দক্ষিণ মুখঃ।)

২। মুৰজ— ইয়াৰ বাঁওফালৰ মুখ দহ আঙুল আৰু সোঁফালৰ মুখ সোতৰ আঙুল। (মুৰজস্তু দশাঙ্গুল বামমুখঃ সপ্তদশাঙ্গুল দক্ষিণ মুখঃ। মৰ্দ্দল মুৰ জয়ো বয়ং ভেদঃ। ইতি সঙ্গীত দামোদৰ (শব্দ কল্পদ্ৰুম)

মৃদু—কোমল, soft.

মৃত্নুৎপলম - নীল পদুম, a blue lotus.

মেখলা— ১। মে'খলা, তিৰোতাই ককালত পিন্ধা কাপোৰ।
a female waist cloth like petticoat used by the Assamese woman.
২। মধ্যবন্ধনী ; girdle. ব্ৰাহ্মণ আদি দ্বিজাতিসকলে উপনয়নৰ সময়ত পিন্ধা পবিত্ৰ সূত্ৰ,
মৌঞ্জী ত্ৰিবৃৎ শ্লক্ষ্ণা কাৰ্য্যা বিপ্ৰস্য মেখলা ২।৪২ মনু।
নবীন পীত ধটি কটি মাজে ।
কনক মেখলা কিঙ্কিনী বাজে ॥
(বৰগীত ।)

মেদ — জুলীয়া বস্তুৰ তলত পৰা গেদ, জন্তুৰ তেল, dregs, lees.

মেদিনী—পৃথিবী, the earth
(কৈটভ চাওক)

মেধা—১ বুধি, বুদ্ধি, ধাৰণা কৰা শক্তি ; the intellect.
২। স্বয়ম্ভুৰ মনুৰ পুত্ৰ
(মনু চাওক ।)

মেধাবী—মেধাযুক্ত, বুধিয়ক, intelligent, ingeneous

মেনকা—স্বৰ্গৰ অপেশ্বৰী, শকুন্তলাৰ মাতৃ ।

মেৰা মোৰ, mine.

মেৰি—মোৰ my.
মেৰো অবনাথ আতমা নন্দ লাল ।
বংহি ঠাকুৰ, হৰি দীন দয়াল ॥
(বৰগীত । )

মেহু—মেঘ, the cloud.
তনু চাৰু নালা, ৰতনে জৰিত,
কনক ভুষণে বাঞ্জে ।
নীল মেহু বহু ভাবক মৈছন
ৰূপে মন্মথ গঞ্জে ॥
(গীত-ৰামানন্দ । )

মেহ্ৰাল—মেৰাই থকিলে, being coiled, being twisted.

মৈত্ৰেয়—এজন মুনি। পৰাশৰ শিষ্য ।

মৈথিলী - সীতা ।

মোই — মোক, my.
নাহি নাহি কময়া বিনোপা ভাবক কোই ॥
পৰমানন্দ, পদ্ম মকৰন্দ, সেমছ

মন মোহ ॥ বৰগীত

মোচন—বন্ধনৰ পৰা মুক্তি, মোক্ষ ; liberation, salvation

মোটন—বায়ু, the wind

মোড়ল—মাৰিলে, বধ কৰিলে. killed

কুবলয় কংস কেশীমল্ল মোড়ল,
অঘবক ধেনুক নাশি ।
হৰি পদ্ম কমল, অমল মকৰন্দ
ৰস, মাধব দী অভিলাষী ॥
(বৰগীত)

মোহখেৰি - পানীত কৰা খেল; playing in the water.

গোপগোপিনী গণ, আনন্দে
মগনমন, যশোৱা ৰোহিনী
নন্দৰাজে
কৰে ফাগু মৰামৰি, কতো খেলে
মোহ খেৰি, জয় কৃষ্ণ বোল ব্ৰজ
মাজে ॥ (বৰগীত)

মোতিম মুকুতা, pearl

বংশী অধৰে ধৰি নয়ন আকোৰ
কৰি
প্ৰেমৰসে বৰিষে অমিযা ।
মাণিক মুকুতা কান্তি দশন
মোতিম পাতি.
প্ৰাণমোৰ হৰত হাসিয়া ॥
(বৰগীত )

মোদন—হৰ্ষ, আনন্দ, joy, gay.

মোদিত--হৰ্ষযুক্ত, আনন্দদায়ক ; delighted, pleased.

ঈষত মধুৰ হাসি, বাঁশী
বিনোদিত, মোদিত পঞ্চম
পাৰতৰি ।
নন্দকুমৰ, চৰণযুগ মঞ্জীৰ, মাধৱ
মন বন্ধু ভাৱেৰি ॥ (বৰগীত )

মোৱালাড়ু, ভাৰৈ লাক, a ball
মোৱালাৰু of parched paddy.

মোহ – মূৰ্চ্ছা, অবিদ্যা, মায়া, মিছাক সঁচা বোধ ; স্নেহ, মমতা, swoon, ignorance, fascination, affection.

মোহন্ত— মোহিত কৰোতা, যাক দেখিলে মন ভুল হৈ যায় ; মোহিত কৰা,

ব্ৰজ জীৱন দয়াল, দীন দয়ালু,
এ নন্দকুমাৰ মনো মোহন্ত

কোমল কেলিকলা, ৰসনাগৰ মনোহৰ, শ্যামকাম মোহনু ॥ (বৰগীত)

মোহপাশ—(মোহ— মায়া, পাশ-বন্ধন) মায়াৰ বন্ধন, fascination.

কৃপা কৰা নাৰায়ণ ছোৰ মোহ পাশ।

কহয় মাধৱ হৰি দাসকু দাস ॥ (বৰগীত)

মোহনী—মনত ভ্ৰান্তি জন্মাই আত্ম জ্ঞান হেকৰা, মায়াৰ জালত আবদ্ধ কৰণ,

দেখু সখি,মদন মোহন মুখ চান্দ। মোহন মুখেৰ বাণী, মোহন ভঙ্গিমা খানি, মোহনী মাৰিতে কৈল ,ফান্দ ॥ (গীত-ৰামানন্দ)

মোহভয়ো—মোহ যোৱা

মৌক্তিম— মৌক্তিম, মুক্তাযুক্ত, মুকুতা, pearl

মৌৰা—ম'ৰাচৰাই, ময়ূৰ, a peacock.

ম্লান—মলিন, বিমৰ্ষ, নিৰানন্দ, dirty. cheerless.

ম্লেচ্ছ—কিৰাত আদি জাতি, সকলো ধৰ্ম্মৰহিত লোক।

মুক্তকেশ শ্মশ্ৰুধাৰী (দাৰি গোঁফযুক্ত) ধৰ্ম্মৰহিত গোমাংস আদি অভক্ষ ভোজন কৰা লোকসকল।

"পাৰদা মুক্তকেশাশ্চ পহ্নৱা শ্মশ্ৰুধাৰি ৯: গোমাংস খাদকো যশ্চবিৰুদ্ধং বহু ভাষতে ॥" (শব্দ কল্পদ্ৰুম)

য

যজুৰ্ব্বেদ— হিন্দুৰ চাৰিখন বেদৰ এখন। যজুৰ্ব্বেদ দুই ভাগ বাজসনেয় আৰু তৈত্তিৰীয়।

বাজসনেয়ৰ সপ্তদশ শাখা যেনে-জাবালা:ঔধেয়া,কাণ্বা,মাধ্যন্দিনা, শাপীয়া, তাপায়নীয়া, কাপালা, পৌণ্ড্ৰ, বৎসা, আৱটিকা, পামা-ৱটিকা পাৰশৰ্যা, বৈধেয়া, বৈনেয়া, ঔধেয়া, গালবা, বৈজৱা আৰু কাত্যায়নীয়া।

তৈত্তিৰীয়ৰ দুই শাখা যেনে— ঔখ্যা আৰু খাণ্ডিকেয়া।

খাণ্ডিকেয়া শাখাৰ আৰু পাঁচটা

ভাগ যেনে—আপস্তম্বী, বোধায়নী, সত্যাষাঢ়ী, হিৰণ্য-কেশী আৰু ঔখেয়া

যজুৰ্ব্বেদৰ প্ৰবক্তা বৈশম্পায়ন।

যজ্ঞ—দেবাদিৰ উদ্দেশ্যে কৰা হোমাদি কাৰ্য্য। যজ্ঞ তিনি প্ৰকাৰ সাত্ত্বিক, ৰাজসিক আৰু তামসিক ।

কোনো ফল কামনা নকৰি কৰা যজ্ঞক সাত্ত্বিক, কোনো ফল কামনা কৰি কৰা যজ্ঞক ৰাজসিক আৰু শ্ৰদ্ধাহীন বিধি-হীনভাৱে কৰা যজ্ঞক তামসিক যজ্ঞ বোলে ।

যথা— অফলাকাঙ্ক্ষি ভিৰ্যজ্ঞো বিধি দৃষ্টো য ইজ্যতে। যষ্ট-ব্যমেবেতিমনঃ সমাধায় স সাত্ত্বিকঃ। অভিসন্ধায় তুফলং দম্ভাৰ্থমপি চৈবযৎ ইজ্যতে ভৰত শ্ৰেষ্ঠতং যজ্ঞং বিধি ৰাজসম্। বিধি বিহীনম সৃষ্টান্নং মন্ত্ৰহীনম-দক্ষিণম্। শ্ৰদ্ধা বিৰহিতং যজ্ঞং তামসংপৰিচক্ষতে ॥ ১৭ অধ্যায় শ্ৰীমদ্ভাগৱতগীতা। যজ্ঞ আকৌ পাঁচ প্ৰকাৰ ।

(নৃযজ্ঞ চাওক । )

যজ্ঞসূত্ৰ—লগুণ, a sacred thread.

যতি—পুত্ৰ পৌত্ৰাদি জন্ম হোৱাৰ পিছত পুত্ৰ পৰিবাৰ ধনঐশ্বৰ্য্য ত্যাগ কৰি ভাৰ্য্যাই ইচ্ছা কৰিলে লগত লৈ, ইচ্ছা নক-ৰিলে পুত্ৰৰ লগত থৈ যম নিয়ম (যম চাওক) পালন কৰি ভিক্ষা বৃত্তি অৱলম্বন কৰি নিৰ্জ্জন স্থানত থাকি ভগবানক আৰা-ধনা কৰা লোক। যতিৰ বস্ত্ৰ ৰক্তবৰ্ণ, ভিক্ষাৰ পাত্ৰ লাও কাঠ বা মাটিৰ । এবাৰত এসাজৰ অধিক ভিক্ষা কৰা যতিৰ নিষেধ। পুত্ৰ পৌত্ৰাদি জন্ম নিদি সংসাৰ ত্যাগ কৰা শাস্ত্ৰৰ বিৰোধী। মনুৱে কৈছে— অনধীত্য দ্বিজো বেদানমুৎ পাদ্য তথা সুতান্ ।

অনিষ্টাচৈব যজ্ঞেশ্চ মোক্ষমিচ্ছন্ ব্ৰজত্যধঃ॥ ৬। ৩৭ মনু।

দ্বিজসকলে বেদ অধ্যয়ন

নকৰাকৈ, যজ্ঞ আদি অনুষ্ঠান নকৰাকৈ কিম্বা সন্তান উৎপাদন নকৰাকৈ মোক্ষ ইচ্ছা কৰি সংসাৰ ত্যাগ কৰি মোক্ষ ইচ্ছা কৰিলে অধোগতি লাভ কৰে ।

যতী—জিতেন্দ্রিয়, বিধবা, a passonate, a widow.

যত্ন—চেষ্টা, উদ্যোগ ; exertion

যদু—দেৱযানীৰ গৰ্ভজাত যযাতিৰ জ্যেষ্ঠ পুত্ৰ। এই যদুৰ বংশতে দ্বাপৰ যুগত শ্ৰীকৃষ্ণৰ জন্ম হয়।

যদুকুল—কুমুদিনী ইন্দু গোপাল—(যদুকুল কুমুদিনী অৰ্থাৎ ভেটফুল ইন্দু অৰ্থাৎ চন্দ্ৰ) যেনেকৈ ৰাতি ভেটফুল সমূহে বিল প্ৰস্ফুটিত কৰে। সেইদৰে গোপালে যদুবংশ উজ্জল কৰিছে।

জগদানন্দ, জগত জনজীৱন,
যদুকুল কুমুদিনী ইন্দু গোপাল।
মাধৱদীন, মুকুন্দমতি মাগয়,
ভকতি ৰতি একুবিন্দু দায়াল॥
(বৰগীত)

যন্ত্ৰণা—পীড়া, কষ্ট, যাঁতনা ; pain affliction.

যম—১। সংযম। যমৰ অঙ্গ পাঁচটা যেনে- অহিংসা,সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ । ভাগৱতৰ একাদশ স্কন্ধত যমৰ, অঙ্গ বাৰটা বুলি উল্লেখ কৰিছে; যেনে—অহিংসা, সত্য, অস্তেয়, অসংগতা, লজ্জা, অসঞ্চয়, আস্তিকা, ব্ৰহ্মচৰ্য্য, মৌনতা, স্থিৰতা, ক্ষমা আৰু অভয়।

যাজ্ঞবল্কামতে- ব্ৰহ্মচৰ্য্যং দয়া-
ক্ষান্তিৰ্ধ্যানং সত্যমকল্কতা ।
অহিংসাস্তেয় মাধুৰ্য্যে দমশ্চেতি
যমাস্মৃতাঃ ॥

মনুৱে নিয়মতকৈ (নিয়ম অৰ্থাৎ- স্নান, মৌনাৱলম্বন, উপবাস, দান, শাস্ত্ৰ অধ্যয়ন, ইন্দ্ৰিয় সংযমন্ সন্তোষ আৰু ঈশ্বৰ প্ৰণিধান) যমত অধিক গুৰুত্ব দিছে। কাৰণ তেখেতে কৈছে—

যমান্ সেবেত সততং নানিত্যং
নিয়মান বুধঃ।
যমান পতত্যকুৰ্ব্বাণো নিয়মান

কেৱলান্ ভজন্ ৪/২০৪ মনু। যম সৰ্ব্বসময়তে পালন কৰিব অকল নিয়ম পালন কৰিয়েই নাথাকিব। যম আচৰণ নকৰি যদি কেৱল নিয়মেই পালন কৰি থাকে তেন্তে তেঁও পতিত হয়।

২। মৃত্যুৰ অধিষ্ঠাতা দেৱতা। যমৰ পিতৃ সূৰ্য্যৰ মাতৃ সংজ্ঞা। সংজ্ঞাৰ লিগিৰী ছায়াৰ লগত সূৰ্য্যৰ অবৈধ প্ৰণয় দেখি সংজ্ঞাই নিজৰ সন্তান যমক কেতুৱাতে এৰি গৃহত্যাগ কৰে। যমে ছায়াকে নিজৰ মাতৃজ্ঞান কৰি আছিল, কিন্তু ছায়াই যমতকৈ ছায়াৰ নিজপুত্ৰ শনিক অধিক স্নেহ কৰা দেখি যমে মনত দুখ পাই এদিন ছায়ালৈ ভৰি দাঙে তাতে ছায়াই খঙত সেই ভৰি গেলি পছি যাবৰ কাৰণে অভিশাপ দিয়ে। অভিশাপ অনুসৰি যমৰ ভৰিত ঘাঁ লাগি গেলি পছি যাবলৈ ধৰে আৰু তাত পোক দিলে। পিতৃ সূৰ্য্যই তাকে দেখি সেই পোক খাই ঘাঁ ভাল কৰিবলৈ এটা কুকুৰাচৰাই দিয়ে। কুকুৰাই ঘাঁৰ পোক খোৱাৰ পিছত ঘাঁ শুকাই যায় আৰু ভৰি ভাল হয়। এটা ভৰি নষ্ট হোৱাৰ কাৰণে যমৰ এটা নাম 'ছিন্নপাদ' হয়। এই ঘটনাৰ পিছতহে ছায়া যে তেওঁৰ নিজ মাতৃ নহয় এই কথা জানিব পাৰে। তেতিয়া যমে অনেক অনুসন্ধান কৰি নিজ মাতৃ সংজ্ঞাক ঘূৰাই আনে। অন্য-ঠাইত আকৌ সংজ্ঞা আৰু ছায়া দুয়ো বিশ্বকৰ্ম্মা পুত্ৰী বাই ভনী বুলি উল্লেখ আছে।

যমৰ অন্যান্য নাম সমূহ—ধৰ্ম্ম-ৰাজ, পিতৃ পতি, সমবৰ্ত্তী পৰেতৰাট, কৃতান্ত, যমুনা ভ্ৰাতা, শমন, যমৰাট, কাল, দণ্ডধৰ, শ্ৰাদ্ধদেৱ, বৈৱস্বত, অন্তক, ধৰ্ম্ম, ধৰ্ম্মৰাট, জীবিতেশ, মহিষধ্বজ, ঔড়ম্বৰ, দণ্ডধাৰ, কীনাশ, দগ্ধ, মহিষবাহন, শীৰ্ণপাদ, ভীমশাসন,

কঙ্ক, হৰি, কৰ্ম্মকৰ ইত্যাদি।

যমলাৰ্জ্জুন— গোকুলৰ দুজোপা অৰ্জ্জুন গছ। নাৰদৰ শাপত কুবেৰৰ দুজন সন্তান নলকুবেৰ আৰু মনিগ্ৰীৱ বৃক্ষহৈ আছিল; শ্ৰীকৃষ্ণৰ স্পৰ্শত পুৰ্ব্বৰ নাৰদৰ বাক্য অনুসৰি উদ্ধাৰ হয়।

যমুনা—এখন নদী। এই নদী হিমালয় পৰ্ব্বতৰ পৰা ওলাই প্ৰয়াগত গঙ্গাত পৰিছে। পুৰাণৰ মতে যমুনা সুৰ্য্যৰ কন্যা, যমৰ ভগ্নী। এই নদীৰ অন্যান্য নাম কালিন্দী, সুৰ্য্যতনয়া, শমনস্বসা, যমী, যমনী; তপন তনুজ্জা, কলিন্দকন্যা, যমস্বসা, শ্যামা, তাপি, কলিন্দনন্দিনী, কলিন্দশৈলজা, সুৰ্য্যসুতা।

যমুনা ভ্ৰাতা—যম।

যযাতি—নহুষ ৰজাৰ পুত্ৰ। যযাতিৰ পুত্ৰ যদুৰ পৰা যাদব বংশ আৰু পুৰুৰ পৰা পৌৰব বংশৰ কৌৰৱ আৰু পাণ্ডৱ। যাদব বংশত জন্ম গ্ৰহণ কৰে শ্ৰীকৃষ্ণই।

যবন—এখন দেশ আৰু এই দেশত বাস কৰা জাতি। পুৰাণৰ মতে যযাতিৰ পুত্ৰ তুৰ্ব্বসুৰ বংশধৰ সকল এই যবন দেশলৈ গৈ তাত বসতি কৰে। এই তুৰ্ব্বসুৰ পুত্ৰসকলকে যবন বোলা হয়। কিন্তু Dowson এ এই আখ্যানৰ বিবৰণ দিয়ে—The Puranas represent them to be the descendents of Turbasu but they are always associated with the tribes of the north west frontier and there can be no doubt that the Macedonian or Bactrian Greeks are the people most usually intended by the term.

যৱনিকা—আঁৰ কাপোৰ, পৰ্দ্দা, a curtain, a Screen of cloth.

যশস্কৰ— যশস্যা বঢ়োৱা, কীৰ্ত্তিকাৰক, rendering

famous.

যশস্যা— সুখ্যাতি, যশ, fame, renown

যশোদা—নন্দৰজাৰ পত্নী, শ্ৰীকৃষ্ণক নিজ পুত্ৰ বুলি জ্ঞান কৰি তুলি তালি ডাঙৰ কৰা নন্দৰ পত্নী।

যশোমতী — যশোদা,

যশোমতী পেখিতে নয়ন জুৰায়।
জগ জন জীৱন ভকত পৰম ধন,
হাসি হাসি চৰণ ঘসায়।

(বৰগীত)

যশোৱা - যশোদা,

হে যশোৱা মাই, আৰু কবহু
মই নাথাকো তোমাৰ ঘৰে।
কড়া দুইধনৰ হাণ্ডি ভাঙ্গিলো
গালি পাৱা কাৰ তৰে

(গীত শ্ৰীৰাম)

যক্ষ — কুবেৰৰ কিঙ্কৰ, ধ-ৰখীয়া,কৃপণ মানুহ ; a class of super natural beings attended on Kuver ; a miser. "They (the yakshas) have no very special attributes but they are generally considered as inoffensive, and so are called Punya-janas. 'good people', but they occasionally appear as imps of evil" Dowson.

যাকেৰি — যাৰ।

যাকেৰি বয়নে বহুতু ৰাম বাণী।
তা কৰি চৰণ ৰেণু লেহু জানি॥

(বৰগীত

যাগ — যজ্ঞ a sacrifice.

যাজ্ঞবল্ক্য - ধৰ্ম্মশাস্ত্ৰ প্ৰণেতা - এজন মুনি।

যাজ্ঞসেনী — দ্ৰৌপদী।

যাতন } — তীব্ৰবেদনা, অত্যন্ত দুখ
যাতনা } acute pain.

যাতে—যাওঁতে, while going.

যাদৱ—শ্ৰীকৃষ্ণ।

যদু যদুৱ, শ্ৰীকৃষ্ণ

যাদু বোলে শুনাহুৰ মাই মোৰে
যশোৱা জননী।
তোকে দুখ পাও কেন নেদ
এজুৱা নৱনী॥ গীত-শ্ৰীৰাম।

যামিনী—ৰাতি, the night.

শুন শুন সখি, মাধৱ পিয়ু।
বিছোৰি কমনে ৰহব জীয়ু।
শৰত শশিনী যামিনী দিনে।
কমনে ৰহবো কানাই বিনে॥
(ৰামানন্দ)

যাসু—যাৰ,

নিত্য নিৰঞ্জন নিৰমল যোই।
যাসু মহিমা জানত নাহি কোই॥
(গীত-ৰামানন্দ)

যাস্ক—এজন মুনি বিশেষ, অওঁ বিখ্যাত নিৰুক্ত লেখক।

যুগ—পৃথিবীৰ বয়সৰ এটা ভাগ; সত্য আদি চাৰি যুগ। সত্য যুগৰ বয়স ১৭২৮০০০ বছৰ, ত্ৰেতা যুগৰ ১২৯৬০০০ বছৰ, দ্বাপৰ যুগৰ ৮৬৪০০০ বছৰ আৰু কলি যুগৰ ৪৩২০০০ বছৰ। আকৌ দেৱতাৰ ৭১ যুগত এক মন্বন্তৰ। চাৰিযুগৰ মুঠ বছৰ ৪৩২০০০০ বছৰ। গতিকে এক মন্বন্তৰত (৪৩২০০০০ × ৭১)= ৩০৬৭২০০০০ বছৰ। আকৌ ১৪ জন মনুৰ (এবং চতুৰ্দ্দশ মন্বন্তৰে ব্ৰহ্মাদিনম্) শেষত ব্ৰহ্মাৰ এদিন। এতেকে ব্ৰহ্মাৰ এদিনত ৭২৯৪০৮০০০০ বছৰ। ব্ৰহ্মাৰ এদিনৰ অন্তত জগতৰ জীৱ জন্তু, তৰু লতা সকলো ধ্বংস হয়; পুনৰ পুৰা ব্ৰহ্মাই স্ৰজন কৰে। এইদৰে থাকোতে ব্ৰহ্মাৰ যেতিয়া ১০০ (এশ) বছৰ সম্পূৰ্ণ তেতিয়া ব্ৰহ্মাৰ মৃত্যু হয়। ব্ৰহ্মাৰ মৃত্যুৰ লগে লগে পৃথিবী, গ্ৰহ-নক্ষত্ৰ, জল-বায়ু আকাশ সকলো পৰম ব্ৰহ্মত লীন হৈ যায়।

শ্ৰীমদ্ভাগৱতৰ ৪ৰ্থ স্কন্ধ ভাঙনিত শ্ৰীমন্ত শঙ্কৰদেৱে লিখিছে—

দশোদিশ জুড়ি জল উৰ্দ্ধক উধাইল।
ব্ৰহ্মাণ্ড পোটক পৈয়া ক্ষণেকে বুড়াল॥
অগ্নিৰ তাপত চূৰ্ণীকৃত ভৈল অণ্ড।
জলতে মিলাইল সিটো মহন্ত মই খণ্ড॥

অগনিত পৰিজল সমস্তে
শুখাইল।
বায়ুতে পৰিয়া পাছে বহ্নিয়ো
লুকাইল ॥
মহা বায়ু লীন গৈল মহা
আকাশত ।
আকাশো পশিল অহংকাৰৰ
গৰ্ভত ॥
মহত্ব তত্ত্বত লীন গৈল
অহংকাৰ ।
মহত্ব তত্ত্ব পশিল প্ৰকৃতিত
পুনৰ্ব্বাৰ ॥
মহা প্ৰকৃতিয়ো পুৰুষতে গৈল
লীন ।
নাথাকিলে আৰ একো
পুৰুষত ভিন ॥
নাহি জল নাহি স্থল নাহিকে
আকাশ।
নাহি মহা বায়ু চন্দ্ৰ সূৰ্য্যৰ
প্ৰকাশ ॥

পুনৰ পৰম ব্ৰহ্মাৰ ইচ্ছাত
ব্ৰহ্মাদি সৌৰজগত সৃষ্টি হয় ।

যৈছে — যেনেকৈ, like, as.

যৈযানি—যি সময়ত, when.

যোগমায়া—ভগৱতী, বিষ্ণুৰ মায়া।

যোগিনী – ভগৱতীৰ পৰিচাৰিকা ; যোগিনী কোটি বিধ ; তাৰ ভিতৰত ৬৪ বিধ প্ৰধান । famale attendants of Durga.

যোগী—যোগ কৰা লোক, একাগ্ৰচিত্তে ধ্যান কৰা লোক ; a devout man.

যোগেশ্বৰ—শ্ৰীকৃষ্ণ।

যোগ্য — প্ৰবীন, উপযুক্ত deserving.

যোগ্যতা—ক্ষমতা, fitness.

যোনি, যোনী —আকৰ, প্ৰাণী উৎপত্তি স্থান, ইযাৰ অন্যান্য নাম— বৰাঙ্গম, উপস্থ, স্মৰমন্দিৰ, ৰতিগৃহ, অধৰ, প্ৰকৃতি, অবাচাদেশ, পুষ্পী, সংসাৰমাৰ্গ, কন্দৰ্পসন্ধি ইত্যাদি ।

যোৰ ভেলিতাল—দুইখন তাল মিলি গল ; তালে তালে সমান হ'ল । এতেকে যোৰে যোৰাই মিলি গ'ল।

পতিত পাৱন নাম শুনিছো
কৃপাল।
হামো পতিত ঘোৰ ঘোৰ
ভেলি তাল ॥ (গীত ৰামানন্দ)

যোষিত } —যোষিৎ, নাৰী, স্ত্রী.
যোষিতা }
পৰিবাৰ ; a woman, wife
জননী যোষিত সোদৰ সুত
সবহি থাকি চাই।
ইষ্ট বন্ধুজন, কৰিব ৰোদন,
ৰহন আৰ নযাই ॥
(গীত-ৰামানন্দ)

যৌতুক—বিবাহৰ সময়ত ছোৱালীৰ লগত দিয়া ধন সম্পত্তি, a dowry, a present to the bride.

যৌৱন—যুৱাকাল, ডেকাকাল; youth.

যৌৱনী—যুৱতী, গাভৰু ; a young woman.

ৰ

ৰং—১। আনন্দ, আহ্লাদ, pleasure, delight.
২। ধেমালি, play, sporting.
৩ বৰণ-colour.

ৰংক—বস্তু, কৃপণ, মন্দ ; wealth, a miser, bad.
পাৱল বহু পুণ্যে হামু বহু ৰংক।
হাতে হৰল নিধি বিধি ভেল
ৰংক ॥ (ৰুক্মিনীহৰণ)

ৰক্ত—তেজ, ৰঙাবৰণ ; blood, red colour.

ৰক্তাক্ত—তেজেৰে ৰাঙলী হোৱা, smeared with blood.

ৰক্তোৎপল—ৰঙাপদুম, শিমলু গছ ; a red lotus, a silk cotton tree.

ৰঘু—সূৰ্য্য বংশৰ দিলীপ বা দীৰ্ঘবাহুৰ পুত্ৰ, শ্ৰীৰামচন্দ্ৰৰ ককাক।

ৰঘুকাৰ—কালিদাস।

ৰঘুপতি—শ্ৰীৰামচন্দ্ৰ।

ৰঘু বংশ তিলক } —শ্ৰীৰামচন্দ্ৰ।
ৰঘুবৰ }

ৰজ—১। স্ত্ৰী জাতিৰ মাহে মাহে ঋতু গুহেদি নিঃসৃত হোৱা ৰক্ত।
২। কাম ক্ৰোধ লোভ মদ আদিৰ দুখজনক গুণ।

মহাভারতের মতে, " দুঃখজনক গুণঃ। তস্য ধর্ম্মাঃ কামঃ ক্রোধঃ লোভঃ মানঃ দর্পশ্চ। তৃষ্ণা ক্রোধোঃ ভিসংবন্তো রাজসাস্ত্রে গুণাঃ স্মৃতাঃ অভিসংবন্তো দ্বেষাভি নিবেশঃ। (শব্দ কল্প-দ্রুম)

৩। পরাগ রেণু, ধূলি

হরি পদ পঙ্কজ, ভব ভয় ভঞ্জন,
তাহে চিন্তি চিত্ত নাই।
হরি কহু চরণ, পঙ্কজ রজ কিঙ্কর,
মাধব দীন গুণ গাই॥
(বরগীত)

রজক—বর্ণশঙ্কর জাতি, ধোবা; a person or caste of mixed origin, a washer man.

রজত—রূপ, হাতীদাঁত; silver, tusk.

রজনি } —রাতি, the night.
রজনী }

রজনীজল - নিয়র, কুঁবলী; dew.

রজস্বান্‌—মেঘ, cloud.

রজস্বলা—মাসিক স্রাব হোৱা, রজো-যুক্ত, মলিনী, ঋতুমতী স্ত্রী ধর্ম্মিনী, পুষ্পবতী, পুষ্পহাস পুষ্পিতা, অবীরা, মুখি, বিকলী, স্নানা, পাংশুলা ইত্যাদি।

রজস্বলাক স্পর্শাদি নিষেধ যথা-রজস্বলা স্পর্শ প্রায়চিত্তম্।

রঞ্জনা—শোভাকৰা, আনন্দিত কৰা; delighted.

রঞ্জিত—শোভিত, প্রীতিদায়ক, coloured, pleasant.

মৃগমদ সৌৰভ, মলয়াচন্দন,
রঞ্জিত মল্লিক তনুং।
ক্ষণে উপবসতি, পথিপুমুগচ্ছতি
ক্ষণেমপি যুগ শত কল্পং।
(গীত-ৰামানন্দ)

রঞ্জে—শোভাকৰে, delighted.

কাৰ্ত্তিক ময়ূৰ পুচ্ছ শোভে শিৰে।
মণিগিৰি গৈৰিক ৰঞ্জে শৰীৰে॥
(বৰগীত)

রড়ি—গোৱা, মতা, স্মৰণ কৰা।

নানা স্তুতি ৰড়ি।
পৃষ্ঠে গৈলা লৰি॥

ৰৌদ্ৰ ।

(ক) স্ত্ৰীত পুৰুষৰ বা পুৰুষত স্ত্ৰীৰ সম্ভোগৰ ইচ্ছাক শৃঙ্গাৰ ৰস ;

(খ) যি ৰসত উৎসাহ উৎপন্ন হয় তাক বীৰ ৰস ;

(গ) যি ৰসত ইষ্ট নাশ, ধন ক্ষয়, বধ, বন্ধন, তাৰণ, শাপ, ক্লেশ, আৰু উপতাপ আদিৰ উৎপন্ন হয় তাক কৰুণ ৰস ;

(ঘ) প্ৰসাদ, পৰ্ব্বত, উদ্যান, সভা, ৰথ, ইন্দ্ৰজাল, শিল্পাদি দৰ্শন আৰু বাঞ্ছিত বস্তু লাভৰ পৰা যি ৰস মনত উৎপন্ন হয় তাক অদ্ভুত ৰস ;

(ঙ) যি ৰসৰ পৰা হাঁহিৰ উৎপন্ন হয় তাক হাস্য ৰস,

(চ) ৰাক্ষস, প্ৰেত, শূন্যগৃহ, মহাৰণ্য আদি দৰ্শনত যি ত্ৰাস বা উদ্বেগ জন্মে নাইবা উচ্চ ভয়জনক শব্দাদিৰ পৰা যি ভাৱ উৎপন্ন হয় তাক ভয়ানক ৰস ;

(ছ) যি বস্তু দৰ্শনে বা শ্ৰৱণে ঘৃণাৰ ভাৱ উৎপন্ন কৰে তাক বীভৎস ৰস ;

(জ) যাৰপৰা ক্ৰোধৰ ভাৱ উৎপন্ন হয় তাক ৰৌদ্ৰ ৰস বোলে ।

ইয়াৰ বাহিৰেও ভগবানৰ গুণানুকীৰ্ত্তন কৰি যি বিমল আনন্দ পোৱা যায় তাক ভক্তি ৰস বোলা হয় ।

মুক্তিত নিস্পৃহ যিটো,
সেহি ভকতক নমো,
ৰসময়ী মাগোহো ভকতি ।
সমস্ত মস্তক মণি,
নিজ ভকতৰ বশ্য,
ভজো হেন দেৱ যদুপতি ॥

ৰসিক—ৰস বুজা, ৰসত, পাৰ্গত, full of sentiment.

ৰসিকা— উত্তম, ভাল, ৰসযুক্ত, সুস্বাদু, very good, tastefull

মোহোৰ ৰসিকা অন্ন দেশ ভায়াগণ,
কেহো কাঢ়ি ভুঞ্জে, তাক হাসে ৰঙ্গ মন । (গীত-ৰামানন্দ)

ৰহন—বৰণ, ৰং, নোমোৰাইক ৰঙ্গা

বৈ থকা, নোযোৱা ।

জননী যোৰিত সোদৰ সুত
সবহি থাকিব চাই
ইষ্ট বন্ধুজন, কৰিব ৰোদন, ৰহন
আৰ নযায় ॥ (ৰামানন্দ)

ৰহু — বোৱা, ৰবলৈ কোৱা ।

ৰাখোৱাল - গৰখীয়া, a cowherd

ৰাগ — খং, ক্ৰোধ. মাৎসৰ্য্য । anger, ভক্তিমূলক গীত - পদ আদিৰ সুৰ বা লহৰ ; a tune.
যাক শুনিলে মানুহৰ মন আনন্দিত বা প্ৰফুল্লিত হয় । (যস্য শ্ৰৱণমাত্ৰেণ ৰজ্যন্তে সকলাঃ প্ৰজাঃ । সৰ্ব্বা যব ৰঞ্জনাদ্ধেতো স্তেন ৰাগ ইতি স্মৃতঃ ।)
ৰাগ ৬টা । কল্লিনাথ সোমেশ্বৰৰ মতে—শ্ৰী, বসন্ত, পঞ্চম, ভৈৰৱ, মেঘ আৰু নট্ট নাৰায়ণ । ভৰতৰ মতে-ভৈৰৱ, কৌশিক, হিন্দোল, দীপক, শ্ৰী, মেঘ, আৰৌ কিছুৰ মতে মালৱী, মল্লাৰ, শ্ৰী, বসন্ত, হিন্দোল, আৰু কৰ্ণাট ।
পুৰণি যোগ্যতাকালে শ্ৰীকৃষ্ণৰ ওচৰত প্ৰত্যেকেই একোটা সুকীয়া সুকীয়া সুৰত গীত গাইছিল, সেই প্ৰত্যেকেই একোটা ৰাগ বাসুৰ বুলি পৰিগণিত হৈছিল ; কিন্তু কাল-ক্ৰমত সেই ষোল্ল হাজাৰ গোপীৰ ষোল্ল হাজাৰ ৰাগৰ সহৃত লুপ্ত হয় যদিও তাৰ কিছু কিছু প্ৰান্তে প্ৰান্তে ৰৈ যায় । সোল্লহে পণ্ডিত বিষ্ণুনাৰায়ণ ভাত খাণ্ডেই আলীখাঁ বিলায়ৎ হুচেইনখাঁৰ সহযোগত উদ্ধাৰন কৰা হিন্দু মোগলৰ সংমিশ্ৰণৰ ঠাইত ৰাগ পদ্ধতিত অন্তৰ্ভুক্ত নোহোৱা বিশুদ্ধ পৌৰানিক হিন্দুৰাগৰ কেঁাঃ অহিৰ শ্যাম, মাহুৰ, শাৰঙ্গ, সুহাই, ভাটিয়ালী, আদি ৰাগৰ নাম পোৱা যায় ।
প্ৰত্যেকৰাগৰ ৬টাকৈ ৰাগিনী থাকে— মালৱ ৰাগৰ— ধানশ্ৰী, (ধনশ্ৰী) মালশী, ৰামকিৰী, সিন্ধুৰা, আশাবৰী, (গাশোৱাৰী আৰু ভৈৰৱী । ২। মল্লাৰ

ৰাগৰ—বেলাবলী (বেলোৱাৰ) পুৰবী, কানাড়া, মাধৱী, কোড়া কেদাৰিকা (কেদাৰ) ৩ শ্ৰীৰাগৰ—পাঞ্চাৰী, শুভগা, গৌৰী কৌমাৰিকা, বেলোৱাৰী, বৈৰাগী। ৪। বসন্ত ৰাগৰ—তুড়ী, পঞ্চমী, ললিতা (ললিত) পঠমঞ্জৰী, গুঞ্জৰী, বিভাষা। ৫। হিন্দোল ৰাগৰ—মায়ূৰী, দীপিকা, দেশকাৰী, পাহিড়া, বৰাৰী, মোৰ হাটী। ৬। কৰ্ণাট-ৰাগৰ— নাটিকা, ভূপালী, ৰামকেলি, গড়া কামোদ আৰু কল্যানী।

সঙ্গীত শাস্ত্ৰই এই ৰাগসমূহ গোৱাবো সময় নিৰ্দ্ধাৰণ কৰি দিছে যেনে—বিভাষা, ললিতা, কামোদ, পঠমঞ্জৰী, ৰামকিৰী, ৰামকেলী, বেলোৱাৰী, গুঞ্জৰী, দেশকাৰী, শুভগা, পঞ্চমী, গড়া, তুড়ী, ভৈৰবী, কোমাৰী, এই গোন্ধৰটা পূৰ্ব্বাহ্ণ সময়ত; বৰাড়ী, মায়ূৰী, বৈৰাগী, ধানশী, কেদাৰিকী, মোৰহাটী, কোড়া, এই সাতটা মধ্যাহ্ন সময়ত। পাঞ্চাৰী, দীপিকা, কল্যানী পুৰবী, কানাড়া, মাধৱী, গৌৰী, কেদাৰ, পাহিড়া, মায়ূৰী, মালশী, নাটা, ভূপালী, সিন্ধুৰা এই চৈধ্যটা সায়াহ্ন সময়ত গোৱাৰ নিয়ম।

ওপৰোক্ত ৩৬টা ৰাগত নাম অথবা অসমত প্ৰচলিত কৌ, অহিৰ, শ্যাম, মাহুৰ, শাৰঙ্গ, সুহাই, ভাটিয়ালী, শ্যামগোড়া তুৰবসন্ত, তুৰভাটিয়ালী, নাট-মল্লাৰ, শ্ৰীগান্ধাৰ, মাহুৰ ধনশ্ৰী, শ্ৰীগৌৰী, আৰু শ্ৰীমন্তশঙ্কৰদেৱ আৰু শ্ৰীমন্ত মাধৱদেৱৰ উপৰিও অন্যান্য আতাসকলৰ গীতত পোৱা নাট, সাৰেং, তুৰ মূলতান, জয়শ্ৰী, বিকাশগড়া, চুৰট, বেলি, চাপেন্দী, এনেত আদি ৰাগৰ গীত পোৱা যায়।

ৰাজতৰি—বজিত হোৱা, পোতা কৰ,

ৰহন ভূৰ্মা চাক, অত নিদুৰিত, সাৰৎ আইৰ ৰূদ [illegible]।

মোহে ॥ (গীত—ৰামানন্দ)

ৰাধা— শ্ৰীকৃষ্ণৰ বাওঁঅংশৰ শক্তি বিশেষ। ভগৱন্তই নিজে বাওঁ-অংশ স্ত্ৰী আৰু সোঁঅংশ পুৰুষ দুই অংশৰ ৰূপলৈ অৱতাৰ হয়। সেইকাৰণেই তেওঁৰ ৰূপ অতুলনীয় অতীৱ কমনীয়। (স্বেচ্ছাময়ঃ স্বেচ্ছয়া চদ্বিধাৰূপো বভূৱহ। স্ত্ৰীৰূপাবাম ভাগাংশা দক্ষিণাংশঃ পুমান স্মৃতঃ। তাং দদৰ্শ মহাকামী কামাধাৰঃ সনাতনঃ। অতীৱ কমনীয়াঞ্চ চাৰু চম্পক সন্নিভাম্। ইত্যাদি শব্দ কল্পদ্ৰুম্।

সেই কাৰণে শ্ৰীমন্ত মাধৱদেৱে কৈছে—

অনেক যতনে বিধি চাইল মনে গুণি।

আপুন ৰূপক কাম্ভ উপমা আপুনি ॥

২। একাকী গোপী।

৩। কৰ্ণৰ মাতৃ।

ৰাধাতনয়—কৰ্ণ।

ৰাধাভেদী—অৰ্জ্জুন।

ৰাধাবেধী—অৰ্জ্জুন।

ৰাধাসুত—কৰ্ণ।

ৰাধেয়—কৰ্ণ।

ৰাম—পৰশুৰাম, শ্ৰীৰামচন্দ্ৰ, আৰু বলৰাম এই তিনিৰাম। বহুত ক্ষেত্ৰত বিশেষকৈ চন তাৰিখ আদি গণনা কৰোতে তিনিৰ স্থলত ৰাম ব্যৱহাৰ কৰা দেখা যায়। যেনে ৰাম সাগৰে পুৰি নিশাপতি ঊন কৰি তাক ভুঞ্জি তেজিবো পৰাণ। ইয়াত ৰাম = ৩, সাগৰ = ৭, নিশাপতি—১ = এতেকে ৩ × ৭ — ১ = ২০ — বিষ বিষ খাই প্ৰাণত্যাগ কৰিম।

ৰাজা—ৰজা, a king.

ৰাৱণ— লঙ্কাৰ অধিপতি; লঙ্কেশ, দশানন, লঙ্কাপতি. লঙ্কেশ্বৰ. ব্ৰহ্মাৰ মানস পুত্ৰ চাৰিসিদ্ধই অভিশাপ দিয়া জয় বিজয় প্ৰথম জন্মত হিৰণ্যকশিপু আৰু হিৰণ্যাক্ষ হৈ জন্মগ্ৰহণ কৰে; সেই জন্মত হিৰণ্যাক্ষক বৰাহৰূপী বিষ্ণুৱে বধ কৰে পিছৰ জন্মত ৰাৱণ, কুম্ভকৰ্ণ ৰূপে জন্মগ্ৰহণ কৰে।

পূৰ্ব্বৰ বিষ্ণুক বৈৰভাৱে চিন্তা কৰিবলৈ আদেশ অনুসৰি ৰাবণে সীতাক হৰণ কৰে আৰু সীতাক উদ্ধাৰ কৰিবৰ চলেৰে শ্ৰীৰাম চন্দ্ৰই ৰাবণ কুম্ভকৰ্ণক নিধন কৰে।

ৰাৱণাৰি—শ্ৰীৰামচন্দ্ৰ ।

ৰাহু - এটাগ্ৰহ, পুৰাণৰ মতে ৰাহু এটা দৈত্য। এই দৈত্য অমৃত মন্থনৰ সময়ত বেশধাৰণ কৰি দেৱতাৰ শাৰীত বহি অমৃত ভক্ষণ কৰা চন্দ্ৰ আৰু সূৰ্য্যাই দেখি বিষ্ণুক কোৱাত বিষ্ণুৱে চক্ৰ মাৰি দুই খণ্ড কৰে কিন্তু অমৃত ভক্ষণ কৰা হেতুকে তেওঁৰ মৃত্যু নহ'ল, মূৰখণ্ড ৰাহু আৰু তলৰ অংশ কেতু নামে জনা যায়। ৰাহুৱে এই প্ৰতিশোধ লবৰ কাৰণে চন্দ্ৰ আৰু সূৰ্য্যাক গ্ৰাহ কৰে।

ৰিপু—শত্ৰু,বৈৰী,মানুহৰ কাম ক্ৰোধ লোভ, মোহ, মদ, মাৎসৰ্য্য এই ছয় অসৎ প্ৰবৃত্তি ।

ৰীতং—(ঋতম্) জল, পানী বৃষ্টি, সত্য, Water, the rain, the truth.

বন্দোমাধৱ ধাৰু গিৰি গকুল গোপজন ৰক্ষণ ৰীতং ।
সুৰপতি পাথৰ, নিপতিত ৰাৱণ, বেপথ ভয়ো সঙ্কুচিতং ॥
(গীত ৰামানন্দ)

ৰীতি—স্বভাৱ, প্ৰকৃতি ধৰ্ম্ম, নিসৰ্গ, Nature,custom,religion.

ৰুক্মিণী—কৃষ্ণৰ প্ৰথম মহিষী ।

ৰুক্মী—ভীষ্মকৰ জ্যেষ্ঠ পুত্ৰ,ৰুক্মিণীৰ ভ্ৰাতা। এও ৰুক্মিণীক কৃষ্ণলৈ বিবাহ দিবলৈ বিৰোধিতা কৰাত কৃষ্ণই হৰণ কৰি নিয়ে। কৃষ্ণৰ লগত যুদ্ধত হাৰি তেওঁ নিজ ৰাজ্যলৈ ঘূৰি নগৈ ভোজকট ৰাজ্য স্থাপন কৰি থাকে আৰু শেষত বলৰামৰ হাতত নিধন হয়।

ৰুখ—ক্ৰোধ, খং; anger, rage.

ৰুথাৰী—ক্ৰোধ কৰি, খং কৰি; at anger.

মেৰোমাই,ওহো যশোৱা, আজু হামু ভুখাৰি।

যো কিছু লৈবস্তু হামাকু দেলহু,
নাহি খাবলো সোহি কথাৰী ॥
(বৰগীত)

ৰুচি— অনুৰাগ, আসক্তি, স্পৃহা; অভিলাষ, কিৰণ,শোভা, ইচ্ছা, বাঞ্ছা, desire,ray of light, beauti, taste.

ৰুচিৰ— শোভাকাৰক, ধুনীয়া, মনোহৰ; beautiful.

ত্ৰিবলি বলিত অঙ্গ ভঙ্গ, ৰুচিৰ
ৰঙ্গ ৰসিক, ভুবন মনোমোহনা ॥
(বৰগীত)

ৰুচিৰানন— সুন্দৰমুখ, ধুনীয়ামুখ, a beautiful face.

ৰুদ্ৰ—শিৱ, পৰম ব্ৰহ্ম বিষ্ণুৰ সত্ত্ব, ৰজঃ তমগুণৰ,তমোগুণৰ প্ৰতি-মূৰ্ত্তি স্বৰূপ সৃষ্টি ধ্বংস কৰোঁতা। পুৰাণত এওঁৰ জন্ম সম্পৰ্কত লিখিছে - ব্ৰহ্মাৰ মুখৰ পৰা আবিৰ্ভাব হৈ তেওঁ ৰোদন কৰিবলৈ লয়। জন্ম হৈয়ে ৰোদন কৰা কাৰণে তেওঁৰ নাম দিয়া হয় ৰুদ্ৰ। নাম দিয়াৰ পিছতো সাতবাৰ ৰোদন কৰা কাৰণে ভব, শৰ্ব্ব, ঈশান, পশুপতি, ভীম, উগ্ৰ আৰু মহাদেৱ এই সাতটা নাম দিয়া হয়। (স চ ব্ৰহ্মণঃ ক্ৰোধৰূপঃ সৃষ্টিকালে ভ্ৰমধ্যাজাতঃ। তৎ সৃষ্টঃ ভূত প্ৰেত পিশাচাদিঃ। অয়মেবাস্ত সংহাৰকৰ্ত্তা। ইতি ভাগৱতম্।) একাদশ ৰুদ্ৰৰ নাম হ'ল—অজ, একপাৎ, অহিব্ৰধ্ন, পিনাকী অপৰাজিত, ত্ৰ্যম্বক, মহেশ্বৰ, বৃষাকপি, শম্ভু, হৰ আৰু ঈশ্বৰ।

ৰুদ্ৰক বিলাস—পুৰণি কালৰ এবিধ বাদ্য।

ৰুদ্ৰক বিলাস, বিপঞ্চী ৰবাব,
শাৰোদ স্বৰ মণ্ডলে। (বৰগীত)

ৰুধিৰ—তেজ, ৰক্ত, blood.

ৰুষ্ট—ক্ৰোধযুক্ত, কুপিত, angry, offended.

ৰূপসিয়া—ধুনীয়া, beautiful.

কানাই কিনা ৰূপসিয়া।
গোপীৰ হৰিলা প্ৰাণ মুচুকি
হাসিয়া॥ (বৰগীত)

ৰেণু—ধূলি, dust.

ৰেনুকা—জমদগ্নিৰ ভাৰ্য্যা, পৰশুৰামৰ মাতৃ। পিতৃৰ আদেশ পালন কৰি পৰশুৰামে মাতৃ ৰেনুকাক হত্যা কৰি অনেক দেশ ভ্ৰমন কৰি শেষত ব্ৰহ্মকুণ্ডত স্নান কৰি মাতৃ হত্যা পাপৰ পৰা মুক্ত হয়।

ৰেৰতি—কামদেৱৰ পত্নী, ৰতি।

ৰেৱতী—বলৰামৰ পত্নী।

ৰেৱন্ত - সূৰ্য্যৰ এজনপুত্ৰ।

ৰোম—মানুহৰ শৰীৰ নোম; hair of the body.

ৰোলি—হাই, কোঢ়াল, উচ্চ শব্দ, an out cry.

ৰোহিনী—১। কশ্যপ ঋষিৰ কন্যা, কামধেনুৰ মাতৃ।

২। দক্ষৰকন্যা, চতুৰ্থনক্ষত্ৰ, চন্দ্ৰৰ পত্নী।

৩। বসুদেৱৰ ভাৰ্য্যা, বলৰামৰ মাতৃ। এওঁ স্বামীৰ চিতাতে উঠি জীৱন ত্যাগ কৰে।

৪ শ্ৰীকৃষ্ণৰ এগৰাকী ভাৰ্য্যাৰ নামো ৰোহিনী আছিল।

ৰোহে ( ৰোহ = অঙ্কুৰ, গজালি ) উঠা, rising.

ৰূপে ভুবনমোহে, গলে গজমতি লোহে।

অকল তিলক শোহে, বাহুক চাৰিতে ৰোহে। (বৰগীত)

ৰৌৰব—নৰক বিশেষ।

## ল

লঙ্কা—লঙ্কাদ্বীপ, জ্যোতিষ শাস্ত্ৰমতে লঙ্কাদ্বীপ পৃথিবীৰ মধ্যস্থানত অৱস্থিত।

লঙ্কাধিপতি } ৰাৱণ
লঙ্কাপতি }

লচিমন—লক্ষ্মণ, শ্ৰীৰামচন্দ্ৰৰ ভাতৃ (ৰাজ তুলাও চাওক)

লটি- চুচৰি যোৱা, বগাই যোৱা, to crawl, to creep.

লফা—এবিধ শাক ; ঘোচ, ভেটী ; a kind of vegetable ; bribe.

লবনু—মাখন, butter.

লম্পট—পৰস্ত্ৰী ৰত লোক, ভাৰ্য্যা, পুত্ৰ, ধন ঐশ্বৰ্য্য আদিত ৰত লোক। (যথৈ হি কামুখিক কাম লম্পট : পুত্ৰেষু দাৰেষু

ধনেষু চিন্তয়ন) a lewed, a person who is solely attached to his children. Wife and Wealth.

লম্বোদৰ – গণেশ।

লয় – ১। বিনাশ, প্ৰলয় ; destruction

২। গীত বাদ্য নৃত্যত সমতা ৰক্ষা কৰা, Keeping equal time indoor music and dancing

৩। সৌন্দৰ্য্য – beauty

লক – এছাৰি, a switch.

কত দিবসৰ সঞ্চিত লবনু খাইলো
কিনো তোৰে মাই।
লক ধৰি কৰে, মাৰিবৰ তৰে,
ফু়ৰা পিছু পিছু ধাই ॥
(গীত - শ্ৰীৰাম)

ললনা – কামিনী ; জিভা, a woman, the tongue.

ললাট – কঁপাল, ভাগ্য, অলিকম্ the forehead, the luck

ললিত – সুন্দৰ, beautiful

বসন্তৰাগৰ এটা ৰাগিনী, সঙ্গীত শাস্ত্ৰমতে এই ৰাগ পুৱাবেলা গোৱাৰ নিয়ম।

লহৰি } ঢৌ, a wave
লহৰী }

লহু লহু – লাহে লাহে, ধীৰে ধীৰে, gravely, slowly.

লহু লহু গতিধাই। প্ৰিয়া সঙ্গে
ৰঙ্গে যাই।
হৰি হাসি হাসি চাই। যৈছে
মত্ত সিংহৰাই ॥ (ৰুক্মিণী হৰণ)

লক্ষণ – চিন,a sign,a sympton

লক্ষ্মণ — শ্ৰী ৰাম চন্দ্ৰৰ ভাতৃ, সুমিত্ৰা গৰ্ভজাত দশৰথৰ পুত্ৰ।

লক্ষ্মী – বিষ্ণুৰ পত্নী, পদ্মালয়া, পদ্মা, কমলা, শ্ৰী, হৰিপ্ৰিয়া, ইন্দিৰা, লোকমাতা, মা, ৰমা, জলধিজা, ভাৰ্গবী, হৰিবল্লভা, দুগ্ধাব্ধিতনয়া ক্ষীৰাব্ধিতনয়া, ক্ষীৰসাগৰ সুতা, সম্পত্তি বিভূতি দিয়া দেৱী। সম্পত্তি বিভূতি। the goddess of riches and property, possessions.

লাই—এবিধ শাক ; লৈ, বাগে, কাৰণে, a kind of vegetable

for.

১। কৌতূহলে চলে যাই ।
রাম পৰিচয়ে লাই । =কাৰণে
কামিনী কনকাৱতী যাই ৰাজ
হংসগতি ॥ (ৰাম বিজয়)

২। গোপাল চলেগোকুল লাই ।
=লৈ

লাগু — লাগো, আশ্ৰয়লোৱা to request, to take abode.

লাজতৰি— লাজপোৱা, লজ্জিত হোৱা, ashamed.

ৰতন ভূষণ চাৰু, অঙ্গ বিভূষিত,
চৰণে মঞ্জীৰ মণি ৰাজতৰি ।
ভ্ৰূৱ সুললিত চাৰু, বঙ্কিমলোচন,
পেখি মদন কোটি লাজতৰি ॥
(বৰগীত)

লাজা — আখৈ, a fried paddy. free of susk

লাঞ্ছন—নাম, চিন, চিহ্ন ; name, sign.

ধ্বজ্ব বৰ নলিন কুলিশ কৃত-
লাঞ্ছন সাদৰে কৃতৱতী সেৱং ।
ৰবকৰ ভোৰ ভোগি ভোগনিভ
ভুজ পীতাম্বৰ ধৰদেৱং ॥
(ৰামানন্দ)

লাল — পুত্ৰ, a son.

লালন—অত্যন্ত স্নেহ কৰা, মৰম কৰি মনত ৰংলগোৱা ; the act of coaxing a child.

লালনা — পুত্ৰ ; a child, a son.

লালসা—অভিলাষ, হেপাহ, আকাঙ্ক্ষা, an intense desire.

লালায়িত — কোনো বস্তু পাবৰ কাৰণে উগ্ৰ আশা কৰা, হেপাহ কৰা ; hankering after something.

লাৱত—লোৱা, লপা, লগোৱা, to take.

লাবণ্য—কোমলতাযুক্ত সৌন্দৰ্য্য বিশেষ, শুৱনি, grace loveliness.

লাসকী } নৰ্ত্তকী, a dancer
লাসিকা }

লাসে লাসে—লাহে লাহে, slowly

লিজঞ্—লোৱা, to take

ৰয়নী দিৱসে লিজঞ্ ৰামা নামা

প্ৰপন্ন জনাশনি পঞ্চৰ বামা ।

(বৰগীত)

লিজু—লোৱা, to take.

লিপ্ত—সংযুক্ত, সংসৰ্গ থকা মিলিত হোৱা, connected with.

লিপ্সা—ইচ্ছা, হেপাহ, desire.

লিয়ে—লৈ, লয় ; being taken.

লিহিল—লিখিল; has written.

লীন—লয় হোৱা, মিলি যোৱা, অন্তকালত মানুহৰ আত্মা পৰমাত্মাৰ লগত এক হৈ মিলি যোৱা; commingled.

লীলা—খেমালি, খেলা, ক্ৰীড়া; play sport.

লীলাবিলাস—হাতৰ ভৰিৰ গাৰ অঙ্গি ভঙ্গিৰে খেলা কৰা ।

ত্ৰিভঙ্গ ললিত হাস,কৰু হৰি ভ্ৰূৱ ভাস, দৰশিয়ে লীলাবিলাসে চৰণ মঞ্জীৰ বুৰে, উচ্চায়া পঞ্চম পূৰে, শঙ্কৰ কহে অভিলাষে ॥

( ৰবগীত )

লুট—চোৰ বা ডকাইতে সকলো বস্তু নি উদং কৰা, শেষ কৰি নিয়া । to plunder, to rob.

লুটি—বাগৰি, by rolling.

ভুমি লুটি কান্দে গোপীনাথ ভাগুতি মাৱৰে ।

চুৰি কৰি ক্ষীৰ লবনু খায়ে ভাণ্ড নিজবেদ ৰবগীত ।

লুবুধমতি— লুব্ধমতি, লুভীয়ামনঃ greedy mind.

লুম্ফ—লাফ মাৰি; by leaping.

লুলে
লোলে } ওলমি থকা, hanging.

লেলিহান—শিৱঃসাপ; বাৰে বাৰে চেলেকি থকা, মেলিথকা যেনে- লেলিহান জিহ্বা ।

লেহ— চেলেকি খোৱা আহাৰ, food which is to be licked.

লেহি—লৈ, by taking.

লেহু—লোৱা, to take.

আৱত কাল ভুজঙ্গম, গৰজি ।

হৰি পদে শৰণ লেহু সব বৰজি ॥

(ৰবগীত)

লোই— লোকসকল, মানুহসকল, লোকাই ।

কহ কৃষ্ণ কিঙ্কৰ হৰিক ভজ লোই

হৰি বিনে সুহৃদ বান্ধ নাহি কোই ॥ (বৰগীত)

লোক—ভুবন, মানুহ; the world, the mankind. বিশ্বজগতৰ এটা ভাগ, a division of the universe

সাধাৰণতে বিশ্ব জগতক তিনিটা ভাগত ভাগ কৰা হৈছে, যেনে—স্বৰ্গ : মৰ্ত্ত্য আৰু পাতাল; heaven, earth and hell. (ভূৰ্ভুবস্ব : ভূলোক, ভুবলোক আৰু স্বৰ্গলোক) সাংখ্যই তিৰ্য্যক আৰু মনুষ্য সৰ্গৰ বাদে দৈবসৰ্গৰ ৮ ভুবনকে লোক বুলিছে;যেনে—ব্ৰহ্মলোক,পিতৃলোক সোমলোক, ইন্দ্ৰলোক, গন্ধৰ্ব্বলোক, ৰাক্ষসলোক, যক্ষলোক আৰু পিশাচলোক। অন্যান্য শাস্ত্ৰই আকৌ মুঠতে সাতটা ভাগহে কৰিছে;যেনে—ভূৰ্লোকোভুব: স্বৰ্লোকস্ত্ৰৈলোক্যমিদমুচ্যতে। মহাৰ্জনস্তপঃ সত্যঃ সপ্তলোকাঃ প্ৰকীৰ্ত্তিতাঃ। ভূৰ্লোক—পৃথিৱী যত মানুহ আদি জীৱ জন্তু বাস কৰে। ২। ভুবৰ্লোক (পৃথিৱী আৰু সূৰ্য্যৰ মাজ ভাগ) যত সিদ্ধ মুনিসকলৰ বসতি, ৩। স্বৰ্গলোক যত ইন্দ্ৰাদি দেৱতা সকল বাস কৰে। ৪। মহৰ্লোক-যত ভৃগু আদি মহা মহা সিদ্ধ মুনিসকলৰ বসতি।

৫। জনলোক—যত ব্ৰহ্মাৰ পুত্ৰ সনক সনত কুমাৰ আদিৰ বসতি। ৬ তপলোক—যত তপস্যা কৰি বৈৰাগ্য লাভ কৰা সকলৰ বসতি। ৭। ব্ৰহ্মলোক—যত ব্ৰহ্মাৰ বসতি, এই ব্ৰহ্মলোকলৈ যোৱা সকলৰ পুনৰ্জ্জন্ম নহয়। (চতুৰ্দ্দশ ভুবন চাওক)

লোকচক্ষু—সূৰ্য্য, the sun.

লোকনাথ—বিষ্ণু

লোকপাল—সৃষ্টি ৰক্ষা কৰিবৰ কাৰণে ভগবানে আঠ দিশত থোৱা আঠজন শ্ৰেষ্ঠ দেৱতা। এই দেৱতাসকল হ'ল, ইন্দ্ৰ, অগ্নি, যম, সূৰ্য্য, বৰুণ, বায়ু,

কুবেৰ আৰু সোম। উক্ত দেৱতাসকলৰ ইন্দ্ৰই পূব দিশত তেওঁৰ বাহন ঐৰাৱতত উঠি, যমৰাজে তেওঁৰ বাহন বামনত উঠি দক্ষিণ দিশত, অগ্নিয়ে পুণ্ডৰীকত উঠি অগ্নি ( দক্ষিণ-পূব-কোণ ) দিশত, সূৰ্য্যই কুমুদত উঠি নৈঋত (দক্ষিণ—পশ্চিম কোণ) দিশত, বৰুণে অঞ্জনত উঠি পশ্চিম দিশত, বায়ুৱে পুষ্পদন্তত উঠি বায়ু (উত্তৰ পশ্চিম কোণ)দিশত,কুবেৰে সাৰ্ব্ব ভৌমত উঠি উত্তৰ দিশত,আৰু সোমে সুপ্ৰতীকত উঠি ঈশান (উত্তৰ পূব কোণ)দিশত উঠি সৃষ্টি ৰক্ষা কৰি আছে। এই সকলক দিগপালক বুলিও কোৱা হয়।

লোকবান্ধ—সূৰ্য্য, the sun.

লোকমাতা —লক্ষ্মী,

লোপামুদ্ৰা—ঋষি অগস্ত্যয় বিবিধ জন্তুৰ সুন্দৰ সুন্দৰ অঙ্গসমূহ গোটাই এটি অতি সুন্দৰ কন্যা নিৰ্ম্মাণ কৰি তাওঁৰ দীঘল কৰিবৰ কাৰণে বিদৰ্ভৰ ৰাজ্য- কাৰেঙত থয়। বিদৰ্ভ ৰাজৰ লালন পালনত কন্যাটি যুৱতী হোৱাত অগস্ত্য ঋষিয়ে নিজৰ ভাৰ্য্যা কৰি লয়।

লোচন—চকু, নেত্ৰ, the eye.

লোড়ে—লোলে, লুলে, ওলমি থকা, hanging.

লোন্টি— লেটি লোৱা, বাগৰা, draggle, rolling.

লোভাই—লোভ দেখুৱা, লোভ লগাই, লোভ দেখুৱাই, লোভত পৰি,

কৈছে নৰহৰি তৰণ উপাই।
নাশসকল কৈলো বিষয় লোভাই ॥ (বৰগীত)

লোম —মানুহৰ শৰীৰৰ নোম; hair of the body.

লোলোপ—অতি লুভীয়া, অতিলুব্ধ excessive covetous.

লোৰ—থোৰ, মুঠা, কোচা; a bundle.

লোহে —লোলে,লুলে,ওলমি থাকে। ৰূপে ভুবন মোহে গলে গজমতি লোহে।

অলক তিলক শোহে বাছক চাৰিতে ৰোহে ॥ বৰগীত

লোহেয়া — লোভত,

শাৰদ নিৰমল প্রফুল্ল পঙ্কজ বয়ন সুন্দৰ শোভেয়া।
অলক চঞ্চৰ যৈছে উৰি পৰে ভ্রমকুল মধু লোহেয়া ॥(বৰগীত)

লৌকিকতা — দেশৰ ৰীতি, সমাজৰ ব্যৱহাৰ, customs of the society.

শ

শকত — গাৰী, a cart.

শকটহা — শ্রীকৃষ্ণ।

শকুনি — সুবলৰ পুত্র, দুর্যোধনৰ মাতৃ গান্ধাৰীৰ ভাতৃ, এতেকে কৌৰব-সকলৰ মাতুল। শকুনিৰ এশ ভ্রাতা দুর্যোধনে নিধন কৰা প্রতিশোধ স্বৰূপে শকুনিয়ে দুর্যোধনৰ অতি আপোন ভাৱ দেখুৱাই কুচক্রান্ত কৰি কৌৰব-কুল সমূলে ধ্বংস কৰে।

শকুন্তলা — বিশ্বামিত্রৰ ঔৰসত মেন-কাৰ গর্ভজাত কন্যা। কণ্বমুনিৰ আশ্রমত কণ্বমুনিৰ লালন পালনত ডাঙৰ দীঘল হয় আৰু পিছত দুষ্মন্ত ৰজাই বিবাহ কৰে। এই শকুন্তলাৰ গর্ভজাত সন্তান ভৰত।

শক্র — ইন্দ্র।

শক্রজিৎ — ৰাবণৰ পুত্র মেঘনাদ; ইন্দ্রজিৎ

শক্রধনু — ইন্দ্রধনু, কোদণ্ড।

শক্রনন্দন — অর্জ্জুন।

শঙ্ক — গাৰী আদি নিয়া বলধ গৰু।

শঙ্কৰ — শিৱ, ভূতনাথ।

শঙ্কা — ভয়, সংশয়, আশঙ্কা, doubt, fear

শঙ্কান্বিত — শঙ্কাযুক্ত, doubtful, afraid.

শঙ্কাহীন — শঙ্কা নথকা সন্দেহ নথকা free from doubt, fear-less

শচী — ইন্দ্রৰ ভার্য্যা, ইন্দ্রাণী।

শঠ — খল, প্রবঞ্চক ধূর্ত্ত ; a cheat, a rogue.

শণ্ডিল — এজন মুনি।

শতক্রতু — ইন্দ্র।

শতপত্র — পদ্ম, পদুম, a lotus.

শতপদ্ম — বগা পদুম,(যথা শত প দ্মং

মহাপদ্মং পুণ্ডৰীকং সিতাম্বুজম্ ইতি ৰাজ নির্ঘণ্ট । )

শতমন্যু — ইন্দ্র ।

শতহ্রদা — বিদ্যুত ; দক্ষৰ এগৰাকী কন্যা ।

শনি—ৰবি আদি নটা গ্রহৰ সপ্তম গ্রহ । শনিৰ পিতৃ সূর্য্য মাতৃ ছায়া । শনিৰ অন্যান্য নামৰ ভিতৰত গ্রহ নায়ক,ছায়া সুত, ভাস্কৰি, নীলাম্বৰ, বক্র, সূর্য্য পুত্র, প্রধান ।

শমন—যম । (যম চাওক)

শম্বৰসূদন— কামদেৱ ।

শম্ভু—শিৱ ।

শৰাব—মাটিৰ পাত্র বিশেষ ।

শৰাসন—ধনু, a bow.

হৰ শৰা সনক ভাঙ্গিলে যিটো জন ।

অপহৃত কৈলে ঘুণে

শর্য্যাতি — বৈবশ্বত মনুৰ পুত্র ।

শর্ব্ব — শিৱ ।

শশধৰ — চন্দ্র, the moon

শশাঙ্ক—চন্দ্র, the moon.

শশিভূষণ—শিৱ ।

শশী—চন্দ্র ।

শাক্ত — দেবীপূজক, দুর্গাৰ ভক্ত ।

শান্তনু — চন্দ্রবংশৰ এজন ৰজা, মহাবাহু ভীষ্মৰ পিতৃ ।

শান্তা — ঋষ্য শৃঙ্গৰ ভার্য্যা ।

শায়ক — বাণ, খড়্গ, an arrow, a sword.

শাৰঙ্গ — বিষ্ণুৰ ধনু ।

পূর্ব্বে দেবলয়ে ব্রহ্মা যজ্ঞ আৰম্ভিল ।
বেনু বৃক্ষ পর্ব্ব সার্দ্ধ চব্বিশ হইল ॥
সেই বেনুবৃক্ষ ব্রহ্মা লইতে তুষিতে ।
ৰচিলা শাৰঙ্গ ধনু নয়তি পর্ব্বাতে ॥
* * * *
শাৰঙ্গ জয়ন্ত ধনু শিৱে নিয়োজিল ।
শক্রে [illegible] কোদণ্ড গাণ্ডীব অগ্নি নিল ॥
বহুকালা বধি ধনু থাকে শিৱস্থানে ।
শাৰঙ্গক ত্রিপুৰে বিধি দিলা নাৰায়ণে ॥ কৃষ্ণলীলা (সাৰাৱলী)

শাৰঙ্গধাৰী শ্রীকৃষ্ণ ।

শাৰদ—শৰৎকাল, শ্বেতপদ্ম, the season of autumn, the white lotus.

নবীন, অপ্ৰতিভ, new, put to shame, confounded.

শাৰদ চান্দ কোটি নয়ন বিকাশে।

মদন চাপ জিনি ভ্ৰূৱ পৰকাশে।

(বৰগীত)

শাৰোদ—এবিধ বাদ্য যন্ত্ৰ।

কদ্ৰক বিলাস বিপঞ্চী ৰবাব শাৰোদ স্বৰমণ্ডলে।

মধুৰ মৃদঙ্গ মন্দিৰা উপাঙ্গ বহু বাদ্য সুমঙ্গলে॥ (বৰগীত)

শিকা—শিকিয়া, বাওঁকাৰ দুইমূৰে কোনো বস্তু ওলোমাই বান্ধি নিবৰ কাৰণে মৰাপাটৰ জৰীৰে কৰা যতন বিশেষ।

শিখণ্ডিক—শিখণ্ড, ম'ৰা চৰাইৰ পিছফালৰ পাখি। (ময়ূৰপুচ্ছ)

শিখা—ময়ূৰৰ মূৰত থকা চূড়া; টিকনি,মূৰৰ চুলি চুটিকৈ কাতি-ফুল তুলশী লবৰ কাৰণে মাজতে ৰখা একোছা দীঘল চুলি। the crest of a peacock, a tuft of hair kept on the crown of the head.

শিখো মধ্যস্থ কেশঃ।

জুইৰ আগ—a flame of a fire.

শিখাধৰ, শিখাধাৰ—ময়ূৰ, a peacock.

শিখালু, শিখাবলা—ম'ৰা চৰাইৰ পাখি।

শিখিপুচ্ছ—ম'ৰা চৰাইৰ পিছ ভাগ। the tail of a peacock.

শিখিবাহন—কাৰ্ত্তিক।

শিখী—ম'ৰা চৰাই, a peacock.

শিতিকণ্ঠ—শিৱ।

শিলাপুত্ৰ—পটাপুত্ৰ, পটাগুটি, a small stone for grinding spices with etc.

শিলীমুখ— ভোমোৰা, বাণ, a black bee ; an arrow.

শিৱ—মঙ্গল, সুখ, কল্যাণ, good fortune, happiness.

শিৱক ব্ৰহ্মাৰ তামসিক গুণৰ গুণধাৰী ধ্বংসৰ প্ৰতীক বুলি

ধৰা হয়। শিৱ সম্পৰ্কত John Dowson এ লিখিছে—

The name Siva is unknown to the Vedas, but Rudra, another name of this deity and almost equally common occurs in the Veda both in the singular and plural and from these the great deity Siva and his manifestations, the Rudra have been developed. In the Rig Veda the word Rudra is used for Agni and Maruts are called his sons.

বেদত এই শিৱৰ নাম নথকা হেতুকে আৰু তেওঁৰ সাজ-পোছাক আদি লক্ষ্য কৰি আধুনিক বহুতে ঠিৰাং কৰিছে যে শিৱ আচলতে আৰ্য্যসকলৰ দেৱতা নহয়। এই শিৱ অনাৰ্য্য সকলৰহে দেৱতা আছিল। কালক্ৰমত আৰ্য্য অনাৰ্য্যৰ সংমিশ্ৰন হোৱাত অনাৰ্য্য শিৱক আৰ্য্যৰ দেৱতা স্বৰূপে গ্ৰহণ কৰি ৰুদ্ৰৰ লগত এক কৰি ৰুদ্ৰই শিৱ আৰু শিৱই ৰুদ্ৰ একেজন বুলি ধৰা হ'ল।

(১) পৰম ব্ৰহ্ম পৰমেশ্বৰৰ সহস্ৰ নামৰ এটা নাম।

(ক) দেহু দৰিশন, শিৱ সণাতন, তোমাৰ চৰণে ধৰো।
ভুৱা গুণ নাম, ছাড়ি আন কাম, কৰিয়া মিছাতে মৰো। ৫৪কীৰ্ত্তন

(খ) নমো নমো নিত্য নিৰঞ্জন, নাৰায়ণ শিৱ সনাতন,
অনাদি অনন্ত নিৰ্গুণ গুণ নিয়ন্তা।
পৰম পুৰুষ ভগবন্ত, নাহি পুৰ্ব্বাপৰ আদি অন্ত।
তুমিসে চৈতন্য সমস্ত ভৱ ভৱন্তা। ৫৮৮ ঘোষা

(২) পৰম ব্ৰহ্মৰ তামসিক গুণৰ অধিকাৰী দেৱতা ;

এও বাৰজন বৈষ্ণৱৰ এজন।
ব্ৰহ্মা মনুহৰ, কপিল কমৰ, শুক

ভীষ্ম বলিবায়
প্ৰহ্লাদ নাৰদ, জনক আদি সি,
বাৰজন সমুদায় ॥ ১৯১ কীৰ্ত্তন
(মহাদেৱ চাওক)

শিৱলোক—কৈলাস।

শিবি—এজন ৰজা, তেওঁ উশীন ৰজাৰ পুত্ৰ, পৰম ধাৰ্ম্মিক, সত্যবাদী পৰোপকাৰী আৰু দানশীল ৰজা আছিল।

শিশিৰ - হিম, নিয়ৰ, dew

শিশুপাল—দমঘোষৰ পুত্ৰ, চেদি দেশৰ ৰজা। শ্ৰীকৃষ্ণৰ পেহীয়েক শ্ৰুতদেবৰ পুত্ৰ। পূৰ্ব্বে চাৰি সিদ্ধৰ শাপত বৈকুণ্ঠৰ বিষ্ণুৰ পাৰিষদ জয় বিজয় প্ৰথম জন্মত হিৰণ্যাক্ষ্য আৰু হিৰণ্যকশিপু দ্বিতীয় জন্মত ৰাৱণ কুম্ভকৰ্ণ আৰু তৃতীয় জন্মত শিশুপাল দন্তবক্ৰ ৰূপে জন্ম লয়। এই জন্মত শ্ৰীকৃষ্ণৰ হাতত নিধন হৈ শাপৰ পৰা মুক্ত হয়।

শীকৰ—পানীৰ কণিকা, অতি সামান্য, ক্ষুদ্ৰ, a small drop of water, a small quantity.

ওহি ভৱ তাপে তাপিত মেৰি
মন মন্দা।
মাগোহো শীকৰ তুৱা পদ
মকৰন্দ ॥ বৰগীত।

শীঘিৰ—শীঘ্ৰে, তুৰন্তে, বেগাই, সোনকালে ; quickly.

শীল—স্বভাৱ, চৰিত্ৰ, nature, character.

শুক—ব্যাসৰ পুত্ৰ, এওঁ পৰীক্ষিতক ভাগৱত শুনাইছিল। এওঁ চিৰ কুমাৰ আছিল।

শুক্ৰ—এটা গ্ৰহ ; দৈত্যৰ গুৰু, পিতৃ ভৃগু। শুক্ৰৰ কন্যা দেবযানীক যযাতিসে বিবাহ দিছিল।

শুক্লাপাঙ্গ—ম'ৰা চৰাই, a peacock

শুতায়লো—শুলোঁ, have slept.

শিৱ ফিৰায়ত,নয়নঘুৰায়ত, ঘৰ-
ঘন আৱত হাসি।
জ্ঞান বিৰহিত, ছুইকদম্বতলে,
একা শুতায়লো আমি ॥ বৰগীত

শুভ্ৰদন্তী—উত্তৰ পশ্চিম দিগধিপতি

হস্তী পুষ্পদন্তৰ পত্নী।

শুভ্ৰৰশ্মি—চন্দ্ৰ the moon.

শুভ্ৰাংশু—চন্দ্ৰ; the moon.

সখিহে সবকথা কহো তোৰ আগে।

আসিল মাধৱীমাস শুভ্ৰাংশু পৰকাশ, নাইলা কান্থ হামাৰ অভাগে॥ (গীত সহদেৱ)

শুহায়—শোভা কৰে। beautified

ৰতন ভূষণ যৈছে নিৰমল গগনে তাৰা শুহায়।

কহয় মাধৱ হামাৰি মজুমন নন্দ নন্দন পায়॥ ৰৰগীত

শুহাৱত—শোভা কৰা; ধুনীয়া হোৱা beautified

ৰতন ভূষণে চাৰু অঙ্গ শুহাৱত।

বিবিধ আনন্দৰসে ভুবন ভুলাৱত॥ ৰৰগীত।

শূৰ—বীৰ; সিংহ, a hero, a lion

শ্ৰীকৃষ্ণৰ পিতামহ, বসুদেৱৰ পিতৃ।

শূলপানি—শিৱ।

শেখৰ—শিখৰত অৱস্থিত, এতেকে শ্ৰেষ্ঠ, শিৰোমণি

শেষ—অন্ত; বলৰাম, অনন্ত, সৰ্পৰাজ।

শেষ শয়ন শিৱ, কেশীবিনাশন, পীতবসন অবিনাশী। ৰৰগীত

শৈল—পৰ্ব্বত, পাহাৰ, a mountain.

শৈলসুতা—পাৰ্ব্বতী।

শোণী, ৰঙা ভেট ফুলৰ বৰণ, ৰঙ্গচুৱা, reddish, light red colour.

শোভিত—উত্তমৰূপে সজোৱা, ভূষিত decorated, beautified.

শোভে - শোভা কৰে, শুৱাই পৰে; beautified

শোহনা - শোভাকৰা; beautified

শোহে—শোভাকৰে, শুৱাই পৰে, beautified

প্ৰাণ পীতাম্বৰ কজায় আৱত বেমু।

কালেক বেঢ়িয়া খেড়ি, কৌতুক শোহে তমু ধেমু॥ ৰৰগীত

শোহায়েৰে— শুৱাই পৰা, দেখিবলৈ ধুনীয়া হোৱা।

শ্মশ্ৰু - মুখৰ ডাবি গোফ, beards.

শ্যামকামদোহস্থ—শ্যামবৰণৰ কামুক্ষে

কাম ভাৱ নিবৃত্তি (দূৰ) কৰে; শ্ৰীকৃষ্ণৰ দৰ্শনে মানুহৰ অন্তৰৰ কামনা দূৰ কৰি নিষ্কাম ভাৱ জন্মায়।

শ্যামিমা— শ্যামবৰণ, ক'লাবৰণ, Black

শ্যামসুন্দৰ – শ্ৰীকৃষ্ণ।

শ্ৰবণ – কাণ; শুনা; ear, to hear.

শ্ৰীকৃষ্ণ – দ্বাপৰ যুগৰ শেষ ভাগত যেতিয়া জগতত দুৰাচাৰ দুৰ্দান্ত লোকসকলৰ অত্যাচাৰত সৰ্ব্বসাধাৰণ লোক শান্তিৰে বসবাস কৰা অসম্ভৱ হয়, দেশ অনাচাৰ অত্যাচাৰত জৰ্জ্জৰিত হব ধৰিলে তেতিয়া ব্ৰহ্মা আদি দেৱতা সকলে দুষ্টক দমন কৰি সন্তক ৰক্ষা কৰিবৰ হেতু ভগৱানক তপস্যা কৰিবলৈ ধৰে। ব্ৰহ্মা আদি দেৱতা সকলৰ স্তুতিত সন্তুষ্ট হৈ ভগৱানে—

(১) কংস, জৰাসন্ধ, নৰকাসুৰ আদি অত্যাচাৰী ৰজা সকলক নিধন কৰি শান্তি স্থাপন কৰিবৰ কাৰণে।

(২) বেদৰ জটিল নীতি নিয়মৰ নানা দেব দেবীৰ পূজা সেৱা যাগ যজ্ঞৰ স্থলত সহজ সৰল ভগৱানৰ শ্ৰবণ কীৰ্ত্তন নামধৰ্ম্ম প্ৰচাৰ কৰি জ্ঞানী-অজ্ঞানী, ধনী-নিধনী সকলো উদ্ধাৰ হবৰ পথ প্ৰদৰ্শন কৰিবৰ কাৰণে—

(৩) মনৰ অগোচৰ, কল্পনাতীত অব্যক্ত ঈশ্বৰক চিন্তা কৰা সৰ্ব্বসাধাৰণৰ কাৰণে সম্ভৱ নোহোৱা হেতুকে তেওঁৰ লীলা চৰিত্ৰ গাবৰ কাৰণে আৰু তেওঁৰেই নাম কীৰ্ত্তন কৰি মানুহৰ প্ৰকৃত মানব চৰিত্ৰ গঠন কৰি মনুষ্যত্ব বিকাশ কৰিবৰ কাৰণে ঈশ্বৰৰ অৱতাৰৰ একান্ত প্ৰয়োজন হোৱাত ভগৱানে নিজে মথুৰা নগৰত কংসৰ বন্দী শালত দৈবকীৰ গৰ্ভত উদয় হয়। শ্ৰীমন্ত শঙ্কৰ দেৱে কীৰ্ত্তনত লিখিছে—

কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত।
নামধৰ্ম্ম কৰিলা বিদিত॥
১৯৪ কীৰ্ত্তন।

শ্ৰীমন্ত মাধৱদেৱে ঘোষাত

লিখিছে –

বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দৈবকীত হন্তে সাক্ষাতে ভৈলা
বিদিত

জীৱৰ তাৰণ হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ যশ ধৰ্ম্ম
বিপৰীত ॥ ৮০৭

ৰামানন্দই তেওঁৰ গীতত
লিখিছে :–

ধৰ্ম্ম ৰক্ষা হেতু যত যত অৱতাৰ।
বেদ পথ উলাজ্জ্বৱে আসিলা
ইবাৰ ॥

সৰ্ব্বলোকে বোলে এহে পুৰ্ণ
অৱতাৰ।

চৰিত্ৰ বঢ়াইলা কিবা জীৱ তাৰি-
বাৰ ॥

ভগৱন্ত কৃষ্ণ স্বৰূপে অৱতাৰ হৈ কংস, জৰাসন্ধ, শিশুপাল নৰক আদি অত্যাচাৰী ৰজাসকলক নিৰ্ম্মূল কৰাৰ উপৰিও ভাৰত মহাযুদ্ধত কৌৰৱকে মুখ্য কৰি তেওঁলোকৰ সমৰ্থক সকলো দুষ্ট লোকক নিধন কৰি জগতত পুনৰ শান্তি স্থাপন কৰে; আনকি ভৱিষ্যতে তেওঁৰ নিজ বংশৰ লোকসকলেই কৃষ্ণৰ বংশৰ বুলি গৰ্ব্ব কৰি দেশত অত্যাচাৰ কৰাৰ আশঙ্কাত নিজ যদুবংশত ধ্বংস কৰি সৰ্ব্বসাধাৰণলোকৰ সংসাৰ সাগৰৰ পৰা তৰিবৰ সকলো উপায় উদ্ধৰক কোৱা চলেৰে জগতত প্ৰচাৰ কৰি বৈকুণ্ঠ গামী হয়।

**শ্ৰীবৎস**—বিষ্ণু, বিষ্ণুৰ চিহ্ন বিশেষ, কৃষ্ণৰ বুকুৰ দক্ষিণ ফালে থকা বগা বৰ্ণৰ লোমসমূহ। (বিষ্ণু চিহ্ন বিশেষ সতু বক্ষঃস্থ শুক্লবৰ্ণ দক্ষিণা বৰ্ত্ত লোমাবলী ইতি হেমচন্দ্ৰ)

**শ্ৰীবৎসলাঞ্ছন**—বিষ্ণু, শ্ৰীবৎস চিহ্ন থকালোক

**শ্ৰুতি**—১। বেদ, "শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো। (মনু ২/১০)" এতেকে শ্ৰুতি অৰ্থ ঋক, যজুঃ সাম আৰু অথৰ্ব্ব এই চাৰিখন আৰু উপনিষদ সমূহ।

২। কৰ্ণ, কাণ, ear.

**শ্ৰুতিকটুৰ**— শুনিবলৈ বেয়ালগা,

কঠোৰ শব্দ, rough or hard to hear

শ্ৰুতি মধুৰ—শুনিবলৈ ভাল লগা, সুশ্ৰাব্য, শুৱলা শব্দ, pleasant to hear

শ্ৰুতিমূল—কৰ্ণ, কাণ, hear

শ্ৰোণিমা—(সং শ্ৰোণি: ) কটি, ককাল, the waist

শ্বপচ—চণ্ডাল, a very low caste

শ্বেতধামা—চন্দ্ৰ, the moon.

শ্বেতনীল—মেঘ, the cloud

শ্বেতপত্ৰ—হংস, ৰাজহাহ, a duck

শ্বেতপিঙ্গ / শ্বেতপিঙ্গলক } সিংহ ; a lion.

শ্বেতবাহ —ইন্দ্ৰ, অৰ্জ্জুন।

শ্বেতবাহন—চন্দ্ৰ, অৰ্জ্জুন।

শ্বেত হস্তী—ঐৰাৱত।

## ষ

ষড়ৰস—৬টা ৰস যেনে- মিঠা,জলা, তিতা, কেহা,লুনীয়া আৰু ক্ষাৰ,

ষণ্ড—ষাড়, বলধগৰু, a bullock

ষণ্ড—নপুংসক, a eunuch

ষোড়শ কলা —চন্দ্ৰ মণ্ডলৰ ১৬ ভাগৰ একোভাগ।

ষোড়শোপচাৰ— পূজাত দিবলগা ষোলবিধ দ্ৰব্য; যেনে—আদৰণি আসন, পাদ্য অৰ্ঘ্য, আচমনীয়, ধূপ-দ্বীপ, মধুপৰ্ক, স্নান, বসন, আভৰণ নৈবেদ্য, সুগন্ধিদ্ৰব্য আদি অৰ্চনা, বন্দনা।

## স

সংজ্ঞা—চেতনা,বুদ্ধি, conscience. সূৰ্য্য পত্নী, যমৰাজৰ মাতৃ।

সংযম—ইন্দ্ৰিয়ক দমন কৰা কাৰ্য্য, restraint of the passions.

সংসৰ্গী—একেলগে খোৱা মেলা কৰি থকা সঙ্গী। keeping company.

সংহিতা—স্মৃতি শাস্ত্ৰ, ধৰ্ম্ম শাস্ত্ৰ, "ধৰ্ম্ম শাস্ত্ৰ তুবৈ স্মৃতি।" সংহিতা কুৰিখন, যেনে—মনু, অত্ৰি, বিষ্ণু, হাৰীত, যাজ্ঞবল্ক্য, অঙ্গিৰা, যম, আপস্তম্ব, সংবৰ্ত্ত, কাত্যায়ন, বৃহস্পতি, পৰাশৰ, ব্যাস, শঙ্খ, লিখিত, দক্ষ,গৌতম, শাতাতপ, উশনা, আৰু বশিষ্ঠ।

সকুল্য—সগোত্ৰ,"দশম পুৰুষ পৰ্য্যন্ত সন্ততি"দহ পুৰুষলৈকে সতিসন্ততি

সকলক সকুল্য তাৰ ওপৰ হলে সগোত্র বোলা হয়। সকুল্য সকলৰ চুৱা তিন দিন; যথা দশাহেন সপিণ্ডাস্ত শুধ্যন্তি প্রেত সূতকে। ত্রি ৰাত্রেণ সকুল্যাস্তু স্নাত্বা শুধন্তি গোত্রজা: ইতি বৃহস্পতি ॥

সগৰ—সূর্য্যবংশ বাহুৰ পুত্র। হৈহব সকলে বাহুক যুদ্ধত পৰাজয় কৰি অযোধ্যা দখল কৰি বনলৈ খেদি পঠায়। বাহু বনত থাকোতেই সগর্ভা পত্নীক এৰি মৃত্যু হয়। বাহুৰ মৃত্যুৰ পিছত তেওঁৰ পত্নী ঔর্ব্ব ঋষিৰ আশ্র-মত থাকে আৰু তাতেই সগৰৰ জন্ম হয়। সগৰ আশ্রমতে ডাঙৰ দীঘল হৈ পিতৃৰাজ্য উদ্ধাৰ কৰিবৰ কাৰণে সিদ্ধান্ত কৰে। ঋষিৰ পৰা অগ্নিবাণ লৈ ৰণ সাজেৰে সজ্জিত হৈ অযোধ্যা আক্রমণ কৰি হৈ হব,শক,যৱন, কাম্বোজ প্রহ্লৱ আদি সকলোকে পৰাজয় কৰি পিতৃৰাজ্য উদ্ধাৰ কৰে। তেওঁ সুমতী আৰু কেশিনী নামৰ দুগৰাকী ভাৰ্য্যা বিবাহ কৰিছিল ঔর্ব্ব ঋষিৰ বৰ অনুসৰি কেশিনীৰ এটা সন্তান আৰু সুমতীৰ ৬০ হেজাৰ পুত্র হয়। ইয়াৰ পিছত সগৰে অশ্বমেধ যজ্ঞ কৰিবলৈ আয়োজন কৰি ৬০ হেজাৰ পুত্রক অশ্ব-ৰখীয়া হিচাবে পঠায়। কিন্তু ঘোৰাটো হঠাৎ আতৰিগৈ চৰি ফুৰোতে তেওঁলোকে বিচাৰিগৈ কপিল মুনিয়ে তপস্যা কৰি থকা ঠাইত পালেগৈ। তেওঁলোকে কপিল মুনিক চোৰ বুলি ওচৰত কোড়াল লগাই দিয়াত ঋষিয়ে ক্রোধ দৃষ্টিৰে চোৱাত সেই ৬০ হেজাৰ পুত্র ভস্ম হয়। পিছত কেশিনীৰ পুত্রৰ পুত্র আংশুমতে বিচাৰি গৈ তেওঁলোকৰ অৱ-শিষ্টৰ পৰা চিনিপাই কপিলক অনেক তর্পন কৰাত ঋষি সন্তুষ্ট হৈ বৰ দিয়ে যে সগৰৰ পৰা চাৰি পুৰুষ পিছত যেতিয়া এজন লৰা জন্মহৈ স্বর্গৰ পৰা গঙ্গাক নমাই আনি এওঁলোকক স্পর্শ

কৰাব তেতিয়া তেওঁলোকৰ মুক্তি হব। সেই বৰ অনুসৰি সগৰৰ পৰা পঞ্চম পুৰুষত ভগীৰথ জন্মহৈ স্বৰ্গৰ পৰা গঙ্গাক আনি কুল উদ্ধাৰ কৰে।

সচ্চিদানন্দ—নিত্য জ্ঞান সুখ স্বৰূপ, ব্ৰহ্ম।

সজনি—(প্ৰকাশ) সাজনি, শুৱনি।

সতৰিত } (তৰিৎ বিজুলী) বীজু-
সতড়িত } লেৰে শোভিত হোৱা।

সতড়িত নীল,নবীন মেঘ জিনিয়ে'
তনু শোভিত পীত বাসে।
নিৰমল গগনে তাৰক ঝিকি
জিনিয়ে ৰতনভূষণ পৰকাশে ॥
(বৰগীত)

সত্যব্ৰত—১। সত্যই যাৰ ব্ৰত, নিজৰ বাক্য ৰক্ষা কৰোতা, বিষ্ণু, হৰিচন্দ্ৰ,

২। এজন ৰজা; সত্যব্ৰতৰ অন্যনাম বৈবস্বত ৭ম মনু, ত্ৰিশঙ্কু। এই সত্যব্ৰতৰ দিনত হোৱা এটা প্ৰলয়ৰ বিৱৰণ ভাগৱতত পোৱা যায়। এই সত্যব্ৰত ৰজাই বিশ্বামিত্ৰৰ অনুগ্ৰহত সোশৰীৰে স্বৰ্গলৈ গৈছিল কিন্তু ইন্দ্ৰাদি দেৱতা সকলৰ কোপত স্বৰ্গলৈ যাব নোৱাৰি বাটতে ওলমি থাকিব লগাত পৰে। এওঁৱেই ৰজা হৰিচন্দ্ৰৰ পিতৃ।

সদাচাৰ—সাধকসকলৰ আচৰণ, সদবাক্যালাপ, সদব্যৱহাৰ,শৰীৰ নিয়মিত স্নান আচমন আদিৰে শুচি কৰি ৰখা, কোনো লোকৰ অন্তৰত কষ্ট নিদিয়া আদি সদ আচৰণ; good or virtuous conduct

সদানন্দ—শিৱ, যথা "সদাশিৱঃ সদাকৰ্ত্তা সদাহৰ্ত্তাঃ সদাপতি ঃ। সদানন্দ সদাবৰ্ত্তা সদাসঙ্গ বিবৰ্জিত ঃ ।

সদ্যশৌচ—যি সকল তৎক্ষণাত শুচি হয়। যেনে শিল্পী, বৈদ্য, ব্ৰহ্মাচাৰী, ৰজা, দাসদাসীসকল। শিল্পিন ঃ কাৰবো বৈদ্যা দাশীদাসাশ্চ ভৃত্যকা ঃ। অগ্নিমান্ শোত্ৰিয়ো ৰাজা সদ্যশৌচা ঃ প্ৰকীৰ্ত্তিতা ঃ।

সনক—ব্ৰহ্মাৰ চাৰিজন প্ৰথম পুত্ৰৰ একজন, বিষ্ণুৰ পাৰিষদ।

সনৎ—ব্ৰহ্মা,।

সনৎকুমাৰ— ব্ৰহ্মাৰ চাৰিজন প্ৰথম পুত্ৰৰ একজন, বিষ্ণুৰ পাৰিষদ।

সনক, সনন্দ, সনাতন আৰু সনৎকুমাৰ এই চাৰিজন ব্ৰহ্মাৰ প্ৰথম পুত্ৰ, বিষ্ণুৰ পাৰিষদ, মহাভাগৱত।

সনাতন—বিষ্ণু, ব্ৰহ্মা, শিৱ, ব্ৰহ্মাৰ একজন পুত্ৰ, নিত্য, সুনিশ্চল। eternal perpetual.

সন্দেশ—খবৰ, বাৰ্ত্তা, সংবাদ পুৰষ্কাৰ, হাতভেটী, news, prize

সন্দেহ—সংশয়, doubt.

সন্ধি—বণৰত দুই পক্ষৰ মাজত হোৱা চুক্তি পত্ৰ; বাট, সুৰঙ্গ; a treaty, way, a small hole

পলাইতে নেদেখো সন্ধি দিনে দিনে দৃঢ় বন্দী
ভৈলোমন্দ মনেৰ যুগুতি ॥

(বৰগীত

সন্নিত— ওচৰ, নিকট, near, proximate

সপত্নী—সমান পত্নী, সতিনী, a woman whose husband has more than one wife.

সপিণ্ড—একেবংশৰ (গোত্ৰ) সাত-পুৰুষৰ লোক। "পিণ্ডদঃ সপ্তমস্তেষাং সাপিণ্ড্যং সাপ্ত পৌৰুষম্।"

সপ্তদ্বীপ—জম্বু, প্লক্ষ বা গোমেদক, শাল্মলি, কুশ,ক্ৰৌঞ্চ শাক আৰু পুষ্কৰ।

মহাভাৰতৰ মতে চাৰিদ্বীপ, যেনে—জম্বু, ভদ্ৰাশ্ব, কেতুমল আৰু উত্তৰ কুৰু।

জম্বুদ্বীপৰ নটা ভাগ, যেনে—ভাৰত, কিমপুৰুষ (কিন্নৰ) হৰিবৰ্ষ, ইলা, বৃত (মেৰু) ৰম্যক, হিৰন্ময়, উত্তৰকুৰু, ভদ্ৰাশ্ব আৰু কেতুমল।

আকৌ ভাৰতবৰ্ষৰ নটা ভাগ, যেনে—ইন্দ্ৰদ্বীপ, কাসেৰুমত, তাম্ৰবৰ্ণ, গবস্তিমত, নাগদ্বীপ,

সৌম, গন্ধৰ্ব, বৰুণ আৰু কুমাৰক।

সপ্তধাতু—মেদ, মাংস, অস্থি, মজ্জা শোণিত, শুক্ৰ আৰু ৰস।

সপ্তনাড়ীচক্ৰ— চণ্ড, বায়ু, দহন, সৌম্য, নীৰ, জল আৰু অমৃত।

সপ্তবৈকুণ্ঠ—শ্বেতবিলাস, চিত্ৰবিলাস, কুপিনী বিলাস, অম্বৰু বিলাস, পুষ্পবিলাস, পঙ্কজবিলাস আৰু কনক দণ্ড বিলাস।

সপ্তৰ্ষিমণ্ডল — আকাশত থকা সাতটা তৰাৰ মণ্ডল; যেনে মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু আৰু বশিষ্ঠ।

সপ্তসাগৰ—লবণসাগৰ, ইক্ষুসাগৰ, সুৰাসাগৰ, সৰ্পিসাগৰ, দধিসাগৰ, দুগ্ধসাগৰ আৰু জলসাগৰ, সপ্ত-ৰসৰ এই সপ্ত সাগৰ।

সমজ্যা—সভা, সমাজ,

সমদৰ্শী—সকলোকে সমান দেখা। "বিদ্যা বিনয়সম্পান্নে ব্ৰাহ্মণে গবিহস্তিনি। শুনিচৈব শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ।"

সমাধি— অষ্টাঙ্গযোগৰ শেষ যোগ; আত্মা ব্ৰহ্মৰ একীকৰণ।

সমাপল— সমাপন কৰিলে, শেষ কৰিলে। completed

সমাবৰ্ত্ত— বেদ অধ্যয়নৰ অন্তত গাৰ্হস্থধৰ্ম্ম গ্ৰহণ কৰিবৰ কাৰণে কৰা কাৰ্য্য।

সমীৰ—বায়ু, বতাহ, the wind

সম্বৰ—এটা দৈত্য; এই দৈত্যই ৰুক্মিণীৰ পুত্ৰ প্ৰদ্যুম্নক জন্মৰ ৬দিনৰ দিনাই নি সাগৰত পেলাই দিয়ে। পিছে প্ৰদ্যুম্নৰ হাতত সম্বৰ পত্নী মায়াবতীৰ পৰামৰ্শমতে এই দৈত্য নিধন হয়।

সম্বল—সম্পত্তি, পাথেয়, পথৰ সম্পত্তি, পৰকাললৈ যাওতে লগতলৈ যোৱা সম্পত্তি, Provisions carried for the use in the journey while going to some unknownplace.

সয়ল — সকলো

সৰজ— নবনীত, হৈয়ঙ্গবীন, লবনু, cream, butter

সৰটি—বায়ু, মেঘ, the wind, the cloud.

সৰতৰ—সবিশেষ, detail, with all particulars,

মাই মাই ভূষণ কৰায় হামাৰি।
যবহু সৰতৰ পুছত নাহি পাৱবি
দোষ বিচাৰি॥ (বৰগীত)

সৰণি } উপায়, বাট, পংক্তি,
সৰণী } প্ৰসাৰণী, means.

বোলহুৰাম নামেসে মুকুতি
নিদানা।
ভৱ বৈতৰণী, তৰণী সুখ সৰণী
নাহি নাহি নাম সমানা॥
(বৰগীত)

সৰমা—১। ইন্দ্ৰৰ কুকুৰ, যমৰ গা৷ ৰখীয়া চাৰিচকুৱা কুকুৰ দুটাৰ মাক।

২। বিভীষণৰ ভাৰ্য্যা।

৩। দক্ষৰ কন্যা, বনৰীয়া জন্তু সমূহৰ মাতৃ, the mother of the wild animals.

সৰযু— বায়ু, এখন নদী, the wind, a river.

সৰস—সৰোবৰ, ৰসযুক্ত, সুখদায়ক, এতেকে মনোমোহা, কমনীয়। an ocean, pleasing, lovely

সৰসিজ—পদ্ম, পদুম, a lotus

সৰসিৰুহম—পদ্ম, পদুম, a lotus

সৰি—সমান, তুল্য, সদৃশ, equal, similar

সৰোজ—পদ্ম, পদুম, a lotus

সৰোজিনী—পদ্ম, বা পদুম সমূহ a collection of lotuses.

সৰোজী—ব্ৰহ্মা।

সৰোৰুহ—পদ্ম, পদুম, a lotus

সৰ্ক—বায়ু। the wind

সৰ্পভুক—ম'ৰা চৰাই, a peacock

সৰ্পৰাজ—বাসুকি,

সৰ্পসত্ৰ—সৰ্পনাশক যজ্ঞ বিশেষ। এই যজ্ঞ জন্মেজয়ে কৰিছিল।

সৰ্পহা—নেউল, a mongoose.

সৰ্পি—ঘিউ ; ghee

সৰ্ব্ব—শিৱ।

সৰ্ব্বজ্ঞ—শিৱ। সকলো জানোতা

সৰ্ব্বেশ্বৰ—শিৱ।

সলিল পানী।

সহস্ৰনয়ন ইন্দ্ৰ।

সহস্ৰপত্ৰ পদুম।

সহস্ৰপাৎ - বিষ্ণু। "সহস্ৰশীৰ্ষা পুৰুষঃ সহস্ৰাক্ষঃ সহস্ৰপাৎ।"

সহস্ৰভুজ—বিষ্ণু, কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন,।

সহস্ৰমুৰ্দ্ধা—বিষ্ণু; "সহস্ৰমুৰ্দ্ধ শ্ৰবণাক্ষি নাসিকং সহস্ৰ মৌলাম্বৰ কুণ্ডলোল্লসৎ।"

সহস্ৰবয়ন—অনন্ত। সুৰা সুৰ মুনি যাৰ চৰণ ধিয়ায়:
সহস্ৰ বয়নে সদা যাৰগুণ গায়॥
বৰগীত।

সাজনি—সাজ পাৰেৰে সজোৱা, সাজ পাৰেৰে শুৱনি হোৱা;
নটবৰ জিনি সুবেশ সাজনি ৰূপে কোটি কাম জিনে।
হৰিপদ কমলৰ মধুকৰ কহয় মাধৱ দীনে। বৰগীত।

সাজতৰি—শোভা পাইছে,সাজিছে। দেখত নাগৰ নাট, বিলসীয়া বালক মহ, কানু সাজতৰি।
বৰগীত

সাঞ্চা - সঞ্চয়কৰা: সঁচা; to save to accumulate.

সাত প্ৰকৃতি—ক্ষিতি. অপ, তেজ, মৰুৎ, ব্যোম, মন আৰু বুদ্ধি। নিজ বাঁশী ভৈলা মূল প্ৰকৃতি প্ৰথম।
সাত গুটি বন্ধে, সাত প্ৰকৃতি নিয়ম॥ (বৰগীত)
(মূল প্ৰকৃতি চাওক)

সাত্বিক—সত্ত্ব গুণ, ব্ৰহ্মা।

সাত্বিকভাব—স্বেদ, স্তম্ভ, ৰোমাঞ্চ, স্বৰভঙ্গ, বেপথু, বৈবৰ্ণ, অশ্ৰু আৰু প্ৰলয় এই ৮ টা ভাব।

সাথ—সঙ্গ, লগ, Companionship

সাদৃশ—একে প্ৰকৃতি বা গুণৰ, simillarity

সাধু—সৎচৰিত্ৰবানলোক, ধাৰ্ম্মিক লোক, virtuous, pure

সান—(স্বান) শব্দ, সুৰ, স্বৰ, sound, tune.
কালিন্দী ভুলল ধান্দে, মৃগ পক্ষীসব ফান্দে, বিবিধ পাষাণ খিৰছুই।
এমন বংশীৰ সানে, পৰমৰহিলে তোই, কেবুদ্ধি কৰব অব মুই॥
(বৰগীত)

সাপদ—সম্পদ,আহাৰ; Wealth food.

কুজীকা চন্দন, অঙ্গকিয়ে ৰঞ্জন,
বীজু কামিনী কহো কিয়ে।
ভুঞ্জিয়ে সাপদ, দাপে সেনা
দাৰিয়ে ফিৰি গোপসঙ্গে গিয়ে
(গীত-শ্ৰীৰাম)

সামৰাজ— সমূহ ৰজা, প্ৰজা, সামন্ত ৰজা বা ৰাজ্য, the king and the subjects

সায়ক— বাণ, শৰ, খড়্গ an arrow: a sword.

জয় জগনায়ক, মুকুতি দায়ক,
সায়ক সাৰঙ্গধাৰী।
দুষ্ট অৰিষ্টক, মুস্তিক মোড়ল,
ছোৰল শঙ্ক মুৰাৰি॥ (কালিদমন)

সাৰমেয়—ইন্দ্ৰৰ পাৰখীয়া কুকুৰ সৰমাৰ পুত্ৰ যমৰ পাৰখীয়া চাৰি চকুৰা দুটা কুকুৰ ; the two sons of sarama, the watch dog of Indra. They are the watch dog of yama and each has four eyes. (C.D)

সাৰদ } বগা পদুম, জ্যোতিষ্কৰ, a
শাৰদ } white lotus. lustre

বিবিন্দা বিপিন,বিহাৰ বিশাৰদ,
সাৰদ চন্দ্ৰ সমান। সোহি
জগতগুৰু, তেৰি সততে কৰু,
মুকুতি মঙ্গল বিধান॥(কালিদমন)

সাৰ্ব্বভৌম— উত্তৰ দি গধি পতি কুবেৰৰ হস্তীৰ নাম।

সাৰু—সাৰ তত্ত্ব, the substance.

নিগম নিগূঢ়বাণী হৰিগুণ সাৰু।
তাহে বিছুৰি ভব তৰয়ে নপাৰু॥
বৰগীত।

সিদ্ধ— সূৰ্য্য আৰু পৃথিবীৰ মাজৰ আকাশ মাৰ্গত বাস কৰা অতি পবিত্ৰ আৰু সাধুলোক।
(লোক চাওক)

সীতা - জনক নন্দিনী, শ্ৰীৰাম চন্দ্ৰৰ পত্নী। তেওঁৰ অন্যান্য নাম সমূহ যেনে— বৈদেহী, মৈথিলী, জানকী, ধৰণীসুতা।
(দ্ৰোপদী চাওক)

সুগ্ৰীৱ—কিষ্কিন্ধ্যাৰ অধিপতি। বালিৰ ভাতৃ, সূৰ্য্যৰ পুত্ৰ। বালিৰ লগত বিবাদ লাগি সুগ্ৰীৱ ৰাজ্য এৰি পলাই ফুৰিছিল। ৰাৱণে সীতাক হৰণ কৰাত

সীতাক বিচাৰি ফুৰোতে ৰামে লগ পাই সুগ্ৰীৱৰ লগত মিত্ৰতা স্থাপন কৰে। পিছত ৰামে বালিক বধ কৰি সুগ্ৰীৱক কিষ্কিন্ধ্যাৰ ৰজা পাতে।

সুগ্ৰীৱে নিজ সৈন্য সামন্তলৈ ৰামে সীতা উদ্ধাৰ কৰা কাৰ্য্যত সহায় কৰে।

তৱ শিলসাগৰ সেতুবান্ধি কয়ে কহো নাম অগাধ লুকুৱাও।

হামোৰাম ভায়া দোহো, বীৰ হনুসুগ্ৰীৱ, বানৰ সৈন্যে লঙ্কা ধাও॥ (শ্ৰীৰাম)

সুচান্দবয়ন—পূৰ্ণিমাৰ জোনৰ দৰে সুন্দৰ মুখ, a beautiful face

কমল নয়ন স্বামী,হে হৰি সুচান্দ বয়না।

কহয় মাধৱ গতি, হে হৰি নন্দকু নন্দনা॥ বৰগীত।

সুজাত—সু-জন্ম, ভাল জন্ম, সুজনতা সৌজন্য।

আহে শ্যাম সুন্দৰ শৰীৰ, অনুপাম!

শৰত সুজাত শোভিত মুখ পঙ্কজ, ৰূপে নোহে কোটি কাম।

(ৰামানন্দ)

সুদৰ্শন—বিষ্ণুৰ চক্ৰ।

বিশ্ব কৰ্ম্মাৰ কন্যা সংজ্ঞাক সূৰ্য্যাই বিবাহ কৰে; কিন্তু সূৰ্য্যাৰ অষ্ট ৰশ্মিৰ প্ৰভাৱত সংজ্ঞা সূৰ্য্যাৰ ওচৰত থাকিবলৈ টান হোৱাত বিশ্ব কৰ্ম্মাই এটা ৰশ্মি কাটি সূৰ্য্যাৰ প্ৰকাশ কমাই দিয়ে। সেই কটা ৰশ্মিৰ পৰা বিষ্ণুৰ সুদৰ্শন চক্ৰ, শিৱৰ ত্ৰিশূল, কুবেৰ অস্ত্ৰ আৰু কাৰ্ত্তিকৰ শূল নিৰ্ম্মান কৰে। সুদৰ্শন চক্ৰ অগ্নিৰ হাতত থাকে। অগ্নিয়ে খাণ্ডবৱন দহন কৰিবৰ সময়ত ইন্দ্ৰৰ লগত যুদ্ধ কৰিবৰ কাৰণে কৃষ্ণক এই চক্ৰ আৰু অৰ্জ্জুনক ব্ৰহ্মাই নিৰ্ম্মান কৰা গাণ্ডীব ধনু প্ৰদান কৰে।

সুধাকৰ—চন্দ্ৰ; the moon.

সুনেহা—স্নেহ, মৰম, affection.

ব্ৰজক জীৱন ধনেৰ নন্দকুমাৰ।

বিছুৰল পুৰবক সুনেহা হামাৰ॥

(বৰগীত)

সুপৰসন—সুপ্ৰসন্ন, সন্তুষ্ট, সদয়, favourable

বিবিন্দাবনে ভেটলোহো, এ
হৰি এগুনেৰ নিধি এ,
অপৰূপ ৰূপে, নয়ন ছুহো পূৰল,
হামাৰি সুপৰসন বিধি ॥
(বৰগীত)

সুপ্ৰতীক—উত্তৰ পূৰ দি গধি পতি সোমৰ হস্তীৰ নাম।

সুবেশ— দেখিবলৈ ধুনীয়া, ধুনীয়া আকৃতি বা গঢ় ; handsome সাজপাৰ পিন্ধি ধুনীয়া হোৱা।

কৰিয়া সুবেশ, বান্ধি আছে
কেশ, চালনি ধৰিয়া জুড়া।
চৌভিতি বেঢ়িয়া, মণি মুকুতাৰ,
মালাময়ূৰৰ চূড়া। বৰগীত।

সুভদ্ৰা—শ্ৰীকৃষ্ণৰ ভনী, অৰ্জ্জুনৰ পত্নী।

সুমিত্ৰা—দশৰথ ৰজাৰ পত্নী, লক্ষ্মণ আৰু শত্ৰুঘ্নৰ মাতৃ।

সুম্পি—সপিদি, অৰ্পিদি; deliver surrender.

হামাতে নিত নিত, সুম্পি প্ৰাণ
চিত্ত, সয়ল গোপিনী ধৰে চিত্ত ॥
(বৰগীত)

সুৰ—দেৱতা ; সূৰ্য্য পদ বা গীতৰ সুৰ, a God, the sun a tune of the song

সুৰ অৰি—দেৱতাৰ শত্ৰু, ৰাক্ষস।

সুৰ-অৰিঃ ৰিপু—শ্ৰীৰামচন্দ্ৰ।

সুৰ-অৰি ৰিপু মিতা—সুগ্ৰীৱ,

সুৰ অৰি ৰিপু মিত্তা তাহান
সেৱক পিতা
বাহনক দেখি লাগে ভয়।
তিনি অক্ষৰ গণি শেষ নিশেষ
কৰি
তানশোকে দহয় হৃদয় ॥
(গীত-সহদেৱ)

সুৰঙ্গ—গাত, গৰ্ত্ত, চিত্ৰ বিচিত্ৰ ধুনীয়া ৰং

কৰ্পূৰ তাম্বুল, ভুঞ্জি সুৰভিফুল,
মালতী বকুল মালা।
সুৰঙ্গ বসন, ৰতন ভুষণ, ভুষিত
হইয়া কালা ॥ বৰগীত।

সুৰতদিন—কেলিবা ক্ৰীড়া সুখৰ দিন (সুৰত নিধুবনম, কেলি)

আসিবো বুলিয়া বানী, নাসিল
শাৰঙ্গ পাণি

যুগত সুৰত দিন যায় ।

বসন ভুষণ চয়, চন্দন আগৰুময়,

বিফল বিনে কানাই ॥ (ৰামানন্দ)

সুৰভিৰসে – (সুৰতম্-নিধুবনম্ মৈথুনম্-ইত্যামৰ"। কেলি-ইতি শব্দ ৰত্নাৱলী ।)

কেলিবা ক্রীড়া ৰস ।

হৰিৰ সুৰতি ৰসে নাৰহে গিয়ান ।

কৃষ্ণ কিঙ্কৰ এহু বান্ধয়ে ভাণ ॥

( কেলি গোপাল )

সুৰভি—সুন্দৰ, সুবৰ্ণ, সুগন্ধি, গৰু, beautiful, gold, sweet smelling, Cow

সুৰভী—সুগন্ধি, গোমাতা ; sweet smelling, the mother of the Cow.

সুৰস – (বোলম্) সুস্বৰ (স্বাদু) সুমধুৰ- good tune, taste full

সুৰস পঞ্চম পূৰত বেণু ধ্বনিয়া

ত্রিভুবন মোহন সুন্দৰ শিখা

মণিয়া ॥ (বৰগীত)

সুৰসুত—সুৰ সূৰ্য্য, সুত-পুত্র) সূৰ্য্যৰ পুত্র, যম, শমন (যমচাওক)

সুৰুতি—ধৈৰ্য্য, ধৃতি, patience, endurance.

কানাইৰ দেখিয়া ৰূপ হৰিল সুৰতি ।

অপমানে মন্মথে নধৰে মুৰুতি ।

সুহাই—গীতৰ এটা ৰাগ বা সুৰ a tune of a song.

সুস্বাদ—উত্তম স্বাদ, ভাল সোৱাদ, good taste.

সুহৃদ – প্রিয়মানুহ, বন্ধু, a friend.

সূচক—কু-পৰামৰ্শ দাতা, লগনীয়া মানুহ, টুটকীয়া, a back biter.

সূচনা—কোনো কথাৰ উত্থাপন , প্রস্তাৱ, উল্লেখ ; a propos-al.

সূৰ্য্য – জগতৰ প্রধান আৰু প্রথম গ্রহ ; সূৰ্য্যৰ অবিহনে জগ-তত প্রাণী কিম্বা উদ্ভিদ জীয়াই থকা সম্ভৱ নহয় । সূৰ্য্যৰ অন্যান্য নামৰ ভিতৰত সুৰ, অৰ্য্যমা, আদিত্য, ভাস্কৰ, দিবা-কৰ, ভাস্বান, প্রভাকৰ বিবস্বান

সপ্তাশ্ব, অৰ্ক, মাৰ্ত্তণ্ড, মিহিৰ, অৰুণ, তৰণি, মিত্ৰ, বিৰোচন, ভানু, হংস, দিনমণি, অংশুমালী, কাশ্যপেয়, তপন, ৰবি, সবিতা, ভগ, লোকলোচন, গ্ৰহৰাজ প্ৰধান ।

পুৰাণৰ মতে সূৰ্য্যৰ পিতৃ কশ্যপ আৰু মাতৃ অদিতি । সূৰ্য্যই বিশ্বকৰ্ম্মাৰ কন্যা, সংজ্ঞাক বিবাহ কৰে আৰু তেওঁৰ গৰ্ভ'ত বৈবস্বত মনু, যম আৰু যমুনাৰ জন্ম হয় । অন্য গৰাকী পত্নী ছায়াৰ গৰ্ভ'ত শনিৰ জন্ম হয় । কৰ্ণ আৰু সুগ্ৰীৱ সূৰ্য্যৰ সন্তান । সূৰ্য্যৰ ঔৰসত অশ্বিনী কুমাৰৰ জন্ম হয় । আকৌ অশ্বিনী কুমাৰৰ ঔৰসত মাদ্ৰীৰ গৰ্ভ'ত নকুল সহদেৱৰ জন্ম হয় ।

সূৰ্য্যৰ শক্তিৰ প্ৰভাৱত থাকিব নোৱাৰা হেতু বিশ্বকৰ্ম্মাই সূৰ্য্যৰ আঠোটা ৰশ্মিৰ এটা কাটি বিষ্ণুৰ সুদৰ্শন চক্ৰ, সদাশিৱৰ ত্ৰিশূল, কুবেৰ আৰু কাৰ্ত্তিকৰ অস্ত্ৰ নিৰ্ম্মাণ কৰে ।

সূৰ্য্যই অশ্বৰ ৰূপ ধৰি যাজ্ঞবল্ক্যক যজুৰ বেদৰ শিক্ষা দিয়ে । বাজী ৰূপত শিক্ষা দিয়া কাৰণে সেই ভাগ যজুৰ বেদৰ নাম হয় বাজসনেয় আৰু অন্য ভাগৰ নাম হয় তৈত্তিৰীয় ।

সূৰ্য্যৰ ৰথ সাতোটা ঘোৰাই টনা কাৰণে চন তাৰিখ আদি উল্লেখ কৰোতে বহুতে সাতৰ স্থলত ঘোৰা ব্যৱহাৰ কৰে ।

সেখনে—সেই সময়ত, তেতিয়া ; at that time, then.

জননীৰ থাৱে যেখনে জনমল
সেখন আৱল সাৱল ৰঙ্গে ।
ৰবিসুত ত্বতে লৈয়া চলে যেখনে
কিছু নাহি যাৱে সঙ্গে ॥ শ্ৰীৰাম

সেনামুখ—তিনি পত্তিত এক সেনামুখ সৈন্যৰ দল, অৰ্থাৎ ৩টা হাতী তিনিখন ৰথ ৯টা অশ্ব আৰু ১৫টা পদাতিক সৈন্যৰ দল ।

সেস্থৰে—সহজে, অনায়াসে, easily.

সেৱনা—সেৱা কৰা to worship.

সৈয়া—সহ্য কৰা, সহি থকা ;

to forbear.

আলো মাই গালি নাপাৰিবে মোৰে ।

যত অপমান মোৰে, দিয়া আছা বাৰে বাৰে, ভালে আমি সৈয়া আছো তোৰে ॥ বৰগীত

সোই—সেইজন, that person.

সোজা– সৰল, simple.

সোপন—সপোন, সামাজিক ; a dream.

সোপান—জখলা, খটখটি ।

সোম—চন্দ্ৰ, কুবেৰ, যম, বায়ু, সোমৰস।

সৃষ্টি জগতত সূৰ্য্যৰ যিমান আৱশ্যক চন্দ্ৰৰো সিমানেই আৱশ্যক । চন্দ্ৰ অবিহনে দেৱতা, মনুষ্য, পশু, তৃণ, তৰুণ তৰু একো জীবিত থাকিব নোৱাৰে । চন্দ্ৰক ইন্দু, নিশাকৰ, নক্ষত্ৰনাথ; শীতাংশু, মৃগাঙ্ক, শিৰশেখৰ, শশাঙ্ক কুমুদপতি, নিশাপতি, শশধৰ, দ্বিজৰাজ, শুভ্ৰাংশু, অব্জ, কুমুদবান্ধৱ আদি নামেৰে জনা যায় ।

চন্দ্ৰৰ জন্ম সম্পৰ্কত অনেক মত পোৱা যায় । এটামতে তেওঁ ব্ৰহ্মাৰ মানস পুত্ৰ অত্ৰিৰ সন্তান । অন্য এটামতে তেওঁ অত্ৰিবংশৰ প্ৰভাকৰৰ পুত্ৰ, কিছুৰ মতে তেওঁ ধৰ্ম্মৰ পুত্ৰ আৰু অন্য ঠাইত তেওঁ সাগৰ মন্থন কৰোতে উদ্ভৱ হোৱা বুলি কয়। চন্দ্ৰই দক্ষৰ ২৭ গৰাকী কন্যা বিবাহ কৰে । এই ২৭ গৰাকীৰ ভিতৰত ৰোহিনীক অধিক স্নেহ কৰা কাৰণে বাকীসকলে মনত দুখ পাই পিতৃৰ ওচৰত আপত্তি কৰে । দক্ষই চন্দ্ৰক সকলোকে সমব্যৱহাৰ কৰিবলৈ কোৱা স্বত্বেও তাক অৱমাননা কৰাত তেওঁৰ ক্ষয়ৰোগ হবৰ কাৰণে অভিশাপ দিয়ে। এই অভিশাপত কন্যা কেইগৰাকীয়ে অত্যন্ত দুখ পাই অভিশাপ ঘূৰাই লবৰ কাৰণে দক্ষক প্ৰাৰ্থনা জনায় । দক্ষই

অভিশাপ ঘূৰাই লব নোৱাৰাত প্ৰতি অমাবস্যাত মৃত্যু হৈ পিছ দিনাৰ পৰা পুনৰ একলা একলা কৰি বৃদ্ধিহৈ পূর্ণিমাত সম্পূর্ণ হৈ পুনৰ একলা একলা কৰি হ্ৰাস পাই অমাবস্যাত মৃত্যু হোৱাৰ বিধান দিয়ে।

চন্দ্ৰই বৃহস্পতিৰ ভার্য্যা তাৰাক হৰণ কৰি অনাত সুৰগুৰু বৃহস্পতিৰ লগত বিবাদ লাগে। এই বিবাদত দেৱতাসকলে বৃহস্পতিৰ পক্ষ লয় আৰু বৃহস্পতিৰ বিৰোধী উশন ঋষিকে মুখ্যকৰি দেৱতাৰ বিৰোধী দৈত্য দানৱ সকলে চন্দ্ৰৰ পক্ষ লয়। দুয়োপক্ষৰ মাজত ভয়ঙ্কৰ যুদ্ধ লাগে। শেষত ব্ৰহ্মাই মধ্যস্থতা কৰি যুদ্ধৰ অৱসান ঘটায়। আৰু তাৰাক বৃহস্পতিক ঘূৰাই দিয়ে এই তাৰাৰ গর্ভত চন্দ্ৰৰ ঔৰসত বুধৰ জন্ম হয়।

সোহত—শোভিত। beautified

সৌদামিনি—বিদ্যুত, তড়িৎ, বিজুলি, lightening

সৌৰভ—সুৰভি, সুগন্ধি, সুঘ্ৰাণ, fragnance

স্তবক – বহু বিধ ফুলগোটাই বন্ধা থোপা গুচ্ছক, a bundle of varities of flowers.

নবীন গুঞ্জামণি হাৰ ৰাজত।
স্তবক ৰাজ দুহো শ্ৰবণে
বিভূষিত ॥ (বৰগীত)

স্থায়ীভাৱ—যি ভাৱ যথাসময়ত উৎপন্নহৈ শেষ পর্য্যান্ত বৈ যায়। স্থায়ী ভাৱ নটা যেনে—ৰতি, হাস্য, শোক, উৎসাহ, ভয় জুগুপ্সা, বিস্ময় আৰু শম।

স্থাৱৰ—স্থিৰ ভাবে থকা লৰচৰ কৰিব নোৱাৰা, স্থায়ী, গছ মাটি বাৰী আদি immovable things.

স্থিতপ্ৰজ্ঞ—সকলো বাসনা ৰহিত, সুখ-দুখ, কাম ক্ৰোধ, লোভ মোহ আদি একোকে স্পর্শ কৰিব নোৱাৰা বা সাংসাৰিক সুখ-দুখত অবিচলিত ৰূপে থাকিব পৰা।
প্ৰজহাতি যদাকামন্ সর্ব্বান্ পার্থ্ব মনোগতান্।

আত্মন্যেৱাত্মনা তুষ্ট : স্থিত প্রজ্ঞ-
স্তদোচ্যতে ॥
দুঃখেৰখনুদ্বিগ্নমনা : সুখেষু বিগত
স্পৃহ :
ৱীত ৰাগ ভয় ক্রোধ : স্থিত-
ধীর্ম্মুনিৰুচ্যতে ॥ গীতা
(উদ্বিগ্ন নহয় দুখে নিস্পৃহ সুখত
নাই ৰাগ ভয় ক্রোধ অকনো
চিত্তত ॥
হৰ্ষদ্বেষ নকৰয় শুভাশুভ পায় ।
সকলোতে সম ভাৱ কোনো
মোহনাই । )

স্পৃহা—ইচ্ছা, হেপাহ, আকাঙ্ক্ষা,
desire hankering.

স্মিত—ঈষৎ (হাস্য) মিচিকীয়া
(হাঁহি) smiling

স্মৃতি—১। স্মৰণ, সোঁৱৰণ, পুৰণি
কথা মনত ৰখা বা মনলৈ অনা
২। ধৰ্ম্মশাস্ত্র—১৮ খন পুৰাণ,
শ্রীমদ্ভগৱদগীতা আদি ধৰ্ম্ম শাস্ত্র
সমূহ । মনুৱে কৈছে— "ধৰ্ম্ম
শাস্ত্রং তুবৈ স্মৃতি :" ধৰ্ম্ম শাস্ত্র
মাত্রেই স্মৃতি । সনত কুমাৰ, নৰ-
সিংহ নাৰদীয়,শিৱ দুৰ্ব্বাসা,কপিল,
মানৱ ঔশনস, বৰুণ, কালিকা,
সাম্ব, নন্দী, সৌৰ, পৰাশৰ
আদিত্য মহেশ্বৰ, ভাগৱত,
বশিষ্ঠ আৰু ব্রিহন এই ১৮খন
উপপুৰাণ আদি ধৰ্ম্ম শাস্ত্র সমূহ
(সংহিতা চাওক)

স্বপ্ন—সপোন, সমাজিক, dream

স্বৰভঙ্গ—গলৰোগ বিশেষ ।

স্বয়ম্ভু—ব্রহ্মা

স্বৰ্গ—দেৱতাৰ আলয় বা বাসস্থান ।

স্বাপ—নিদ্রা, শয়ন,

স্বায়াম্ভুব—প্রথম মনু, তেওঁ ব্রহ্মাৰ
দক্ষিণ অঙ্গৰ পৰা জন্ম হয় ।

স্বাহা—অগ্নিৰ ভাৰ্য্যা, দক্ষৰ কন্যা ।

স্বেচ্ছামৃত্যু—ভীষ্ম ।

স্বেদ—ঘৰ্ম্ম, উষ্মা, তাপ, স্বেদন

## হ

হংসগামিনী—ব্রহ্মাণী, হংসৰ দৰে
গহীন গম্ভীৰ ভাৱে খোজ কঢ়া
নাৰী ।

হংসবাহন ব্রহ্মা ।

হণ্ডী—হণ্ডিকা, মাটিৰ পাত্র বিশেষ,
an earthen pot.

হনু গালৰ ওপৰ চকুৰ তলৰ ভাগ

(কপোলাভ্যাং পৰো মুখ ভাগো হনুৰুচ্যতে শব্দ কল্পদ্ৰুম্)

হনুমান}
হনুমন্ত} —কিষ্কিন্ধ্যাৰ ৰজা সুগ্ৰীৱ সেনাপতি, ৰামৰ পৰম ভক্ত। হনুমানৰ পিতৃ বায়ু মাতৃ অঞ্জনা ; a celebrated monkey chief, a chief sencere devotee of Ramchandra.

হন্তা—হত্যা কৰোঁতা, a killer

হন্তে—কাৰণে, পৰা, for from.

হয়—ঘোঁৰা, a horse.

হয়ঙ্গমী—(হৈয়ঙ্গবীনম্) নতুন গাৰু ঘিউ, নৱনীত, new cow ghee

থৈয়াছিল হয়ঙ্গমী হৰি পূজিবাৰে
এড়াইতে নাপাৰি মাই দিলা
আনি তাৰে ॥ (ভূমি লোটোৱা

হৰ—শিৱ।

হৰলি—হৰণ কৰিলে, চুৰি কৰিলে, abducted, have stolen

হৰষিত—হৰ্ষিত, আনন্দিত, ৰংপোৱা delighted, pleased

হৰষে—আনন্দ মনেৰে, delightfully.

হৰসি—হৰণ কৰি, নাশ কৰি নিৰ্ম্মূল কৰি destroying, removing কোটি কোটি অণ্ড, আৱত যাৱত, বোমৰন্ধ্ৰ মহ যাৰা।
সোহি ভূমি ভাৰ হৰসি শূৰ
শূকৰ নৰ সিংহ অৱতাৰা।
ৰৰগীত।

হৰি—বিষ্ণু, সিংহ, সৰ্প, ভেকুলি, বান্দৰ, পাপ হৰণ কৰোঁতা পৰমেশ্বৰ ভগবান।

মাধৱে বোলন্ত মোৰ নাম হৰি
তোত আছে বৰ কাজ।
ৰাধা বোলে হৰি বোলে বানৰক
তেজে তুমি কপিৰাজ ॥
গীত-শ্ৰীৰাম

কৃষ্ণৰ মঙ্গল দায়ক অষ্টোত্তৰ শতনাম যেনে—শ্ৰীকৃষ্ণঃ পুণ্ডৰীকাক্ষো বাসুদেৱো জনাৰ্দ্দনঃ। নাৰায়ণো হৰি বিধ্বংকৰ্ম্মাধৱঃ পুৰুষোত্তমঃ ॥ গোবিন্দ কেশবো হনন্তো বামনো মধু সূদনঃ। দামোদৰো হৃষীকেশঃ পদ্মনাভ ত্ৰিবিক্ৰমঃ ॥ বৈকুণ্ঠ শচ্যুতো ৰামশ্চক্ৰ পানিৰধোক্ষজঃ।

পীতাম্বৰো জগন্নাথো নৃসিংহো
গৰুড় ধ্বজ ঃ ॥ ৰাধিকা পতিৰ্বা
নন্দ স্বৰূপো বিশ্বমোহন ঃ ॥
যশোদানন্দন ঃ সত্য ঃ শ্ৰীগোপী
জন বল্লভ ঃ ॥ গদাধৰো হয়গ্ৰীবে
ৰ্বৰাহশ্চ গৰীশ্বৰ ঃ গোবৰ্দ্ধন ধৰো
বিশ্ব বীজং কমললোচন ঃ ॥
সৰ্ব্বান্তৰ্যামী জগদীশশ্চাসুৰমৰ্দ্দন
প্ৰভু ঃ । বিশ্বম্ভৰো যজ্ঞভোক্তা
বনমালী সনাতন ঃ ॥ পুৰাণ
পুৰুষো নন্দত্মজ ঃ শ্ৰীবৎসলাঞ্ছন ঃ
দেবকী নন্দন ঃ শ্যামা ঃ শ্ৰীশ্যামা
প্ৰাণবল্লভ ঃ ॥ অনিৰুদ্ধ ঃ পৰং
ব্ৰহ্ম মুৰাৰি শ্ৰীধৰস্তথা ।
শ্ৰীগোপীমোহন ঃ শাৰ্ঙ্গধন্বা তু
ব্ৰাহ্মণ প্ৰিয় । ব্ৰহ্মণ্য দেব
ক্ষেত্ৰজ্ঞ স্তাপত্ৰয় বিনাশন ঃ ।
কৈটভাৰি গুৰ্ণাতীতো ৰুক্মিণী
ৰমনো বিৰাট্ । সঙ্কৰ্ষণ ঃ শেষ-
শায়ী দৈত্যাৰিৰ্বক ভিস্তথা ।
সৰ্ব্ব শাস্ত্ৰ প্ৰণেতা চমুকুন্দো
ভক্তবৎসল ঃ । অঘাসুৰম্ম ঃ
প্ৰদ্যুম্নো হংশ্চ মুকলীধৰ ঃ ।
কুবলয়া পীড়াঘাতীচ পয়ধাৰী
চতুৰ্ভুজ ঃ ভক্তলোকৈক শৰণো
গোপালো বৈষ্ণবপ্ৰিয় ঃ । বংশী
পাণিৰ্গুণ ময় ঃ কোটিকন্দৰ্প
মোহন ঃ । বেণুবাদ্য বিনোদীচ
কংসপৰিৰ্যাদবস্তথা । চতুৰ্ব্বেদ
ময়ো নিত ঃ সচ্চিদানন্দ বিগ্ৰহ ঃ ।
দীন নাথৈকশৰণং ভক্তানুগ্ৰহ
কাৰক ঃ ॥
ঊনবিংশ পদচিহ্ন দক্ষিণে দশ
চিহ্নানি বামেচ নব ।
ধ্বজাত পত্ৰং কমলং বজ্ৰাখ্যমঙ্ক
শোচ যব ঃ । স্বস্তিকং চোৰ্দ্ধ
ৰেখা
চাষ্টকোণ চক্ৰমেবচ ॥ চিহ্নানি
বাম চৰণে ঃ—
গোবিন্দশ্যাদ্ভুতানি ॥ ইন্দ্ৰ-
চাপং ত্ৰিকোনঞ্চ, কল সঞ্চাৰ্দ্ধ
চন্দ্ৰকম হম্বৰং মৎস্যচিহ্ন গোষ্পদং
জাম্বৱং স্মৃতম্ ॥

**হৰিদ্বাৰ**—ভাৰতৰ উত্তৰ পশ্চিম কোনত গঙ্গা পাহাৰৰ পৰা নামি আহি ভৈয়ামত পৰা স্থল, তীৰ্থস্থান ।

**হৰিণাক্ষী**—হৰিণা চকুৰ দৰে ধুণীয়া

চকুৰ তিৰোতা।

হৰিভকত—একেজন গুৰুতে একে-লগে শৰণ লোৱা লোক।

হলধৰ—বলোভদ্ৰ, বলৰাম।

হলয়ুধ—বলোভদ্ৰ, বলৰাম।

হবিষ্য—হবিচ, কোনো আত্মীয় স্বজনৰ মৃত্যুৰ অশৌচত নাইবা কোনো ধৰ্ম্মকাৰ্য্য কৰিবৰ কাৰণে আগদিনা দিনত উপবাসে থাকি ৰাতি গৰু ঘিউৰে এসাজ খাই কৰা উপবাস। a fast in which a single meal at night consisting of fine rice, cowghee and vegetable only taken in a day.

হাটী—উদাসীন সত্ৰসমূহৰ ভকত সকল থাকিবৰ কাৰণে নামঘৰৰ চাৰিওকাষে শাৰী শাৰীকৈ সজা ঘৰসমূহৰ শাৰী; যেনে উত্তৰহাটী, দক্ষিণহাটী ইত্যাদি।

হাণ্ডি—হণ্ডীকা, মাটিৰ পাত্ৰ, মলা-চৰু, an earthen pot.

কড়া তুইধনৰ হাণ্ডিক ভাঙ্গিলো, গালি পাৱা তাৰ তৰে।

(গীত শ্ৰীৰাম)

হামাকেৰি—মোৰ, আমাৰ; mine, our.

কেশৱ এ হামাকেৰি ৰাখহু প্ৰাণ।

নিজ কিঙ্কৰীক জীৱন দেহু দান ॥ (ৰুক্মিণী হৰণ)

হাস্ফুলি—হাফোলা মাৰি।

হাস—হাস্য, হহা, হাহি; to laugh.

হাসা—চন্দ্ৰ, the moon

হাস্য—হাহি, ৰসবিশেষ, কৌতুক; laughter

হিড়িম্বা—হিড়িম্ব ৰাক্ষসৰ ভগিনী হিড়িম্বক ভীমসেনে বধ কৰে। হিড়িম্বাৰ গৰ্ভত ভীমসেনৰ ঔৰসত ঘটোৎকচৰ জন্ম হয়। ঘটোৎকচ মহাভাৰতৰ যুদ্ধত কৰ্ণৰ হাতত মৃত্যু হয়।

হিন্দোল—১। ঝুলন যাত্ৰা, ওলমি নাচি থকা, গতিকে আনন্দত মন নাচি উঠা।

পানীৰে যাইতে মই দেখিলো

গিয়া।

কৌতুকে হিন্দোল পাৰে আমাৰ হিয়া ॥ বৰগীত।

হিম—নিয়ৰ, জাৰকালি আকাশৰ পৰা বাষ্প গোট মাৰি পৰা পানীৰ কনিকা, আকাশৰ বাষ্প, dew.

হিমপন্দৰ—ৰামায়নৰ মতে উত্তৰ দিগধিপতি কুবেৰৰ হস্তী।

হিৰ / হীৰ —হীৰা, diomond.

হিৰণ্যকশিপু—চাৰিসিদ্ধৰ শাপত শাপগ্ৰস্ত বৈকুণ্ঠৰ পাৰিষদ জয়বিজয়ৰ কশ্যপৰ ঔৰসত দিতিৰ গৰ্ভত পুনৰ জন্ম গ্ৰহণ কৰা এজন দৈত্য। এওঁৰ ভাতৃ হিৰণাক্ষক বৰাহ ৰূপী বিষ্ণুৱে বধ কৰে। হিৰণ্যকশিপুৰ ভাৰ্য্যাৰ নাম কয়াধু; তেওঁৰ চাৰি পুত্ৰ ক্ৰমে সংহ্লাদি, অনুহ্লাদ.হ্লাদ আৰু প্ৰহ্লাদ,কন্যা সিংহিকা। প্ৰহ্লাদ বিষ্ণুৰ পৰম ভক্ত আছিল। হিৰণ্যকশিপুক বিষ্ণুৱে নৰসিংহ ৰূপ ধৰি বধ কৰে

হিৰণ্যগৰ্ভ—ব্ৰহ্মা।

হিৰণাক্ষ—হিৰণ্যকশিপুৰ ভাতৃ বৰাহৰূপী বিষ্ণুৱে বধ কৰে।

হুতাশন—অগ্নি, the fire.

হৃদয়—বুকু, মন, the heart, the mind.

হৃদয়বান—দয়ালু, মৰমিয়াল; kind hearted.

হৃষীকেশ—ইন্দ্ৰিয় সমূহৰ যি জন অধিপতি, ইন্দ্ৰিয় বিলাক যাৰ বশ্য, (হৃষীকানামিন্দ্ৰিয়াণামীশো হৃষীকেশঃ। ইন্দ্ৰিয়ানি যদ্বশে বৰ্ত্তন্তে স পৰমাত্মা-শব্দ কল্পদ্ৰুম) ইন্দ্ৰিয় বৰ্গত, যিহেতু ইশ্বৰ আছন্ত হুয়া প্ৰকাশ।

এতেকে মহন্ত, সকলে বোলয়, ইশ্বৰক হৃষীকেশ ঘোষা।

হেথমুণ্ডে—তললৈ মূৰ কৰি, জন্ম হওঁতে তললৈ মূৰ কৰি জন্ম গ্ৰহণ কৰা।

ইতিনি ভুব হামো,জনম ধৰলো হৰি, উচ্চনীচ দেহে বাৰ বাৰ।
নানান নৰককুণ্ড, পৰিপৰি হেথমুণ্ড, পাৰ নাহি ভুঞ্জিলো

নিকাৰ ॥ (শ্ৰীৰাম)

হেনো—এই, নিজে নিশ্চয় কৰি কব নোৱাৰা, লোকে কোৱা কথা উল্লেখ কৰিলে এই শব্দ ব্যৱহাৰ হয়।

হেমহাৰ—সোনৰ হাৰ, a necklace made of gold.

হেমা—বুধগ্ৰহ,

হেৰম্ব—গণেশ, ম'হ, the god ganesh. a buffalo

হেৰহু—চোৱা, চাবলৈ কোৱা to ask to see

হেৰহু মাই শ্যাম সুন্দৰ অব্ৰ আৰে।

আভীৰ বালক সঙ্গে, ৰঙ্গে চলল কানু, গোধন আগু বোলাৱে ॥ শ্ৰীৰাম

হেৰাইতে—দেখিলে, দেখোতে।

ওহি জগমোহন, কান্ধে দধিওদন গোধন আগু বুলায়।

বঙ্কিম নয়ন, সৰোৰুহ হাসি, হেৰাইতে ভুবন ভুলায়। বৰগীত

হেৰি—দেখি,

হৈমকবাৰি—হিমৰপানী, হিম, dew (প্ৰাত হিমোম্ভুৱ জলম্।)

নিশি জোৰল চিন্তানা ভাৱে, গৰল হৈমকবাৰি।

স্মৰণ ভ্ৰমৰণ, বিচৰণ বৃন্দাবন, মুঝে গুৰুজন তাৰি ॥ (ৰামানন্দ)

হৈয়ঙ্গবীন—নতুন গৰু ঘিউ, নৱনীত, new cow ghee

হৈহয়—কাৰ্ত্তবীৰ্য্য ৰজা

হোতা—হোমকৰ্ত্তা।

হোড়ৰ—ভৰিত পিন্ধা পদভূষণ বিশেষ।

হোম—যজ্ঞ, ব্ৰহ্ম যজ্ঞ, পিতৃ যজ্ঞ দেৱ যজ্ঞ, অতিথি (নৃ) যজ্ঞ আৰু ভূত যজ্ঞ। (নৃযজ্ঞ চাওক)

হোমকুণ্ড—হোমৰ কাৰণে কৰা কুণ্ড বাগাত।

## ক্ষ

ক্ষণ প্ৰভা—বিদ্যুত, বিজুলী, lightening.

ক্ষত্ৰ—ক্ষত্ৰিয়।

ক্ষত্ৰবন্ধু—বিনন্দীয়া ক্ষত্ৰিয়।

ক্ষিতি—পৃথিবী। the earth

ক্ষিতিপুত্ৰ—নৰক ৰজা, কামৰূপৰ ৰজা, এওঁক কৃষ্ণই বধ কৰে।

ক্ষীণা – খীনাই যোৱা, শুকাই যোৱা, কম হোৱা decreasing,

মনজানি ৰহল বন্ধুদিনা ।

দিনে দিনে কালে কৰত অ যুক্ষীণা ।

ক্ষাৰ – গাখীৰ, milk

ক্ষীৰ সমুদ্ৰ —গাখীৰৰ সাগৰ, ocean of milk

ক্ষীৰোদতনয়া— লক্ষ্মী ।

ক্ষীৰোদ নন্দন—চন্দ্ৰ, the moon.

ক্ষুদ্ৰ—কৃপন, সামান্য, অলপমান, a miser, a small quantity

ক্ষুদ্ৰশৌচ—প্ৰসাৱ মুত্ৰ, making water,

ক্ষুধাৰ্ত্ত - ভোকাতুৰ, ভোকৰ পৰা দুঃখ পোৱা a hungry

ক্ষেম—কুশল, মোক্ষ, সমকক্ষ, সমান

কানাইৰ ৰূপেৰ উপমা কেবা ক্ষেম ।

এক পুঞ্জ তুম্বা আছে গোপিনীৰ প্ৰেম ॥ বৰগীত ।

ক্ষোভ— মনৰ অস্থিৰতা ; উগুল-থুগুল anxiety

ক্ষৌম - (শনজ বস্ত্ৰম্) শন সূতাৰ বস্ত্ৰ, এতেকে ধুনীয়া বস্ত্ৰ পাটৰ কাপোৰ ।



# পৰিশিষ্ট
## শুদ্ধৰণি

| পৃষ্ঠা | শব্দ | ভুল অৰ্থ | শুদ্ধ অৰ্থ |
|---|---|---|---|
| ২১ | ইন্দ্রনী | | ইন্দ্রানী |
| ৩১ | ঔৰস— | পুত্র | ঔৰসপুত্র |
| ৩৬ | কাম্পিত | | কম্পিত |
| ৩৭ | কৰণা— | কৰণ, কৰ্য্যাসাধন | কৰণ, কাৰ্য্যাসাধন |
| ৩৮ | | নাহি নিদাৰুণ বিনে মোই । | নাহি নিদাৰুণ বিনে মোই । কাৰুণিক সম নাহি গোই ॥ |
| ৭০ | ঠাত— (২) | ঠায়ত বেঢ়ল চৌদিক লঙ্কা। | ঠাত্তে বেঢ়ল চৌদিক লঙ্কা । |
| ৭০ | ঠাম— | বিহিক সনম ভেলি সোহি ঠাম। | বিহিক জনম ভেলি সোহি ঠাম । |
| ৭১ | ঠামাই— | উত্তৰ অমৰপদ ঠামাই পাই । | উত্তম অমৰপদ ঠামাই পাই। |
| ৭৭ | ৰতন ভূষণ পৰকালে— | | ৰতন ভূষণ পৰকাশে । |
| ৮১ | তোটক— | শঙ্কৰদেৱৰ এইতোকৈ ছন্দত লিখা | শঙ্কৰদেৱৰ এই তোটক ছন্দত লিখা । |
| ৮২ | ত্রতো | | ত্রাতা |
| ৯৩ | নৰ্ভ | | নভ। |
| ৯৯ | নাগগৰা | | নাগৰা । |
| ১০ | পঞ্চ বৃক্ষত পাৰিজাত ভুবাৰ হ'ল— | | পাৰিজাত, মন্দাৰ, সন্তান, |

| পৃষ্ঠা | শব্দ | ভুল অৰ্থ | শুদ্ধ অৰ্থ |
|---|---|---|---|
| | | | কল্পবৃক্ষ আৰু হৰিচন্দন। |
| ১১১ | পঞ্চমুহ — | সাক্ষাৎ সৰ্ব্ব পাপহৰ শুভ সুত পঞ্চমুখ | সাক্ষাৎ সৰ্ব্ব পাপহৰঃ শুভঃ সতু পঞ্চমুখ। |
| ১১৪ | পদ্মলাঞ্ছন (২য়টো) | | পদ্মলাঞ্ছনা। |
| ১২৩ | পিপ্পল — | অনামিনি | অনাথিনী। |
| ১২৮ ১২৯ | পৈৰণ - | কটিধাত্ৰী | কটিধত্ৰী। |
| ১৩২ | প্ৰহ্লাদ | | প্ৰহ্লাদ। |
| ১৩৪ | প্ৰিয়াকেৰি — | প্ৰিয়াকেৰে কাহিনী | প্ৰিয়াকেৰি কাহিনী। |
| ১৫৫ | বিৰাজিত — | বিৰাজিত মৈচন | বিৰাজিত যৈচন্। |
| ১৬৯ | ব্ৰহ্মা — | sprang from the either | sprang from the ether. |
| ১৭৯ | ভৈৰবী — | ১। ভৈৰবী চামুণ্ডা মানে ত্ৰিপুৰভৈৰবী | ১। ভৈৰবী চামুণ্ডা যেনে ত্ৰিপুৰভৈৰবী। |
| ১৭৯ | ভোগী ভোগনিভ — | সাপৰ ফেনাৰ দৰে দৰে ধ্বজ্জ যব নলিন··· | সাপৰ ফেনাৰ দৰে; ধ্বজ যব নলিন কুলিশ কৃত লাঞ্ছন। |
| ১৮১ | মখ — | যজ্ঞ লৈয়া গোপ সঙ্গ কৰি মখ ভঙ্গ | যজ্ঞ; লৈয়া গোপসঙ্গ। কৰি মখভঙ্গ॥ |
| ১৮১ | মঙ্গল — | ১। নবগ্ৰহৰ ভিতৰৰ এটা গ্ৰহ; ইয়াৰ অন্য নাম অঙ্গাৰম্ | ১। নবগ্ৰহৰ ভিতৰৰ এটা গ্ৰহ ইয়াৰ অন্যনাম অঙ্গাৰক। |
| ১৮২ | মথন — | ১। মথা বা ঘোটা কাৰ্য্য | ১। মথা বা ঘোটা কাৰ্য্য. the |

| পৃষ্ঠা | শব্দ | ভুল অৰ্থ | শুদ্ধ অৰ্থ |
|---|---|---|---|
| | | the act of churning. | act of churning.<br>২। বধ কৰা, ধ্বংস কৰা ; destroyer, the act of destroying.<br>নমো মধু মুৰ মথন ৰাম।<br>সংসাৰ তাপ কৰা উপসাম ॥ |
| ১৮৩ | মধমথন — | বিষ্ণু | মধুমথন — বিষ্ণু । |
| ১৮৩ | মাধুপ্ৰিয় — | বলৰাম | মধুপ্ৰিয় — বলৰাম । |
| ১৯৪ | মুক্ত — | মেচন, মুকলি ..... | মুক্ত — মোচন, মুকলি ...... |
| ২০০ | ম্লেচ্ছ — | পাৰদা মুক্তকেশাশ্চ পহ্ন বা শ্মশ্ৰুধাৰিণঃ | পাৰদা মুক্তকেশাশ্চ পহ্নবাঃ শ্মশ্ৰুধাৰিণঃ । |
| ২০৯ | ৰজ — | তৃষ্ণা ক্ৰোধোঃ ভিংস- ৰন্তো । | তৃষ্ণাক্ৰোধো ২ ভিসংৰম্ভো । |
| ১১ | অৰুণ — | বৰুণৰ ভাতৃ, মাতৃ কদ্ৰু | গৰুড়ৰ ভাতৃ মাতৃ-বিনতা । |
| ১৪০-১৪১ | বলদেৱ — | তেওঁৰ পত্নীৰ নাম ৰোহিনী | তেওঁৰ পত্নী ৰেৱতী |